# বেণুধৰ শৰ্মা




শ্ৰীতীৰ্থনাথ শৰ্মা



অসম সাহিত্য সভা

BENUDHAR SARMA, A biography of Late Sri Benudhar Sarma, written by Principal Sri Tirthanath Sarma and published by Dr. Nagen Saikia, General Secretary, Assam Sahitya Sabha, Chandrakanta Handique Bhavan, Jorhat, Assam, March, 1983.

প্ৰণেতা : শ্ৰীতীৰ্থনাথ শৰ্মা

প্ৰকাশক : ড° নগেন শইকীয়া
প্ৰধান সম্পাদক
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট

প্ৰথম প্ৰকাশ
মাৰ্চ, ১৯৮৩

ছপা :



বাণীপ্ৰকাশ মুদ্ৰণী
৫, উদ্যোগ পাম
বামুণীমৈদাম, গুৱাহাটী- ২১



# প্ৰধান সম্পাদকৰ একাষাৰ

বেণুধৰ শৰ্মা—এই নামটিৰ আগে পিছে কোনো বিশেষণ নিদিয়াকৈ সাম্প্ৰতিক অসমৰ মানুহে পৰিষ্কাৰকৈ চিনি পায় এই নামৰ মানুহজন কোন। অসমৰ আৰু অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি আৰু সমাজ জীৱনৰ প্ৰতিটো পুৰণি পৃষ্ঠাৰ লগত একাত্ম হৈ পৰা বেণুধৰ শৰ্মা নিজেই আছিল 'অসম কোষ' স্বৰূপ। বৰ্ণিত প্ৰতিটো ঘটনা, প্ৰতিটো চৰিত্ৰ, প্ৰতিটো বিষয়বস্তু এই কী ব্যক্তিৰ কথাত আৰু লেখাত ইমান প্ৰাণময় আৰু ৰসময় হৈ পৰিছিল শুনোতাৰ ভাব হয় যেন সেই ঘটনা, চৰিত্ৰ আৰু বিষয়বস্তু বেণুধৰ শৰ্মাই চকুৱে দেখিহে বৰ্ণনা কৰিছে। তেওঁ যে প্ৰকৃত অৰ্থত অসম বুৰঞ্জীবিদ আছিল, সেই কথা নোদোহাৰিলেও হয়।

'ৰেদ'ৰ অসম বুৰঞ্জী- সম্পাদনা, মণিৰাম দেৱানৰ প্ৰামাণ্য জীৱন বৃত্ত ৰচনা, দক্ষিণপাট সত্ৰৰ বুৰঞ্জী ৰচনা, জোনাকীযুগৰ সাৰথিসকলৰ অন্তৰংগ পৰিচয় প্ৰদান, কংগ্ৰেছৰ কাঁচিয়লি ৰ'দ লোৱা অখ্যাতসকলৰ জীৱন-বৃত্ত পূৰ্ণানন্দ-বদনচন্দ্ৰ-জয়মতী আদি অসম বুৰঞ্জীৰ উল্লেখযোগ্য চৰিত্ৰক বিতৰ্কৰ অৱতাৰণা আৰু মাজে মাজে ল'ৰা ছোৱালীৰ মনত ৰং লগাব পৰাকৈ আখ্যানৰ টোপোলা মেলা—এই আটাইবোৰ কামৰ উপৰিও অসমৰ প্ৰতিটো পুৰণি পৰিয়ালৰ জীৱনবৃত্ত খোচৰা, প্ৰতিখন ঠাইৰ ইতিহাসৰ মাজত এই গৰাকী ব্যক্তিয়ে নিজকে মিলাই দিছিল বা বিলাই দিছিল। চাৰিওফালে ঘাহ শিয়া ভালেৰে খোপনি পুতি গোটেই অসমক হেদালি বগাই ফুৰা। এই গৰাকী ব্যক্তি আছিল অফুৰন্ত দেশপ্ৰেমৰ এগছি অক্ষয় বাস্তি স্বৰূপ। অসম সাহিত্য সভাৰ ১৯৫৩ চনৰ দ্বাবিংশ অধিবেশনৰ বুৰঞ্জী সন্মিলনৰ সভাপতি আৰু ১৯৭৬ চনৰ ৰূপালী জয়ন্তী ধুবুৰী অধিবেশনৰ মূল সভাৰ সভাপতিৰ আসন অলংকৃত কৰোঁতা এই গৰাকী প্ৰাণময় পুৰুষৰ দেহাৱসান ঘটিল ১৯৮১ খৃষ্টাব্দৰ ২৬ ফেব্ৰুৱাৰীৰ দিনা। মণিৰাম দেৱানক অসমীয়া সমাজত ন-কৈ প্ৰতিষ্ঠা কৰোঁতা বেণুধৰ শৰ্মাৰ দেহাৱসানৰ এই দিনটোও তাৎপৰ্যপূৰ্ণ। শ্ৰীযুত বেণুধৰ শৰ্মাৰ জীৱনাৱসানৰ লগে লগে যেন

আমাৰ এটা যুগৰ অন্ত পৰিল। অসম সাহিত্য সভাৰ পক্ষৰপৰা এই গৰাকী বৰণীয় পুৰুষৰ স্মৰণত আন্তৰিক শ্ৰদ্ধাঞ্জলি নিবেদন কৰিলোঁ।

শ্ৰদ্ধেয় শৰ্মা ডাঙৰীয়াৰ মৃত্যুৰ পিছৰ অসম সাহিত্য সভাৰ কাৰ্য-নিৰ্বাহক সমিতিতে আমি এটি প্ৰস্তাৱ উত্থাপন কৰিলোঁ যে স্মৃতি-গ্ৰন্থৰ পৰিবৰ্তে বেণুধৰ শৰ্মাৰ এখনি জীৱনী প্ৰকাশ কৰা হওক আৰু এই প্ৰস্তাৱিত জীৱনীখনি লিখিবলৈ অনুৰোধ কৰা হওক আমাৰ ভাষা-সাহিত্যৰ আন এগৰাকী ওজা, অসম সাহিত্য সভাৰ মাকুম অধিবেশনৰ সভাপতি পণ্ডিত শ্ৰীযুত তীৰ্থনাথ শৰ্মাদেৱক। সমিতিয়ে সানন্দে 'তথাস্তু' বোলাত আমি শ্ৰীযুত শৰ্মাদেৱলৈ সভাৰ ইচ্ছাৰ কথা জনাই পত্ৰ প্ৰেৰণ কৰিলোঁ। আনন্দৰ কথা, আমি সোনকালেই ইতিবাচক সঁহাৰি লাভ কৰিলোঁ। স্বাস্থ্যই মাজে সময়ে আমনি কৰা সত্বেও শ্ৰদ্ধেয় শৰ্মাদেৱে স্বাস্থ্যৰ আমনিলৈকো কাণ নিদি বেণুধৰ শৰ্মাৰ জীৱনীখনি লিখি সম্পূৰ্ণ কৰিলে। বেণুধৰ শৰ্মাৰ ভাষাৰ যিদৰে আছিল এটি নিজা 'ষ্টাইল', বেণুধৰ শৰ্মাৰ জীৱনী লেখকগৰাকীৰো তেনেদৰে আছে ভাষাৰ এটি অতি প্ৰাঞ্জল অথচ সম্ভ্ৰান্ত 'ষ্টাইল'। তাতে সোণত সুৱগা চৰোৱাৰ দৰে সুৱগা চৰাইছে জীৱনীৰ লগত জীৱনীকাৰৰ একাত্মীয়তাই। আমি আশা কৰিছোঁ এই গ্ৰন্থখনিৰ মাজত আমি যিদৰে স্বৰ্গীয় বেণুধৰ শৰ্মাক পাম, তেনেদৰে পাম শ্ৰীযুত তীৰ্থনাথ শৰ্মাদেৱকো। অসম সাহিত্য সভাৰ পক্ষৰপৰা শ্ৰীযুত শৰ্মাদেৱলৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

আমাৰ ইচ্ছা আছিল এইবছৰ স্বৰ্গীয় বেণুধৰ শৰ্মাৰ মৃত্যুৰ তাৰিখ ২৬ ফেব্ৰুৱাৰীত গ্ৰন্থখনি আনুষ্ঠানিকভাৱে উন্মোচন কৰিম। কিন্তু, ৰাজ্যখনত যি উত্তপ্ত অৱস্থাৰ সৃষ্টি হ'ল, তাৰ ফলত ছপাকামো ব'বলগীয়া হ'ল আৰু ছপাকাম শেষ হ'লেও উন্মোচন কৰিব পৰা অৱস্থাৰ অভাৱ হ'ল। তথাপি, কিছু পলমকৈ হ'লেও গ্ৰন্থখনি প্ৰকাশ কৰিবলৈ পাই আমি আনন্দ অনুভৱ কৰিছোঁ।

গ্ৰন্থখনি ছপাইছে গুৱাহাটীৰ বাণীপ্ৰকাশ মুদ্ৰণীয়ে। ছপাশালৰ স্বত্বাধিকাৰী আৰু কৰ্মচাৰীসকলৰো এই সুযোগতে শলাগ ললোঁ। উদীয়মান শিল্পী শ্ৰীচম্পক বৰবৰাই বেটুপাত পৰিকল্পনা কৰি আঁকি দিছে। শ্ৰীবৰবৰাকো শলাগ ললোঁ। আশাকৰোঁ গ্ৰন্থখনিয়ে পঢ়ুৱৈৰ সমাদৰ লাভ কৰিব।

২০ মাৰ্চ, ১৯৮৩
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট

নগেন শইকীয়া
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

# গ্ৰন্থকাৰৰ কবলগীয়া দুআষাৰ

অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ প্ৰস্তাৱ অনুসাৰে আৰু ...তিয়াৰ সম্পাদক শ্ৰীনগেন শইকীয়াদেৱৰ যোৱা মাৰ্চ মাহৰ (১৯৮১) যোল তাৰিখৰ চিঠিৰ অনুৰোধক্ৰমে বুৰঞ্জীবিদ বেণুধৰ শৰ্মাৰ জীৱন-চৰিতখন লিখিবলৈ হাতত লওঁ। মনতে পাঙিছিলো প্ৰথম মৃত্যুবাৰ্ষিকীৰ দিনাই প্ৰকাশ কৰিব পৰাকৈ গ্ৰন্থখন লিখি উলিয়াম, পাছে নোৱাৰিলোঁ। স্বৰ্গীয় শৰ্মাৰ প্ৰথম বাৎসৰিক শ্ৰাদ্ধৰ দিনাহে (ফাগুন, কৃষ্ণা-সপ্তমী) অৰ্থাৎ ১৫-২ ৮২ তাৰিখে জীৱন-চৰিতখনৰ চাফ নকল এটাহে প্ৰস্তুত হল। তথাপি যে হল, এয়ে বহুত।

পূৰ্ণাঙ্গ জীৱন-চৰিত এখন লিখিবলৈ আঠ-দহমাহ সময় নিচেই তাকৰ। ডাঙৰকৈ বিস্তৃত জীৱনী এখন লিখোঁ বুলিলে সমল সংগ্ৰহ কৰিবলৈকে বহুত দিন লাগে। সেই দেখি ভাবিলোঁ, সিমানলৈ নগৈ হাতত থকা আৰু থিতাতে বিচাৰি পোৱা সমলখিনিকে লৈ এখন নাতিবৃহৎ জীৱনী উলিয়াই দিয়া ভাল হব। সেয়ে হলগৈ।

স্বৰ্গীয় শৰ্মাই নিজৰ অতীত জীৱনৰ কিছুমান কথা কাকতে-পত্ৰে সোঁৱৰণ-প্ৰবন্ধ আকাৰে লিখি থৈ গৈছে। কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' গ্ৰন্থখনো মূলতে জীৱন-সোঁৱৰণেই। 'মজিয়াৰপৰা মেজলৈ' নাম দি আত্মজীৱনী এখন লিখিবলৈ লৈছিল আৰু ভালেখিনি আগুৱাইছিল। সম্পূৰ্ণ নহল যদিও সোঁৱৰণ-প্ৰবন্ধবোৰ লগতে লগাই সম্পাদন কৰি ছপালে এখন উপাদেয় গ্ৰন্থ হব। এই সকলোবোৰৰ পৰা সমল গোটাই আৰু নিজেও যিখিনি জানিছিলো বা জানিবলৈ সুযোগ পাইছিলো তাৰো সুপ্ৰয়োগ কৰি চৰিত পুথিখন সম্পূৰ্ণ কৰিলো। দিওঁ বুলিলে দিব পৰা কথা আৰু বহুত নিশ্চয় ওলালহেতেন, কিন্তু প্ৰয়োজনীয় দিবলগীয়া কথা হলে এৰা পৰা নাই যেন লাগিছে। শ্ৰীউপেন্দ্ৰ নাথ কটকীৰ সম্পাদিত বেণুধৰ শৰ্মাৰ ৭৫ বছৰ পূৰ্ত্তি উপলক্ষ্যে প্ৰকাশিত অভিনন্দন গ্ৰন্থখনে পদে পদে সহায় কৰিছিল।

সাহিত্যই বেণুধৰ শৰ্মাৰ জীৱন, সাহিত্যই তেখেতৰ জীৱনৰ নিয়তি-নিৰ্দিষ্ট কৰ্ম। এইগুণীয়া আৰু সমাহিত-চিত্তসাহিত্যিকৰ জীৱনধাৰাত শিলনিত এচাৰ পোৱা তৰঙ্গাকুল নদীৰ নিচিনা খৌকিবাথৌ গতিৰ হেন্দোলদোল প্ৰায় নাথাকে। ইয়াৰ ব্যতিক্ৰম নিশ্চয় বহুত পোৱা যাব— বিশেষকৈ অতি আধুনিক যুগৰ কবি আৰু ঔপন্যাসিকৰ তৰঙ্গভঙ্গচপল জীৱনৰ বহু দৃষ্টান্ত আছে। বেণুশৰ্মাৰ জীৱন সেই ব্যতিক্ৰমী সাহিত্যিক সকলৰ শাৰীত থাপিব নোৱাৰি। অসহযোগ আন্দোলনৰ দিন কেইটাৰ কথা বাদ দিলে তেখেতৰ জীৱনত হাড়ভঙ্গা উঠন-পতনৰ অনন্যসাধাৰণ দুৰ্গম দুৰ্গতি নাই। সাহিত্য চৰ্চাৰ লীলা গতিয়েই তেখেতৰ জীৱনৰ মূলধাৰা। সেই দেখি শৰ্মাৰ জীৱন বৃত্তান্তৰ লগে লগে সাহিত্য চৰ্চাৰ ক্ৰমগতিও দেখুৱাই যাবলৈ চেষ্টা কৰা হৈছে। প্ৰকাশিত গ্ৰন্থ-সমূহৰ চমু পৰিচয় আৰু ঠাই বুজি গুণাগুণ আলোচনা কৰাকো অপ্ৰয়োজনীয় বুলি ভবা নাই। জীৱন চৰিতৰ আধাৰ-পুৰুষজনৰ গ্ৰন্থৰ দীঘলীয়া উদ্ধৃতিৰে মাজে মাজে একোটাইত পৃষ্ঠা ভৰি আছে সঁচা, কিন্তু তেনে কৰাৰ উদ্দেশ্য হৈছে যে জীৱনী পঢ়োঁতাই যেন বেণুধৰ শৰ্মাৰ লেখাৰ সোৱাদৰ বুজ পাই যায়, ভঙ্গীৰ স্বৰূপ আৰু সৌষ্ঠৱৰ উমান পাই যাব পাৰে। শেষৰ ফালে সাহিত্যিকজনৰ ব্যক্তিত্ব আৰু সাহিত্যধৰ্মৰ অনন্য-সাধাৰণ কাল-পৰিভূগী অৱদান কি সেই বিষয়ে একোটি সংক্ষিপ্ত সমালোচনাকে যোগনি মৰা হৈছে।

জীৱনী নায়কজনৰ কোনো এটা প্ৰাক্-প্ৰকল্পিত ধাৰণা মনত লৈ তাকে ফুটাই তুলিবলৈ এই সাহিত্যকৰ্ম বিস্তাৰ কৰা নাই। কালানুক্ৰমিক জীৱন ঘটনাৰ গতিত ৰূপ লোৱা মানুহজনকে ৰাইজে পাওক এই নীতি লৈ চৰিত গ্ৰন্থখন প্ৰণয়ন কৰা হৈছে। সফলতা কিমান কি হৈছে নাজানো, পঢ়োঁতাইহে জানিব।

চৰিতখন লিখোঁতে বহুতৰ পৰা সহায়তা লাভ কৰিবলৈ ভাগ্য হৈছিল। তাৰ ভিতৰত সাউত কৰে মনত পৰিছে কেইজনমানৰ নাম। চাৰিঙৰ লব্ধ প্ৰতিষ্ঠ শিক্ষাবিদ হেমকান্ত ডুৱৰাই চাৰিঙৰ মেপখন যুগুত কৰাই পঠিয়াইছিল, দুখৰ কথা ডুৱৰাই এই গ্ৰন্থ দেখিবলৈ নাপালে। চাৰিং সাহিত্য সভাৰ সম্পাদক শ্ৰীকমলাকান্ত নাথে চমাৰ গাওঁ পাঠশালাৰ এটি ফটো তোলাই আমালৈ পঠিয়াই দিছিল। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি কবি আনন্দচন্দ্ৰ বৰুৱাদেৱ আৰু অধ্যক্ষ যজ্ঞেশ্বৰ শৰ্মা-

দেৱে বিবিধ তথ্যপাতি দি সহায় কৰিছে। অসম বাণিজ্য গ্ৰন্থাগাৰৰ সুদক্ষ গ্ৰন্থাধ্যক্ষ শ্ৰীৰাম গোস্বামী, পাকৈত জীৱন-চৰিতকাৰ নন্দ তালুকদাৰ, শিল্পী সাহিত্যিক অধ্যাপক তফজুল আলি প্ৰভৃতি সদাশয়সকলে পাৱলৈ নোহোৱা গ্ৰন্থ আৰু প্ৰবন্ধপাতি চাবলৈ দি একোটা অচল অৱস্থাৰ পৰা উদ্ধাৰ কৰিছে। ইয়াৰ বাহিৰেও দিহা-পৰামৰ্শ বহুতৰ পাই আছিলো। সেই সকলোজনৰ প্ৰতি বিনম্ৰ কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। বেণুধৰ শৰ্মাৰ জ্যেষ্ঠপুত্ৰ শ্ৰীমান অজিত শৰ্মাৰ কথা নকৈও পাৰিলোহেঁতেন। যেতিয়াই যি লাগে বুলিছোঁ, তেতিয়াই ততালিকে বিচাৰি উলিয়াই দিছে, জানিবলগীয়া তথ্যপাতি আৰু কামত অহা দিহা-পৰামৰ্শও পাই আছিলো। ফটোখিনিৰ সৰহভাগ তেওঁ যোগাৰ কৰি দিছে। এইবোৰৰ কাৰণে ধন্যবাদ নিদিওঁ। যোগ্য পুত্ৰই মহান পিতাৰ প্ৰতি পবিত্ৰ দায়িত্ব পালন কৰিছে। পিতৃ-পুৰুষৰ আশীৰ্বাদ পাব।

প্ৰধান সম্পাদক শ্ৰীনগেন শইকীয়াৰপৰা উৎসাহ আৰু দিহা নোপোৱাহেঁতেন এই গ্ৰন্থখন সম্পূৰ্ণ কৰিব পাৰিলোহেঁতেন নে নাই কব নোৱাৰোঁ। তেওঁলৈ স্নেহপূৰ্ণ কৃতজ্ঞতা জনালোঁ।

ভৰলুমুখ
গুৱাহাটী—৯
ফাগুন, কৃষ্ণা সপ্তমী
১৫।২।৮২

বিনীত
শ্ৰীতীৰ্থনাথ শৰ্মা

# সূচীপত্ৰ


| | অধ্যায়নাম | কাল | পৃষ্ঠা |
|---|---|---|---|
| ১। | গুৰি চাৰিওত | (১৮৯৩-১৯০৫) | ১ |
| | হেদালিখন গোটেই অসমত | | |
| ২। | দুপতীয়া | (১৯০৫-১৫) | ১৩ |
| ৩। | বুৰঞ্জী আৰু ৰাজনীতিৰ | (১৯১৬-২১) | ৩২ |
| | সিংহ দুৱাৰত-কলিকতাত | | |
| ৪। | ঘৰৰ ল'ৰা ধৰলৈ | (১৯২১-২২) | ৫৩ |
| | অসহযোগ আন্দোলন | | |
| ৫। | হাতী মহলতো বাস | (১৯২২-২৪) | ৭৫ |
| | বুৰঞ্জীৰো চৰ্চ্চা | | |
| ৬। | চাৰিং উন্নয়ন | (১৯২৪-৩৪) | ৮৪ |
| ৭। | সাংবাদিকতাত এজোবোৰা | (১৯৩৫-৪১) | ১১১ |
| ৮। | অপায় অশান্তিৰ এছোৱা | (১৯৪২-৫১) | ১৩১ |
| ৯। | এবেসে চিনিলোঁ | (১৯৫১-৬৫) | ১৫৩ |
| ১০। | শেষ পোন্ধৰ বছৰৰ কথা | (১৯৬৬-৮১) | ১৭৯ |
| ১১। | মানুহজন-ঘৰে পৰে | | ২ ৯ |
| ১২। | ধৰ্ম্মীয় চিন্তাধাৰা | | ১২৬ |
| ১৩। | ৰাজনীতিৰ ফল্গুস্ৰোত | | ২২৯ |
| ১৪। | বেণু-সাহিত্যৰ জ্যোতিষাং জ্যোতি | | ২৩৫ |


## ওপৰঞ্চি


| | | |
|---|---|---|
| (ক) | বেণু-প্ৰশস্তিঃ | ২৫৩ |
| (খ) | জন্ম-পত্ৰিকা | ২৫৪ |
| (গ) | জীৱন-পঞ্জীৰ চমু কলানুপাতিক সূচী | ২৫৫ |
| (ঘ) | গ্ৰন্থতালিকা— | ২৬২ |
| | মুদ্ৰিত আৰু প্ৰকাশিত | |
| | অপ্ৰকাশিত, সম্পূৰ্ণ | ২৬৩ |
| | অপ্ৰকাশিত, অসম্পূৰ্ণ | ২৬৩ |
| (ঙ) | চমু পুৰুষনামা | ২৬৫ |

# শুধৰণী

| পৃষ্ঠা | আছে | হব লাগে |
| --- | --- | --- |
| ৩ | গাঁওত | গাঁতত |
| ২৬ | অভদ্রতাৰে | অভদ্রতাৰে |
| ১৩৩ | অজিত র্মা | অজিত্ শর্মা |

২৬৩ পৃষ্ঠাৰ মুদ্রিত আৰু প্রকাশিত গ্রন্থতালিকাৰ ১৭ আৰু ১৮ সংখ্যাৰ মাজত সোমাব—

বেজদলৈ ঘৰৰ বংশাৱলী (১৯৬৫)—বংশ-বিবৰণ।

এয়ে সেয়ে এই তালিকাত গ্রন্থসংখ্যা ২৫ হব।

# গুৰি চাৰিঙত—হেদালিখন গোটেই অসমত

## (১৮৯৪-১৯০৫)

শ্ৰীভূমি চাৰিং। মোমাই তামুলী বৰবৰুৱাই স্থাপন কৰা বহুত গাঁৱৰ সমষ্টি এটা বা এলাকা, এখন বুৰঞ্জী-ৰঞ্জিত ঠাই। অসম ৰাজ্যৰ দুতি ৰাজধানী চাৰিং সঁচাকৈয়ে একালত গুনোতে ভোল যোৱা, কওঁতে ওৰ নপৰা শ্ৰীসম্পন্ন জনপদেই আছিল। দুই মাইলমান ব্যাসাৰ্দ্ধত মেৰ খাই থকা গাঁওবোৰৰ নামবোৰেই সূচায় যে একালত এই ঠাই গড়গাঁৱৰ সোঁ বাহু আৰু ৰাজত্বৰ ঘাই ধৰণী আছিল। সেই দেখিয়েই হ'বলা ৰজাৰ পোৱালি হৈ ৰজা নৌ হোৱা ডেকা ৰজাৰ বিলাতৰূপে এই ঠাই ভাগত পৰিছিল। তেওঁকেই খিতাপ দিয়া হৈছিল চাৰিঙীয়া ৰজা। সেই আপাহতে শিৰফুটা নাম-যহ থকা পৰিয়াল-বোৰৰ বহ-গাঁওবোৰ এই চাৰিঙতে ইফালে-সিফালে সিঁচৰতি হৈ আছে। অকল যে হাতীয়ে-মাটিয়ে ঐশ্বৰ্যশালী পৰিয়ালবোৰেহে চাৰিং জিলিকাই আছিল তেনে নহয়। চলিহা, দুৱৰা, বৰুৱা, ফুকন, গোহাঁই আদি বিষয়-আশয়ভোগী মূৰ্দ্ধস্থসকলৰ উপৰিও ৰাজ্যৰ তথা ৰজাৰ বৈভৱ যোগনিয়াৰ সুজান খেতিয়ক, কঠোৰ-শ্ৰমী গো-মহিষ পালক, পৰিও নপৰা বণুৱা, ৰণ-সামগ্ৰীৰ উৎপাদক বাৰুৰতি, ধেনুচোঁচা, কাড়চোঁৱা, মহছাল প্ৰভৃতি গাঁও। কাটনি, খনিকৰ, দুলীয়া আদি গাঁৱৰপৰা ৰাজ্যৰ সম্পদ ৰাজভঁৰাললৈ গৈছিল। চাৰিং নামৰ জানটোক কেন্দ্ৰ কৰি এই গাওঁবোৰ কৰ্মমুখৰ হৈ আছিল। আহোম ৰাজত্বৰ মাৰ যোৱা পোহৰতো এইবোৰ গাঁৱৰ মানুহে স্বৰ্গদেউ চন্দ্ৰকান্তৰ হকে আত্মোৎসৰ্গ কৰিবলৈ হেংদান লৈ স্বৰ্গদেৱৰ চৰণ চুই শপত খাইছিল বুলি প্ৰবাদ আছে। শ্ৰীভূমি নহয় কি?

এই শ্ৰীভূমিৰ মাজেদিয়েই গৈছে চাৰিঙৰ সুষুম্না-পথ নগা-আলি, নামদাং শিলৰ সাকোঁৰপৰা ধোদৰ আলিলৈকে। স্বৰ্গদেউজনাৰ নাম নৰ'ল, মানুহে বুলিবলৈ ধৰিলে নগা-আলি। ৰংপুৰ গড়গাঁৱৰপৰা নগা পৰ্বতলৈ অহা-যোৱা কৰিব লাগিলে নগা-আলিয়েদি ধোদৰ আলি পায়; তাৰপৰা আমগুৰি

(পেঙেৰা) হৈ নগা পৰ্বতত উঠিব পাৰি। নগা-অসমীয়াৰ সহযোগৰ সেতু এই নগা আলিয়েই আছিল। নগা পৰ্বতৰ লগত ভৈয়ামৰ যোগাযোগৰ এইটো এটা সুগম পথৰূপে জনাজাত আছিল বাবেই ইয়াৰ নাম নগা-আলি। এই সুষুম্না মাৰ্গইদিয়ে ঢুতি ৰাজধানী চাৰিঙেও অসম ৰাজ্যৰ সহস্ৰাৰ বিন্দু ৰংপুৰ গড়গাঁৱৰ পৰা ডাঁৱৰ বাতৰি ডাঁৱে অনা-নিয়া কৰিছিল ইয়াৰ ৰাজ-পুৰুষসকলে। চাৰিং ৰজাই চক্ৰধ্বজ সিংহ স্বৰ্গদেউ হৈ বঙালৰ অধীন হোৱাতকৈ মৰণেসে শ্ৰেষ্ঠ বুলি বজ্ৰঘোষ কৰিছিল। গৌৰৱপূৰ্ণ ঐতিহ্যৰ সঞ্জীৱনী-ৰসত অৱগাহন কৰা পৰিয়ালবোৰে ইংৰাজৰ আমোলতো শীৰ্ষস্থানীয় ব্যক্তিসকলৰ জন্ম দিছিল। সেইসকলৰ ভিতৰত চাৰিং-সমুদ্ৰৰ ঐৰাৱত সদৃশ মণিৰাম বৰভাণ্ডাৰ বৰুৱাৰ কথা আজি কোনে নাজানে? 'চলিহা চাহাব' ফণীধৰ চলিহাৰ বিসাৰী প্ৰতিপত্তিৰ কথাই বা গম নাপাওঁ বোলা কেইজন আছিল? তেখেতৰেই পুতেক কুলধৰ চলিহাই ফুকন বৰদলৈ দ্বিমূৰ্তিৰ লগত ত্ৰিমূৰ্তি হৈ অসম জনতাৰ শতাব্দী-জোৰা জড়তা পানীকৃত্য কৰি অসহযোগ আন্দোলন প্ৰৱৰ্তন কৰিছিল। অসমবিখ্যাত হস্তিবিদ্যাবিদ্ ৰাধা ফুকনে এই চাৰিঙতে হালে হালে মত্তগজ বৰাইছিল। এই চাৰিঙেই অসম সাহিত্য সভাক পাঁচজন সভাপতি উপহাৰ দি অভগন গৌৰৱ অৰ্জ্জন কৰিলে —নীলমণি ফুকন, পদ্মধৰ চলিহা, যতীন্দ্ৰনাথ দুৱৰা, নকুল ভূঞা আৰু সৰ্ব্বশেষত বেণুধৰ শৰ্মা। অন্যান্য সৰু-বৰ লেখক, নাট্যকাৰ বা কবিসকলৰ নাম নললোঁৱেই বা।

কিন্তু হায়, কথাগুনি তল যাব লগা হোৱা, স্মৰিলে গা সাতখন কৰা সেই চাৰিং ইংৰাজ আমোলৰ কেইটামান দশকৰ ভিতৰতে ৰিঙা পৰিল। থাকিল মাথোন "পুৰণি কাহিনী বাহিনী ৰাগিণী।" চাৰিং জানগনৰ সোঁতত থমক পৰিল। নগা-আলি পংকাকুল হৈ গো-বাটৰ শাৰীলৈ নামিল। গাঁওবিলাকৰ পুৰণি ব্যৱসায় আৰু উদ্যোগত ইতি পৰিল, সমৃদ্ধিও টুটি আহিল। দবনি পিটি থাবলৈ পোৱাৰ সংখ্যা দিনকদিনে হ্ৰাস পাবলৈ ধৰিলে। চমাৰ গাঁও নামত থাকিল, চমাৰবিলাক ক'লৈ গ'ল ইয়ত্তা পাবলৈ নাই। সেইমতে সেইবোৰ ব্যৱসায়ৰ অসমীয়া লোক মৰি হাজি লোপ পালে নেকি? কওঁতা নাই। গাঁৱৰ নামত আৰু পাঠশালা স্কুলৰ নামত চমাৰ উদ্যোগটিৰ সূচনী-বস্তি জ্বলি আছে। যোৱা শতাব্দীৰ শেষ দশকত আৰু এই শতাব্দীৰ দুই-তিনি দশকলৈ স্কুল বুলিবলৈ চমাৰ গাওঁ পাঠশালা স্কুলখন। চিকিৎসা সি

নাছিলেই, ডাক্তৰ কবিৰাজ বা লাগ বুলিলে ক'ত ওলাইছিল। দৰব এটিচা আনিবলৈ ৰংপুৰ চহৰ পাবগৈ লাগিব। ডাক টিকট এটাৰ কাৰণে হয় গৌৰীসাগৰ নহয় জাঁজী গড়মূৰলৈ এপৰ বেলিৰ বাট বুলিব লগা হৈছিল। বাৰিষা কালি চাৰিঙলৈ যাওঁ বুলিলে গৰুৰ গাড়ীত গ'লেও পোত খোৱা চকা দুটা টানোতে গৰুহালে অধা-মধা খাই গৈছিল। সৰু সৰু ল'ৰাবোৰে বাৰীৰ চুকেদি, কঁঠিয়াতলিয়েদি, পথৰুৱা বকিয়াইদি গৈ চমাৰ গাঁৱৰ পাঠশালা স্কুলত ভৰি দিছিল। চাৰিঙৰ এনুৱা দশাতে আমাৰ গ্ৰন্থৰ উপজীৱ্য পুৰুষ বেণুধৰ শৰ্মাই ভূ-ভাৰস্তত ইহ জীৱনৰ ওৰা পাতিলে।

চাৰিঙত যি কেইঘৰ ব্ৰাহ্মণ আছে সেই কেইঘৰ আপেক্ষিকভাৱে পিছত অহা। গজপুৰীয়া গাঁৱৰ মণ্ডলৰ চুকৰ এছাৰিশিঙীয়া অধ্যাপকৰ পৰিয়াল তাৰে এঘৰ। গজপুৰীয়া গাঁৱৰ মণ্ডলৰ চুক চুবুৰীয়াটোৱে এই নামটো পিছত পোৱা। এই চুবুৰীত চাৰিজন মণ্ডল আছিল—ভোগৰাম কাকতী, সঞ্জয় কটকী, মহোদৰ শৰ্মা আৰু পূৰ্ণানন্দ কাকতী। সেই গুণেই চুবুৰীটোৰ নাম হ'ল মণ্ডলৰ চুক বা মণ্ডলৰ গাঁও। এই মণ্ডলৰ চুকতে এছাৰিশিঙীয়া অধ্যাপকৰ ঘৰ। এছাৰিশিঙীয়া ঘৰৰ পূৰ্বপুৰুষ কোনোবা এটা ভগনত সদিয়াৰ ফালৰ পৰা পলাই উৰাই আহি নাৰায়ণপুৰৰ জামুগুৰি অঞ্চলত থিতাপি লৈছিল। শদিয়াৰ ফালৰপৰা ভগনীয়া হৈ অহা বামুণ পৰিয়ালৰ উল্লেখ আন ঠাইতো পোৱা যায়। তাৰে এঘৰ মিচিমি মুলুকৰ পৰা অহা গুণে মিচিমি বামুণৰ ঘৰ বুলি জনাজাত আছিল। তেনে কোনোবা এঘৰৰ এজন বামুণেই বংশী-গোপাল দেৱক গাঁওত সোমাই সাধন কৰি থকা অৱস্থাত আহাৰ যোগোৱাৰ কথা বংশীগোপাল দেৱৰ চৰিতত আছে। এইসকল ব্ৰাহ্মণ সম্ভৱতঃ পূৰ্বে শদিয়াৰ আগাৰিত দিক্কৰবাসিনী বা আন তেনেকুৱা অধুনালুপ্ত বা ভগ্ন মন্দিৰৰ সেৱা-কাৰ্য্যত সংশ্লিষ্ট আছিল। পাছত চুটিয়া-আহোমৰ সংঘাতৰ কালত ভাগি আহিবলগীয়া হৈছিল। তেওঁবিলাক আহি নাৰায়ণপুৰ, কলাবাৰী প্ৰভৃতি ব্ৰাহ্মণ-প্ৰধান ঠাইত আশ্ৰয় লৈছিল। ব্ৰাহ্মণবিলাকে অতীজতে ব্ৰহ্মপুত্ৰৰ পাৰে পাৰেহে স্থানে স্থানে পাম পাতিছিল। কালিকাপুৰাণ আৰু যোগিনীতন্ত্ৰত লৌহিত্যৰ উত্তৰ পাৰ পবিত্ৰ আৰু প্ৰশস্ত বোলাৰ ঘাই গুৰি বোধহয় এইখিনিতে। এছাৰিশিঙীয়া অধ্যাপকৰ ঘৰৰ কোন কেতিয়া শদিয়াৰ পৰা আহিল, কিয় বা কেনেকৈ আহিল, তাৰ উত্তৰ পোৱাৰ এতিয়া কোনো উপায় নাই। উত্তৰ লক্ষীমপুৰৰ এই পৰিয়ালটোৰে এজন টিয়কৰ

এৰালতলী নামৰ ঠাইত থাকিবলৈ ল'লে, নাম আছিল হিমধৰ। হিমধৰ পণ্ডিত লোক আছিল। এৰালতলীত তেওঁ এছাৰিশিঙীয়া অধ্যাপক নামেৰে জনাজাত হৈ পৰিল। এছাৰিশিঙীয়া বোলাৰ হেতু কি তাক সঠিককৈ জনাৰ উপায় নাই। আগেয়ে, কিয় এতিয়াও, উজনি অসমত উপলুঙা নাম একোটাই খাই নামৰ ওপৰত আধিপত্য কৰিছিল। এনে উপলুঙা নামৰ প্ৰতাপৰ পৰা ৰজা, ৰাজগুৰু, ৰাজপুৰুষসকলেও হাত সাৰিব নোৱাৰিছিল। নৰিয়া ৰজা, ভগনীয়া ৰজা, থহুৱা গোহাঞি, টিঙৰামুৰীয়া ভট্টাচাৰ্য, মুকলিমুৰীয়া গোসাঁই প্ৰভৃতি নামবোৰেই সেই কথাৰ সাক্ষ্য দিয়ে। হিমধৰ অধ্যাপকৰো এছাৰিশিঙীয়া তেনে এটা উপলুঙা নাম। মানুহজন কিজানি এছাৰিৰ নিচিনা লিৰিকা আছিল অথবা অধ্যাপকজন খঙাল আছিল, ছাত্ৰৰ ওপৰত সততে এছাৰিৰ আগৰ কোব সোধাইছিল বুলিয়ে কিজানি এনে এটা নাম পালে।

হিমধৰৰ পুতেক ভৱদেৱ টিয়কৰপৰা চাৰিঙলৈ আহে। এখোঁ বা কি সূত্ৰে কেনেকৈ চাৰিঙলৈ আহিল তাৰো একো লিখিত বিৱৰণ নাই। হিমধৰ এছাৰিশিঙীয়া অধ্যাপকৰ পুতেক পণ্ডিত আছিল। এওঁ অলপ কাল চাৰিং ৰজাৰ সভাপণ্ডিতৰূপে চ'ৰাত বহিবলৈ পাইছিল বুলি বংশৰ লোকে কয়। সেইবাবে সভাপণ্ডিতৰ ঘৰ বুলিও তেওঁবিলাকে গুৰিগোষ্ঠীৰ উল্লেখ কৰিব লাগিলে কয়। ভৱদেৱৰ মৃত্যু হয় ১৭৫৪ শকত (১৮৩২ চনত)। গতিকে মৃত্যুৰ চৌবিছ পঁচিছ বছৰৰ আগ ত চাৰিঙলৈ আহিলেও আহোম ৰাজত্বৰ বেলিমাৰৰ আগছোৱাতে চাৰিঙীয়া সভাপণ্ডিতৰূপে ৰজাৰ চাউল খোৱাটো সম্ভৱ হ'ব পাৰে।

ভৱদেৱৰ পুতেক হ'ল হেমকণ্ঠ। হেমকণ্ঠই নামতিৰ বসুন্ধৰ শৰ্মাৰ জীয়েক চিত্ৰাক বিয়া কৰায়। বসুন্ধৰ আৰু তেওঁৰ পিতাক ৰামদেৱ দুয়োজনৰ সংস্কৃত আৰু শাস্ত্ৰত বিশেষ ব্যুৎপত্তি আছিল। তেতিয়াৰেপৰা দুয়োঘৰ বৈদিক সদাচাৰ সম্পন্ন পৰিয়ালৰ এটা সংস্কৃতিগত সম্বন্ধও স্থাপিত হৈছিল। বসুন্ধৰৰ মৃত্যুৰ পিছত তেওঁৰ একমাত্ৰ পুত্ৰ সোমেশ্বৰক লৈ বিধবা মাতৃগৰাকী চাৰিঙৰে ওচৰ-সীমাত থকা জৰাবাৰী গাঁৱত থকা মাতৃ সম্বন্ধে ককাইদেৰেক বটুৰাম শৰ্মাৰ ঘৰৰ ওচৰলৈ উঠি আহে। বহুত দিন পাছত আন এটা সম্বন্ধেৰেও দুই পৰিয়াল ঘনিষ্ঠ হৈছিল।

ভৱদেৱ-পুত্ৰ হেমকণ্ঠৰ লগত বসুন্ধৰ-জীয়াৰী চিত্ৰাৰ বিবাহৰ ফলত

চাৰিটি পুত্ৰ-কন্যা হৈছিল—মহোদৰ, কুমলী, তিলকা আৰু ডিম্বেশ্বৰ। ডিম্বেশ্বৰ মহোদৰতকৈ বয়সত বহুত সৰু। চাৰিং, জাঁজী আৰু জবাবাৰীত ডিম্বেশ্বৰক ডিম্ব বুলিহে মানুহে উল্লেখ কৰিছিল। ডিম্বেশ্বৰে বিয়া কৰাইছিল মেলেং বামুণ গাঁৱৰ তোমেশ্বৰ শৰ্ম্মা শ্ৰুতিকৰৰ দ্বিতীয় জীয়াৰী তুলসীক। তোমেশ্বৰ শৰ্ম্মাৰ বংশৰ মানুহ কাকজান, যোৰহাট আৰু পীৰাকটাত আছে। এই বংশটোত ডুষৰমানে শ্ৰুতিকৰ উপাধি লিখে। শাস্ত্ৰ-চৰ্চ্চাত আৰু পাণ্ডিত্যৰ খ্যাতি থকা বাবেই বোধহয় এই উপাধি পাইছিল। তোমেশ্বৰ শৰ্ম্মাৰ দ্বিতীয় গৰাকী কন্যা তুলসীয়েই বেণুধৰ শৰ্ম্মাৰ মাক। তুলসীৰ ঘৰত মতা নাম আছিল পাহিতা।

তুলসী ডিম্বেশ্বৰৰ বিবাহৰ ফলত ১৮৯৪ চনৰ ১৫ নৱেম্বৰত (১৮১৬ শকৰ কাতিৰ ৩০ দিন যোৱাত) সাঁজ লাগি যোৱাৰ অলপ পাছতে নিশা চাৰিভাঁৰ পৰ যাওঁতে পিতৃ-মাতৃৰ প্ৰথম সন্তান বৃষলগ্নত, বৃষৰাশিত এটি পেন্দুকনা ল'ৰাৰ জন্ম হৈছিল। ৰাশি অনুসাৰে নাম পৰিছিল বোধেশ্বৰ, প্ৰখ্যাত নাম বেণুধৰ। জন্মৰ অলপ দিন পাছতে বেণুধৰ পঁয়া লাগি শুকাই-খীণাই গৈছিল। গাঁৱলীয়া চিকিৎসা আৰু জাপ-জৰীৰ গুণত পাছত আকৌ খোলোকাটি হৈ পৰিছিল। মাত ফুটোঁতে বহুত দিন লাগিলত ঘৰৰ মাক-দেউতাক-ককাকৰ দুশ্চিন্তা হৈছিল। ছাগলীৰ জিভা ৰান্ধি খুৱালে ভাল হয় এনে বিধান পাই ছাগলীৰ জিভাকো খুৱালে। পিছত যেনিবা মাত ফুটিল। তেতিয়াৰ সেই পঁয়া লাগি আকৌ খোলোকাটি হোৱা, ছাগলীৰ জিভা খাই মাত ওলাই কথাৰ সাগৰ হোৱা চাৰিঙৰ গজপুৰীয়া মণ্ডলৰ চুকৰ ডিম্বেশ্বৰ শৰ্ম্মাৰ প্ৰথম পুত্ৰ বোধেশ্বৰেই পাছৰ কালৰ অসমীয়া সাহিত্যৰ সুৱাগমণি বুৰঞ্জীবিদ বেণুধৰ শৰ্ম্মা।

ডাঙৰ হৈ ইংৰাজী বিদ্যালয়ত পঢ়ালৈকে বেণুধৰ শৰ্ম্মাৰ ককাক হেমকণ্ঠ জীৱিত আছিল। ডিম্বেশ্বৰ শৰ্ম্মাৰ বিয়াৰ পাছতে তেওঁৰ ডাঙৰ ককায়েক মহোদৰে পুৰণি বাৰীখন মাজতে ডুকাল কৰি এফালত পৃথকভাৱে থাকিবলৈ ললে। বেণুধৰৰ ককাক হেমকণ্ঠ সৰু পুতেক ডিম্বেশ্বৰৰ লগতে থাকিল। হেমকণ্ঠ তেতিয়া বিপত্নীক। ডিম্বেশ্বৰৰ জন্মৰ পাছতে তেওঁৰ মাক চিত্ৰা অলপ বয়সতে গতায়ু হয়। বিপত্নীক ককাক আৰু সমস্ত পৰিয়ালৰ পৰিচৰ্য্যাৰ ভাৰ পৰিছিল সুশীলা আৰু প্ৰমিলা বেণু-মাতৃ তুলসীদেৱীৰ ওপৰত। গাৱঁৰ সম্পন্ন গৃহস্থালিৰ গৃহিণী এগৰাকীৰ

তেতিয়াৰ দিনত বন-বাৰিৰ অন্ত নাই। চক, গক, ঢেঁকী, চোতাল আৰু ঘৰ লাগিয়ে আছে, হালোৱা-পথৰুৱাৰ তাৰৰ মাৰিব লাগেই, তাৰ ওপৰত আকৌ তাঁতৰ পাট। তুলসী দেৱীয়ে এই সকলো কাম কৰিও শহুৰেক হেমকণ্ঠৰ আলপৈচানতো অকণো হীন ডেঢ়ি ঘটিবলৈ নিদিয়াকৈ গৃহিনীৰ কৰ্ত্তব্য সুচাৰুকৈ পালন কৰিছিল। এনে ক্লান্তিহীন দিনচৰ্য্যাৰ মাজতো সদায় প্ৰসন্ন-বদনা, স্নেহময়ী প্ৰত্যক্ষলক্ষ্মী আছিল তুলসীদেৱী। বেণুধৰ শৰ্মাই নিজৰ সোঁৱৰণৰ টোকাত এঠাইত লিখি থৈ গৈছে "আমাৰ মাতৃদেৱীৰ নিচিনা গৃহলক্ষ্মী আজিলৈকে বহুতত দেখা নাই" [ মঃ মেঃ ]

ককাক হেমকণ্ঠ শৰ্মা এজন সদাচাৰনিষ্ঠ কোঢ়ামুঠীয়া অভিভাৱক আছিল। খুড়ৰ ভমক একোটাও তেখেতৰ স্বভাৱৰ লগৰীয়া আছিল। নাতিয়েকহঁতে পুৱা ফলি-পুথি লওঁতে তঙাল তুলাই বা বাঁহৰ আন কাম কৰি ওচৰতে বহি থাকে, কৰবাত যদি কিবা এটা ভুলহে হল তুলাই থকা তঙালেৰেই বা চাঁচি থকা কামীডালেৰেই কোব এটা শোধাই দিয়ে। সোনকালে শুই উঠা, শৌচাচাৰ কৰা, হাত মুখ ধুই পূজাৰ কাৰণে ফুল তোলা, গা ধোৱা ইত্যাদি নিত্যকৰ্ম্মবিলাকত অলপো হেৰ-ফেৰ কৰা সহ্য নকৰিছিল। এই বিষয়ে নাতিয়েকহঁতেও অকণো তুৰিমুৰি কৰিব নোৱাৰিছিল। এছাৰিশিঙীয়া অধ্যাপকৰ ঘৰত নিত্য-নৈমিত্তিক কৰ্ম আৰু সমাজ বিহিত সদাচাৰবিলাক কেতিয়াও ইফাল সিফাল হব নোৱাৰিছিল। পাঠশালা স্কুলত পঢ়োঁতেই বেণুধৰে এবাৰ অব্ৰাহ্মণৰ ঘৰত পকা জলপান এটা ধৰি আহি কাকো ফুটকে নিদিয়াকৈ আছিল। গাঁৱৰ কথা লুকাই নাথাকে, অহকাণে, পহুকাণে গৈ সেই কথা ককাদেউতাকৰ কৰ্ণগোচৰ হ'ল। সক হলেও সেই কালত এইবোৰ টিলিকিতে উৰাই দিয়া কথা নাছিল। বেণুধৰে পাঁচঅনা পইচা ( এক ধেনু ) ভৰি পৰাচিত হৈহে শুদ্ধ বুলি ঘৰৰ মজিয়াত স্থান পালে। তাকে কৰাইহে অভিভাৱকসকল নিশ্চিন্ত হৈছিল। এনেবিলাক নিকপকপীয়া নীতি পালনে ল'ৰা-ছোৱালীৰ কেতিয়াবা সেইবোৰৰ প্ৰতি বিতৃষ্ণাও জন্মায়, কেতিয়াবা কোনোৰ স্বভাৱগত অভ্যাসত পৰিণত হয়। বেণুধৰ শৰ্মাৰ বেলিকা এটা বিদ্ৰোহৰ কণিকাহে মনৰ কোনোবা এচুকত ৰৈ গ'ল। পাছলৈ সেই বাধা-নিষেধবোৰ পালন যি নকৰিছিলেই, তাক

ভঙ্গ কৰিবলৈকো দ্বিধাবোধ নকৰিছিল।

সেই সময়ত খেতিয়ে-পথাৰে, গৰুৱে-মহে, যথাসম্পন্ন গাঁৱৰ পৰিয়াল এটাৰ আন আন ল'ৰাছোৱালীয়ে যি খাইছিল, যেনেকৈ ৰং ধেমালি কৰিছিল, বিয়াবাৰ ভাওনা-সবাহত গাত গোঁসাই নথকা হৈ উৰাউল হৈছিল, বিহুৰে সংক্ৰান্তিয়ে যিভাৱে কলৈ যাওঁ গোপাল কলৈ যাওঁ কুপালখন লগাইছিল বেণু শৰ্মাৰ শৈশৱ জীৱনতো তাৰ একো ব্যতিক্ৰম হোৱা নাছিল। কুলি, কেতেকী; সহদেউ, কৃষ্ণ চৰাইৰ মাত শিঁয়াৰি শিঁয়াৰি নিজৰ আৰু কেতিয়াবা লোকৰ বাৰীৰ আম, লেতেকু, মধুৰিআম, জেনেৰু টেঙা, পনিয়ল আদি পাৰি খোৱা, চোতালত মৰণা মাৰোঁতে কুঁহিয়াৰ চোবোৱা, পাছফালৰ বাৰীৰ গছত খাজ লগাই তেল পেৰা বেতেৰিত হেঁচা দিবলৈ কাঠ ডালত ঘোঁৰা উঠাদি হেঁচা দিয়া, মুগা চোমনিত গৈ মুগাৰখীয়াৰ কষ্টেকীয়া 'বানপ্ৰস্থী' জীৱনৰ আলেখ-লেখ চোৱা, গধূলি চোতালত সাধু শুনা বা ককাকৰ মুখে "গবহা বাহনং যেষাং ত্ৰিকচাঃ কৰভূষণম্'' প্ৰভৃতি শ্লোক আঁওৰোৱা, আখৰ চিনাৰ পাছত ৰামায়ণ মহাভাৰত পঢ়া বা পঢ়ি শুনোৱা, এইবোৰ সকলোৰেই বেণু নামৰ গজপুৰীয়া মণ্ডলচুকৰ ল'ৰাটিৰো শিকাৰ সময় লৰাকাল সোণাময় কৰি থৈছিল। আজিকালি পঢ়াশলীয়া ল'ৰাবহে নালাগে ডাঙৰ ল'ৰাছোৱালীৰো এইবোৰ অভিজ্ঞতা সঞ্চয় কৰা সুযোগ নাই, গাৱঁতো নোহোৱা হৈছে।

এবাৰ এঘৰত আম চুৰ কৰি কি নগুৰ-নাগতি হবলগীয়া হৈছিল তাক শৰ্মাই নিজে বৰ্ণাই কৈছে। এঘৰৰ বাৰীৰ চুকত থকা আম খাবলৈ কেইটামান লগৰীয়াৰে সৈতে বেণুধৰো গৈছিল। কেইটামান কুকুৰে বোকৰাই খেদি আহিল। গছত উঠিব খুজিছিলহে, উঠিবলৈ নোপাওঁতেই কুকুৰৰ খেদাত তধা-মধা দেখি যেয়ে যেনি পায় তেনি পলাবলৈ ধৰোঁতে খালে-ডোঙে জপিয়াই দৌৰ দিলে। বোকাই লুতুৰি পুতুৰি হৈ পলাই যোৱা দেখি কুকুৰ কেইটা উলটি গ'ল। সেই সময়তে সেই পিনে এজন বুঢ়া ভকত যাওক, তেওঁ ল'ৰাইঁতৰ দুৰ্দশা দূৰৰে পৰা দেখি আছিল। লৰাইঁতক মাতি কলে যে কুকুৰে খেদি আহিলে মাটিত থামোচ মাৰি বহি দিব লাগে, আৰু তেতিয়া হলে কুকুৰে খেদি নাহে, ঠাইতে ৰৈ যায়। গ'ল কথা গুচিল; বহুত কাল পাছত বেণু শৰ্মা এবাৰ এক বাগিচাৰ চাহাবৰ বঙলালৈ যাওঁতে তেনেকৈ ৰাওমুৱা কুকুৰ এটাই খেদি আহিছিল। বুঢ়া ভকতে শিকোৱা বিদ্যা তৎক্ষণাৎ

মনত পৰি শৰ্মাই ততালিকে মাটিত ৰহি ঘঁাহত থামোচ মাৰি ধৰিলে। হয়, কুকুৰ নিমাত হ'ল।

এনেকুৱা শতধা-সঞ্চিত স্মৃতিৰ সুৰদী কণাবোৰে বেণুধৰৰ মন তোলপাৰ কৰি আছিল, পাছৰ জীৱনতো। এনেবোৰ স্মৃতি কণাই সকলোকে অলপ নহয় অলপ অতীতমুৱা কৰে। বেণু শৰ্মাৰো গাঁও-জীৱনৰ শৈশৱ লীলাৰ স্মৃতি-সাঁচবোৰ ধ্ৰুৱতৰাৰ দৰে দিশনিৰ্দেশক হৈ উত্তৰ জীৱনলৈকে তৰবৰাই থাকিল। পাৰ্থক্য ইমানেই পাছৰ জীৱনৰ সাহিত্য কৰ্মতো জীৱনোদয় কালৰ অভিজ্ঞতাৰ সম্পদে ধাৰাসাৰে ৰঙীন পোহৰ ছটিয়াই আছিল। ডঃ দিলীপ বৰুৱাই কৈছে যে "শৰ্মাই গ্ৰাম্য আত্মাৰ প্ৰকৃত উমেৰে এই পুথি (অৰ্থাৎ কাঁচিয়ালি ৰ'দত) সঞ্জীৱিত কৰিব পাৰিছে" (অঃ গ্ৰঃ ১৬৯)। তাৰ প্ৰেৰণ-উৎসৰ পম খেদিলেও আমি গ্ৰাম্য জীৱনৰ শৈশৱ-লীলাত উপনীত হমগৈ।

পাঁচ বছৰ উকলি যোৱাৰ পিছত ১৯০০ চনত বেণুধৰৰ বিদ্যাৰম্ভ হয়। উজনি অসমত বামুণৰ ল'ৰাবিলাকৰ সংস্কাৰ কৰ্মবিলাক যথা কালত কৰি যোৱাৰ নিয়ম এক প্ৰকাৰ নোহোৱা হৈছিল। জাতকৰ্মৰ পৰা সমাবৰ্তন-লৈকে গোটেইখিনি একে দিনাই এঘাৰ-বাৰ বছৰত উপনয়নৰ দিনাই 'সোপায়ং নমঃ' কৰি থোৱাৰ নিয়ম ইতিমধ্যে চলতি হৈ পৰিছিলেই। পাছে বিদ্যাৰম্ভটো সৰস্বতী পূজা এভাগ কৰি বা কাৰো ঘৰত বিষ্ণু সহস্ৰনাম পাঠ কৰাই ফলি-পুথি হাতত দি প্ৰথম বৰ্ণ পৰিচয় কাৰোবা নিয়ম এটা চলি আছিল। এই কামটো ককাক থাকিলে ককাকে, নাথাকিলে পিতাকেই কৰিছিল। এভাৰ সনা কাঠৰ ফলি বা কলপাতত অ. আ. ক. খ. লিখি বালকক প্ৰথম বৰ্ণ পৰিচয় কৰোৱাইছিল। আজিকালি কাঠৰ ফলি, কলপাতৰ দিন উকলিল। উকলে উকলক, তাত ক্ষতি নাই। শিলৰ ফলি বা ভাল কাগজ পয়চা দিলেই কিনিবলৈ পায়। পয়চা নো কেলৈ লাগিছে? আজিকালি মাত ভালকৈ ফুটিলে নে কি বিদ্যাৰম্ভ কৰোৱা হয়। হয় হে হয়, এক শ্ৰেণীৰ ল'ৰা-ছোৱালীৰ বৰ্ণ পৰিচয়ো A. B. C. D. কেইটাৰেহে কৰোৱা হয়। অসমীয়া অ. আ. ক. খ. কেইটাই অলপ দিন পাছলৈ থাপ দি থাকিব লাগে, দ্বিতীয় শ্ৰেণীৰ নাগৰিকৰ নিচিনাকৈ। বেণুধৰৰ দিনত এই দুৰ্ভোগ নাছিল।

পানীন্দ্ৰনাথ গগৈৰ আগছোৱা আৰু মাজছোৱাৰেই বেণুধৰৰো আখৰ আৰু যুক্তাক্ষৰ চিনাকিৰ প্ৰথম পুথি আছিল। হেমচন্দ্ৰ বৰুৱাৰ আদি-পাঠ

পুথিৰ পাছত এই দুখনেই অসমীয়া বৰ্ণ পৰিচয়ৰ প্ৰথম পুথি হিচাপে বহুত দিনলৈ পাঠ্য-তালিকাৰ অন্তৰ্ভুক্ত হৈ আছিল। পাছত এনে পৰ্য্যায়ৰ পুথি ওলাইছে আৰু চলিছেও, কিন্তু পানীন্দ্ৰ-গগৈৰ লৰ'াশিক্ষা আদিছোৱা আৰু মাজছোৱাক ছেৰ পেলাব পাৰিছে বুলি হলে পুৰণি চাম শিক্ষিত বা অৰ্দ্ধশিক্ষিত কোনেও কব নোখোজে। পুথি দুখনৰ বহুত গুণ আছে। কি দুৰ্ভ'গত আজিকালি পাঠ্য তালিকাৰপৰা বাদ পৰিল তাক বুজা টান। বেণুধৰ শৰ্মাই এই কিতাপ দুখনেৰেই বৰ্ণ পৰিচয়ৰ বিদ্যা অৰ্জন কৰি সফলতা লাভ কৰিছিল। পাছৰ কালত তেখেতে এই কিতাপ দুখনৰ ভূয়সী প্ৰশংসা কৰিছিল। এদিন এই লিখকক কৈছিল—"পানীন্দ্ৰ গগৈয়ে কই য়ই ক্য আদি সৰল যুক্তাক্ষৰেৰে মাজছোৱা আৰম্ভ নকৰি ক্ষ ক্ষ্ম আদিৰে পাঠ আৰম্ভ কৰাৰ যুক্তি আছে। আৰু যে টান টিলাৰ কথা কৈছা সেইটো তুমি আজিহে কৈছা। সককালিতে পঢ়োঁতে জানো কোনটো টান, কোনটো টিলা কিবা বুজি পাইছিলা। ডাঙৰে পোনতে যিটো শিকাইছিল, তুমিও তাকে শিকিছিলা আৰু মনত ৰাখিছিলা।" তেখেতৰ এই মতত বহুতে হয়ভৰ নিদিবও পাৰে। বেণু শৰ্মা ল'ৰাজন যেনেকৈ তীখৰ আছিল বুদ্ধিও আছিল তীক্ষ্ণধাৰ। তীক্ষ্ণ বুদ্ধিৰ লৰাৰ অনুভৱৰ পৰা কিতাপৰ গুণাগুণ ঠাৱৰ কৰাযাব পিচ্ছিল সিদ্ধান্ত। ল'ৰা বেণুধৰৰ আশুগ্ৰাহিতা সম্পৰ্কে শিৱসাগৰ হাইস্কুলৰ দিনৰ অভিভাৱক স্বৰ্গীয় গোলাপ শৰ্মাই এদিনৰ এটা কথা এই লেখকক কৈছিল। গোলাপ শৰ্মা এদিন চাৰিঙলৈ যাওঁতে সম্বন্ধত ককায়েক ডিম্বেশ্বৰ শৰ্মাৰ ঘৰলৈ গৈছিল। সেই সময়ত বেণুধৰে চ'ৰা ঘৰতে কঠ পাৰি পীৰা এখনত মাজছোৱাৰ পৰা কিবা আঁখৰ লিখি আছিল। গোলাপ শৰ্মাই চাওঁ বুলি কিতাপখন লৈ বেণুধৰক লিখিবলৈ কলে "চাওঁ লেখচোন, ধৃতৰাষ্ট্ৰ জন্মান্ধ আছিল" ইত্যাদি কেইটামান বাক্য। বেণুধৰে সেই এটাই কেইটা বাক্য নিৰ্ভুলকৈ নিৰহ-নিপানী আখৰেৰে তৎক্ষণাত লিখি দিছিল। তেতিয়া হেনো স্কুলত মাজছোৱা পুথি পঢ়াই অঁতোৱাই নাছিল।

১৯০০ চনত ঘৰতে বিদ্যাৰম্ভ হৈ গলেও ১৯০১ চনত হে পাঠশালাত নাম ভৰ্ত্তি কৰা হৈছিল। পাঠশালাখনৰ নাম আছিল 'চমাৰ গাওঁ ৬৮ নং পাঠশালা'। এইখনেই আছিল গোটেই চাৰিঙত একেখনি পাঠশালা। নামটো চমাৰ গাঁও আছিল যদিও ঠিক চমাৰ গাৱঁতে পঢ়াশালিখন

নাছিল। চমাৰ গাঁৱতো তেতিয়া চমাৰৰ বসতি নাছিল। পূৰ্বতে সেই ঠাইত চমাৰবিলাকৰ বসতি আছিল, আৰু সম্ভৱতঃ বাৰ্ম্বৰতি বিলাকৰ বান্ধৰ কাৰণে ম'হ ছালৰ যোগান ধৰিছিল। সেই চমাৰ গাঁৱৰ চমাৰবিলাক কলৈ গ'ল কোনেও কব নোৱাৰে। সেই চৰ্ম ব্যৱসায়টো অসমত অনাদৃত হৈ লোপ পালে। চমাৰ গাঁৰ পাঠশালাখন আছিল আৰু এতিয়াও আছে নগা আলিৰ দাঁতিত, বেণু শৰ্মাৰ চাবিঙৰ ঘৰৰ পৰা ডুমাইলমান দূৰৈত। কি বাৰিষা কি খৰালি, গাঁৱৰ মাজে, মাজে গৈহে স্কুল পাবগৈ লাগিছিল। বাটত যাওঁতে বাৰীৰ দাঁতিত থকা বাটৰ কাষৰ আম সুমথিৰা টেঙা আদি বস্তৰ ফল য'ত যি পাইছিল পঢ়াশলীয়া ছাত্ৰবিলাকে ফমুটিয়াই খোৱা এটা সজ আছিল। কেতিয়াবা গিৰীহঁতৰ গালি শপনি খাইছিল, কেতিয়াবা কুকুৰৰ খেদা খাই তৎমৎ হেৰাইছিল।

বেণুধৰ শৰ্মাৰ পঢ়াকালৰ শিক্ষকজনৰ নাম আছিল ঠানুৰাম কৈঁওট। সাধাৰণতে মানুহে ঠানুৰাম পণ্ডিত বুলিয়ে কৈছিল। পাছত দত্ত উপাধি লগাইছিল। পণ্ডিতজনে নিষ্ঠাৰে পঢ়াইছিল। ছাত্ৰবিলাকৰ খবৰ সততে লৈছিল আৰু ঘৰত গৈয়ো উদগনি দিছিল। বেণুধৰে বৃত্তি পৰীক্ষা দিলে ১৯০৪ চনত। ১৯০৫ চনত তাৰ ফল ওলাইছিল। এই পৰীক্ষাত উত্তীৰ্ণ হৈ মাহিলি তিন টকীয়া বৃত্তি লাভ কৰিলে। খবৰটো ওলোৱাৰ পাছত ঠানুৰাম পণ্ডিত বেণু শৰ্মাৰ ঘৰলৈ আহিছিল আৰু শুভ ইচ্ছা জনাই বহুত প্ৰকাৰে ভৱিষ্যতৰ কাৰণে উদগাইছিল। সেই দিনটো শৰ্মাৰ বাবে বিশেষভাবে স্মৰণীয় আছিল। পণ্ডিত যেতিয়া ঘৰলৈ আহিছিল সেই সময়ত বেণুধৰে আগৰ মধুৰিআম গছত বগাই মধুৰিআম খাই আছিল। পণ্ডিতক অহা দেখি উধাতু খাই জাপ মাৰি দিওঁতে কৰ্ক'ল খাই পৰি হৰ্ষ-বিষাদ ঘটাইছিল। বিশেষ আঘাত নালাগিলেও এসেকা যে পাইছিল সেই কথা সুঁৱৰি নিজেই হাঁহিছিল। এইটো ভয় আৰু সম্ভ্ৰমৰ মিহলি এক প্ৰকাৰ মনৰ প্ৰতিক্ৰিয়াৰ শাৰীৰিক লক্ষণ। শিক্ষকৰ প্ৰতি সেই ভয় আৰু সম্ভ্ৰম ছাত্ৰসকলৰ স্মৃতিৰ সাঁচনীয়া ধন।

চাবিঙৰ কেইবামাইলৰ ভিতৰত একেখন পাঠশালা বাবে বহুত দূৰ গাঁৱৰ ল'ৰাই একেলগে পঢ়াৰ সুযোগ পাইছিল। আৰু কঠিয়াতলী তাৰ বাৰীচুকৰ সুৰুকীয়া বাটেদি গৈ নগা-আলিত উঠিবলগীয়া হৈছিল।

আজি কালিৰ নিচিনা পোন বাট-পোৰালিবোৰ নাছিল। খৰালি যহন তহন, বাৰিষা সেই বাটবোৰ পঙ্কাকুল আছিল। গতিকে ল'ৰাইতৰ আহোঁতে যাওঁতে সময় যি লাগিছিলেই, পথশ্ৰমো হৈছিল। এইবোৰ সেইকালত শাপে বৰ হোৱাদি হৈছিল। ল'ৰাবোৰে কষ্টসহিষ্ণু হ'বলৈ আৰু পথশ্ৰম কৰিবলৈ শিকিছিল। বহুত গাঁৱৰ মাজত এটা পঢ়াশালি থকাৰ পৰা আৰু এটা লাভ হৈছিল, ইখন গাঁৱৰ লগত সিখন গাঁৱৰ ল'ৰা-ছোৱালীৰ চা-চিনাকি হৈছিল। বেণুধৰেও এই সুযোগ পাইছিল আৰু বিভিন্ন গাঁৱৰ বেলেগ জাত, ব্যৱসায়, ধৰণ-কৰণ আৰু পৰিৱেশৰ মানুহৰ লগত পৰিচয়ৰ যোগে ভৱিষ্যৎ সমাজ-কৰ্মৰ আৰু গাওঁমুখী কাৰ্য্যক্ৰমৰ অজ্ঞাতসাৰে হ'লেও আহিলা আহৰণ কৰিছিল। আজি কালি চুবুৰীয়ে চুবুৰীয়ে পঢ়াশালিবোৰ হোৱাত এপিনে যেনেকৈ লৰাছোৱালীৰ সুবিধা হৈছে, আনপিনে চিনা-চিনিৰ মাত্ৰা কমি আহিছে। ডাঙৰ হৈ ওচৰৰ গাৱঁৰ মানুহকো চিনি নোপোৱাৰ অলেখ দৃষ্টান্ত আছে। নিজৰ দেশখন পূবপশ্চিম মাৰি ভালকৈ দেখিলেহে হৃদয়ত থকা দেশপ্ৰেমৰ পাগ উঠে। সেইদৰে নিজৰ চাৰিওফালৰ জনপদবিলাক যি দেখিছে, ফুৰিছে আৰু বুজিছে তেওঁৰহে স্বস্থান-প্ৰীতি হৃদয়ত উপচি পৰে।

চাৰিঙৰ গাৱেঁ-ভূঁয়ে সকলো তৰপৰ মানুহে অবাধে মিলি-জুলি পাছৰ কালত অসহযোগ আন্দোলন বা আন সমাজ-কৰ্মৰ কাৰণে প্ৰয়োজনীয় সমাজপ্ৰেমী মনটোৱে পঢ়াশলীয়া জীৱনতে পুষ্টি লাভ কৰিছিল। ফল কথা চাৰিঙে বেণুশৰ্মাক পোনতে গঢ় দিলে, আনপাকেদি বেণুশৰ্মায়ো চাৰিঙক বিখ্যাত কৰিলে। লৰাকালৰ স্মৃতিবোৰ আত্মগোপন কৰি থাকে, মনৰ অতিভূমিৰ ভেৰত এই স্মৃতিবিলাকে আপোনাৰ ৰসতে আপুনি পোহ লৈ পাছৰ কালত পাহ মেলে। বিভিন্ন দেশৰ বহুত সাহিত্যিকক লৰাকালৰ স্মৃতিবিলাকে পাছৰ কালৰ সাহিত্য-কৰ্ম সমিন্ধনৰ লাগনী যোগাইছিল। ৱাল্টাৰ স্কট, টমাছ হাৰ্ডি আদি লেখকসকলৰ জীৱনীয়ে ইয়াৰ উজ্জ্বল প্ৰমাণ দিয়ে। বেণু শৰ্মাৰ মানসতলীত থকা লৰাকালৰ গ্ৰামলীলাবোৰো শতধা বিস্ফুৰিত হৈ পাছৰ কালত সাহিত্য-জীৱনত বিকাশপ্ৰাপ্ত হৈছিল। প্ৰশ্ন উঠিব পাৰে, গাৱঁত বহুত ল'ৰা উপজিছে, ডাঙৰ হৈছে আৰু প্ৰতিষ্ঠাবান হৈছে, সেই এটাইবিলাক বেণুশৰ্মাৰ নিচিনা হব পৰা নাই কিয়? বেণুশৰ্মা হ'বলৈ এটা কল্পনা-প্ৰৱণ আৰু যথাগ্ৰহণক্ষম মন লাগে। খাল-

ডোঙৰ ঘোলা পানীত সূৰ্য্যৰ প্ৰতিবিম্ব পৰে, পৰিলেও তাৰ জিৰবিৰণি নাথাকে। ডাঙৰ পুখুৰীৰ পানীত সেই প্ৰতিবিম্ব জিলিকি উঠে। 'মজিয়াৰ পৰা মেজলৈ' নাম দি লিখা আত্মজীৱনৰ কথা বেণু শৰ্মাই এইষাৰ বাণীৰে আৰম্ভ কৰিছে।

"গাৱঁত ওপজা দেখি মই গাৱঁলীয়া আৰু গাৱঁলীয়া বুলিয়েই গৌৰব কৰোঁ, সেই বাবে পাটকীৰ (কুঁৱাৰ) পাটবেং নহওঁ। যাৰ হেঁপাহৰ অন্ত নাই সিয়েই দুখীয়া ; মোৰ হেঁপাহ নাই, সেই গুণে মই কেতিয়াও দুখীয়া বুলি নাভাবো যদিও সংসাৰীৰ চকুত মই দুখীয়া আও দুখীয়া। মই কেতিয়াও নিজকে হীন বুলি নাভাবো। হীনতা নাই কাৰ ? মোৰ আশা আছে, উদ্যম আছে, গতিকে মই আনতকৈ কেতিয়াও সৰু নহওঁ" (১৯৬৯ চনত লিখা টোকা এটা)।

এইখিনি কথাৰপৰাই বেণুধৰ শৰ্মাৰ গাঁও-জীৱনৰ প্ৰতি অপৰিমিত শ্ৰদ্ধা আৰু উৎফুল্ল গৰ্বেবোধৰ আভাস পোৱা যায়। "ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ তাণ্ডৱণ" নিজৰ গাঁওখনিয়ে, পুৰণি চাৰিঙে অতীত মাধুৰীৰ মধুকৰ, বুৰঞ্জীবিদ বেণুধৰক জন্ম দিলে। সমসাময়িক চাৰিঙে স্বাধীনতাৰ ৰণচাৰী সমাজ-কৰ্মী বেণুধৰ শৰ্মাক গঢ় দিলে। চাৰিং-মোহৰ জালটোৱে বুঢ়াকাললৈকে বেণুশৰ্মাক লগ এৰা নিদিলে। গুৱাহাটীৰ নিজা বাসস্থান পকীঘৰৰপৰা পুতেক বোৱাৰীয়েকহঁতক তিলমানো জান নিদিয়াকৈ কোনোবা এদিনা লাম-লাকুটখিনি নিজেই বন্ধা-ছটা কৰি ওলাই গ'ল যি গলেই, চাৰিং পালেগৈ। কেতিয়াবা আকৌ গা উঠিল যে চাৰিঙত থকা মুখপাট্টা মাটি এডোখৰতে ঘৰ এটা সজাই একান্ত বাস কৰিব। পুত্ৰ পৰিবাৰ কাৰো লগত একো পৰামৰ্শ নকৰাকৈ এবাৰ গৈ ইটাৰ ভাটা এটা মৰাই ঘৰ এটা তৰিলেই। সেই ঘৰ অযত্নে তৰাতেই থাকিল, ছেগ মৰা তস্কৰৰ হাতত আধ্যা পৰিল। এইবোৰ থামাথা কৰা কামৰ মূলতে আছিল চাৰিঙৰ কঠাল-এঠা যেন মোহ। পাৰোঁতে তেখেতে নো নিজেই কৈছিল নে "গুৰিটো চাৰিঙত হেদালিখন গোটেই অসমত।" এই চাৰিং-প্ৰেমৰ জুই শালেই শৰ্মাৰ দেশপ্ৰেমৰ কমাৰশাল হ'লগৈ। অধ্যাত্মশাস্ত্ৰৰ "পিণ্ডে ব্ৰহ্মাণ্ডম্" কথাষাৰ জীৱনৰ আন ক্ষেত্ৰতো খাটে।

# দুপতীয়া

## (১৯০৫-১৯১৫)

ছাত্ৰবৃত্তি পৰীক্ষাত কৃতিত্বৰ ফলত তিনি বছৰৰ কাৰণে তিনটকীয়া জলপানী পোৱা সংবাদটো বেণুধৰৰ পিতৃ-মাতৃৰ পক্ষে আনন্দদায়ক হৈছিল সঁচা, কিন্তু লগে লগে চিন্তাদায়কো হৈ পৰিছিল। বৃত্তি পাই উত্তীৰ্ণ হোৱা ছাত্ৰ এজনক উচ্চ ইংৰাজী স্কুললৈ পঠিয়াবই লাগিব, নপঠিওৱাযাৰ কম বেজাৰৰ কথা নহব। ইপিনে ওচৰত হাইস্কুল নাই, শিৱসাগৰলৈ যোৱাৰ বাহিৰে আন ঠাইলৈ যোৱাৰ সুচল নাছিল। শিৱসাগৰত তেতিয়া দুখন ইংৰাজী স্কুল আছিল—শিৱসাগৰ গৱৰ্ণমেণ্ট হাইস্কুল আৰু বেজবৰুৱা হাইস্কুল। ছাত্ৰবৃত্তি পোৱাবিলাকে গৱৰ্ণমেণ্ট স্কুলত নপঢ়ি আন স্কুলত পঢ়ি বৃত্তি পাবলৈ হলে বিশেষ অনুমোদন লাগিছিল। গতিকে শিৱসাগৰ গৱৰ্ণমেণ্ট স্কুলত নাম লেখোৱাটো এক প্ৰকাৰ পূৰ্বনিৰ্দ্ধাৰিত। সমস্যা এইটো নহয়, সমস্যা হ'ল শিৱসাগৰত থকাৰ ঠাইৰ। কোনো আপোনজনৰ পৰিয়ালৰ লগতে থাকিবলৈ বুলিও তেনে এজন লোক শিৱসাগৰত তেতিয়া নাছিল। ছাত্ৰাবাসত থাকি পঢ়া কথা ভাবিবলৈকো কিছুমান বাধা আছিল। অৰ্থৰ নাটনিতকৈও ঘাই কথা আছিল নীতি-নিয়ম ৰক্ষা। তাতে আকৌ পূৰ্ণ পৰ্য্যায়ৰ ছাত্ৰা-বাস তেতিয়া নাছিলেই হবলা। সেই সময়ত শিৱসাগৰ নগৰৰ নিগাজি পৰিয়ালবিলাকৰ বাৰীত বহা একোটা সাজি দূৰ অঞ্চলৰ লৰাবিলাকে তাতে আশ্ৰয় লৈ পঢ়িছিল। যাৰ বাৰীৰ বহাত আশ্ৰয় কৰি থাকে তেওঁ স্থানীয় অভিভাৱক হৈ ল'ৰাইতৰ শুভাশুভৰ প্ৰতি লক্ষ্য ৰাখিছিল আৰু আশ্ৰয়ত থকা ছাত্ৰবিলাকক পৰিয়ালৰে এজন বুলি গণ্য কৰিছিল। এই সুপ্ৰথাটো বহু দিনলৈকে চলিছিল। এতিয়াও বিলুপ্ত হোৱা নাই কিন্তু পূৰ্বৰ সেই আপোন আপোন ভাবৰ ঠাই 'বাৰীৱালা ভাৰাটীয়াৰ' সম্বন্ধই অধিকাৰ কৰিলে।

শিৱসাগৰত ভৰাম (ভৱৰাম) কাকতী নামেৰে এনে এজন ছাত্ৰ প্ৰজা-প্ৰতি আছিল। তেওঁৰ টোলত সৰু সৰু ধেৰী ঘৰ সাজি বহুত ছাত্ৰ সকলো সময়তে আছিল। আগতে কৈ অহা বসুন্ধৰৰ নাতি গোলাপ চন্দ্ৰ শৰ্মা বেণুধৰৰ সম্বন্ধত দদায়েক আছিল। এসম্বন্ধে ককায়েকো আছিল। গোলাপ শৰ্মাই ভৰাম কাকতীৰ বাৰীতে বহা সাজি থাকি শিৱসাগৰৰ বেজবৰুৱা হাইস্কুলত পঢ়িছিল। তাতে থাকি পঢ়ি ১৯০৪ চনত এণ্ট্ৰেঞ্চ পৰীক্ষাত উত্তীৰ্ণ হয়। এণ্ট্ৰেঞ্চ পৰীক্ষা পাৰ হৈ কলেজলৈ যোৱাৰ সমল নথকাত শিৱসাগৰ কাছাৰীত প্ৰবেশনাৰ হৈ সোমায়। কামত সোমায়ো পূৰ্বৰ থকা ভৰাম কাকতীৰ সান্নিধ্যতে আগৰ ঘৰটোকে অলপ আহল বহলকৈ লৈ থাকিবলৈ ললে। গোলাপ শৰ্মা তেতিয়া বিবাহিত যদিও শান্তি বিয়া কৰাই পত্নীক লগলৈ অনা নাছিল। লগত বেণুধৰৰ সমনীয়া ভায়েক হেৰম্ব নাথ আছিল। স্থিৰ হ'ল যে বেণুধৰেও গোলাপ শৰ্মাৰ লগতে থাকি শিৱসাগৰ গৱৰ্ণমেণ্ট হাইস্কুলত পঢ়িব। ঘৰৰ পৰা চাউল-পাত আনি নিজে ৰান্ধি-বাঢ়ি খোৱাই নিয়ম আছিল। সেই ব্যৱস্থাতে বেণুধৰেও তৃতীয় ব্যক্তি-ৰূপে গোলাপ শৰ্মাৰ প্ৰৱসুৱা ঘৰৰ এজন হৈ শিৱসাগৰ গৱৰ্ণমেণ্ট হাইস্কুলত ভৰ্তি হ'লগৈ—অষ্টমমান শ্ৰেণীত অৰ্থাৎ আজিকালি হাইস্কুলৰ পৰা উঠি যোৱা ক্লাছ থ্ৰীত। আগৰ প্ৰথম শ্ৰেণীক আজিকালি ক্লাচ টেন (Class-x) বোলে। সেই অনুপাতে ছেকেণ্ড ক্লাছ, থাৰ্ড ক্লাছ ইত্যাদিৰ class-ix, class-viii ইত্যাদি নামকৰণ চলিল। পুৰণি দিনৰ এনে অষ্টম মান শ্ৰেণীতে ভৰ্তি হৈ বেণুধৰে হাইস্কুলৰ জীৱন আৰম্ভ কৰে। ছমহীয়া পৰীক্ষাত ভালকৈ পাছ কৰি ডবল প্ৰমোশ্বন পোৱাত সেই বছৰতে সপ্তম মান শ্ৰেণীলৈ উঠিছিল। তেতিয়াৰ দিনত বৃত্তি পোৱা ছাত্ৰক শ্ৰেণীত ভাল ফল দেখুৱালে ডবল প্ৰমোশ্বন দিয়াৰ নিয়ম আছিল।

স্বজন পৰিয়ালৰপৰা আঁতৰ আৰু গাৱঁৰ মুকলিমূৰীয়া জীৱনৰ সুৱদী অনুভৱবোৰৰপৰা বঞ্চিত হৈ বেণুধৰৰ আমন-জিমন ভাব গুচিবলৈ সময় লাগিছিল। অভিভাৱক গোলাপ শৰ্মা অনুশাসন-কঠোৰ লোক আছিল। তেখেত এজন নিষ্ঠাবান আৰু পুৰণি ৰীতি-নীতিৰ প্ৰতি আস্থাবান লোকো আছিল। ভায়েক হেৰম্ব নাথ আৰু ভতিজাক বেণুধৰেও সেই ৰীতি-নীতি আৰু নিয়ম-কাৰণৰ হেৰ-ফেৰ কৰিব নোৱাৰিছিল। পুৱাই উঠি শৌচাচাৰ কৰি দিখৌ নৈত গা ধুই আহিহে চাহ-জলপান

খাব পাৰিছিল। ১৯০৭ চনত বেণুধৰৰ উপনয়ন-সংস্কাৰ হয়। তাৰ পাছৰ-পৰা দিখৌতে বা ঘৰতে গা ধুই সন্ধ্যাপাতি কৰিহে চাহ্ জলপান খোৱাৰ নিয়ম আছিল। চাহ-জলপান বোলোঁতে চাহৰ প্ৰচলন তেতিয়া তেনেকৈ হোৱাই নাছিল। জলপানৰ লগত চাহ-পানী বোলা বস্তুটো অঙ্গাঙ্গীভাৱে সাঙোৰ খাই পৰিছিল আৰু কিছুদিন পাছতহে। জলপান পদে ঘৰৰপৰা নিয়া আখৈ, চিৰা, পিঠা, দোকানৰপৰা কিনা চুজি-আটাৰ মোহনভোগ বা ৰুটি আছিল। নিজৰ সকলো কাম নিজেই কৰি লব লাগিছিল। চাকৰ-বাকৰ নাছিল, ৰান্ধনি ৰখাৰ কথা ভাৱনাৰো অতীত। গতিকে ভাত-ৰন্ধা, জলপান কৰা, পানী অনা, খৰি-লোৱা ইত্যাদি কাম এটাই কেউজনে নিজে নিজে কৰিছিল। এইবোৰ কামত গোলাপ শৰ্মাই নিজেও লৰাইতক সহায় কৰিছিল। খৰি ফলা, কোৰ মৰা কামত বেণু শৰ্মা পাছৰ কালতো অপাৰগ নাছিল। তৰুণ অসমৰ সম্পাদক হৈ থাকোঁতে ডিব্ৰুগড়ত যিটো ঘৰত আছিল সেই ঘৰৰ কাষেদি যোৱা আলি টোৰেদি এদিন জিলাৰ বৰ চাহাব গানিং চাহাব প্ৰাতভ্ৰমণত গৈছিল। বেণু শৰ্মাই তেতিয়া খৰি এডোখৰ ফালি আছিল। গানিং চাহাবে কেনেকৈ লেহেতীয়া সুৰত 'গুড্ মৰ্নিং বেণুধৰ' বুলি সম্ভাষণ জনাই গৈছিল সেই কথা বিবৰি কৈ পাছত বৰ ৰহইচ্ পাইছিল আৰু নিজেও খলখলকৈ হাঁহিছিল। এই লিখকে কোনোবা এবাৰ শৰ্মাৰ চাৰিঙৰ ঘৰলৈ যাওঁতে তেখেতক বাৰীৰ আগফালে কোৰ লৈ গছৰ গুৰি চিকুনাই থকা দেখিছিল। ল'ৰাকালৰ অভ্যাসৰ গুণতে পাছত এইবোৰ কাম কৰা সম্ভৱ হৈছিল। এইবোৰ কামলৈ হেলা নকৰাৰ বা লাজ নকৰাৰ গুণতে বহুত বয়সলৈকে দেহৰ গাথঁনিত মেদ বা লৌল্য নাছিল।

নিজৰ গাৱঁৰ ঘৰত স্নেহময়ী মাকে ৰান্ধি দিয়া ভাত খাই ঘৰুৱা কাম-বন কৰাও এক কথা আৰু শিৱসাগৰৰ বহা-ঘৰত সকলো কাম-বন কৰি পঢ়াশুনা কৰাও আন কথা। তাতে গোলাপ শৰ্মাৰ কোঢ়ামুঠীয়া শাসনত কামবোৰৰ ৰস নোহোৱা হৈছিল। হাক-বচনৰ লগত মৈত্ৰী-সম্বন্ধ ৰক্ষা কৰি চলিবলৈ টান পাইছিল। পাছৰ বুঢ়া কালতো স্বভাৱৰ এই পাৰ্শ্বজ্যোতিৰ বিস্ফুলিঙ্গ দুই 'এটা পৰিয়ালবৰ্গই সহিবলগীয়া হৈছিল। অঘাইতং স্বভাৱ আৰু হাক-বচন নুশুনাৰ গুণত এবাৰ কেঞাৰ গোলা এখনৰ মালিকজনে দোকানৰ পাছফালে বেণুধৰক বন্ধ কৰি থৈছিল।

গধূলিলৈকে ঘৰলৈ উভতি নহাত দদায়েক গোলাপ শৰ্মা চিন্তিত হৈ ওলাই গ'ল। তৎসূত্ৰ উলিয়াই কেঞাৰ দোকানত বন্ধ হৈ থকাৰ কথা গম পাই তাত উপস্থিত হলগৈ আৰু গোলাৰ মালিকজনৰপৰা বেণুধৰক উদ্ধাৰ কৰিলে। এই লৈ মালিকজনৰ লগত বাক-বিতণ্ডাও হৈছিল আৰু ঘৰত আহি বেণুধৰেও ধমক খাব লগা হৈছিল। বেণুধৰ যি কেইবছৰ গোলাপ শৰ্মাৰ লগত আছিল সেই কালত আত্মবিকাশৰ সকলো সুযোগ নেপালেও আত্মসংযম আৰু পাঠনিষ্ঠাৰ বীজ অঙ্কুৰিত হোৱাৰ সহায়ক হৈছিল। গোলাপ শৰ্মাই নিজৰ পঢ়াশুনা কৰা মেজখনত মাজে মাজে অসমীয়া কাকত আৰু কিতাপ আনি থয়। কেতিয়াবা সেইবোৰ টলকতে নোহোৱা হয়। বিচাৰ-খোচাৰ কৰিলে সেইবোৰ বেণুধৰৰ পঢ়া ঠাইত্ গৈ ওলায়। লাগক বা নালাগক বুজক বা নুবুজক সেইবোৰ এবাৰ লুটিয়াই চোৱাৰ লোভ হেনো বেণুধৰে সামৰিব নোৱাৰিছিল। পাছে ভায়েক হেৰম্ব নাথে সেইবোৰ খায় নে কাক্ত পিন্ধে খবৰ নলৈছিল। কিতাপ দেখিলেই তাক সংগ্ৰহ কৰা আৰু পঢ়া বেণু শৰ্মাৰ চেৰা-চুলিৰ দৰে লগত অহা গুণ যেন আছিল। তাকে শিৱসাগৰত গোলাপ শৰ্মাৰ লগত থকা বছৰ কেইটাত সেয়ে বাঢ়িবলৈ সুযোগ এটা পালে। কিছুদিনৰ পাছত কিতাপৰ দোকানেও কিতাপ পঢ়াৰ সুযোগ এটা দিছিল। সেই কথা অলপ পাছতেই ওলাব।

১৯০৯ চনত গোলাপ শৰ্মা নাজিৰালৈ আবকাৰী মালখানাৰ অধীক্ষকৰূপে বদলি হৈ যাবলগীয়া হ'ল। কামটো আছিল Excise Warehouse Supervisor। নাজিৰাত তেতিয়াও হাইস্কুল স্থাপিত হোৱা নাছিল। গতিকে হেৰম্বনাথ আৰু বেণুধৰক শিৱসাগৰতে ভৰাম কাকতীৰ বাৰীৰ বহাতে থৈ যাব লগা হ'ল। হেৰম্বনাথে পঢ়াত বেছি দূৰ আগুৱাই যাব নোৱাৰিলে। পঢ়া-শুনাত ভাল নাছিল, প্ৰয়োজন নাপাই চতুৰ্থ শ্ৰেণীৰ পৰাই পঢ়া এৰি ঘৰলৈ গুচি আহিল আৰু অলপ দিন পাছত চাহ বাগিচাৰ কামত সোমাল। বেণুধৰ আছিল পঢ়াত চোকা ল'ৰা, তাৰ লগতে আছিল উচ্চাকাঙ্ক্ষা। শিৱসাগৰত থকা পোন প্ৰথম ঠেকটো ছিগিল যদিও অভিভাৱক বা নিজেও হতাশ হৈ পঢ়া এৰি ঘৰলৈ গুচি অহাৰ দুৰ্মতিক প্ৰশ্ৰয় নিদিলে। ভৰাম কাকতীৰ টোলতে আশ্ৰয় লৈ থাকিল।

কাকতীৰ পৰিয়াল গৰাকীও বৰ সাদৰী তিৰোতা আছিল। ঘৰতে থাকি পঢ়া ছাত্ৰবিলাকক তেওঁ পুত্ৰবৎ স্নেহ কৰিছিল। সুকীয়াকৈ ৰান্ধি

ৰাঢ়ি খোৱা ছাত্ৰবিলাককো পূজাই পাৰ্ব্বণে, বিহুৰে সংক্ৰান্তিয়ে, ভূৰি ভোজন কৰাইছিল। ছাত্ৰসকলেও মাজে মাজে ঘৰৰপৰা অনা বৰা চাউল, কল-বন, গাখীৰৰ টিপাটোইঁত, শুকান খেকেৰাৰ টোপোলা একোটি কাকতীৰ ঘৰত ভেটাইছিল। বেণুধৰ আছিল সেইবিলাক ছাত্ৰৰ ভিতৰত সক-মক আৰু ভিগমথৰা। কাকতীয়নীয়ে সেইদেখি বেণুধৰক অলপ বেছিকৈ মৰম কৰিছিল। এবাৰ অসুখ হওঁতে নিজৰ ঢাৰিপাতিতে একেটা জাপতে শুৱাই লৈ পৰিচৰ্য্যা কৰিছিল। পাছৰ কালতো কাকতীয়নীৰ কথা ওলালেই বেণু শৰ্মা প্ৰশংসাত শতমুখ হৈছিল। পাছত লিখা প্ৰবন্ধ এটাতো কাকতী-কাকতীয়নীৰ গুণ সুঁৱৰি বহুত কথা লিখিছিল। ( মোৰ চেমনীয়া কালৰ পৰিবেশ—নীলাচল )

ভৰাম কাকতী শিৱসাগৰৰ সম্ভ্ৰান্ত বংশীয় সকলৰ এজন আছিল। তেখেতৰ আৰ্থিক অৱস্থা যে খুব স্বচ্ছল আছিল তেনেও নহয়। তথাপি মান-মৰ্য্যাদা ৰজাই চলি আছিল। অভ্যাগতজনৰ আদৰ আপ্যায়ন আৰু অতিথি-চৰ্যাত অলপো কাৰ্পন্য নকৰিছিল। বাঁহপাতৰ ভেটিৰ দৰে যি পাৰিছিল তাৰেই সোধ-পোছ কৰিছিল। সেইদেখি শিৱসাগৰৰ ডাঙৰীয়া লোকসকলে তেওঁৰ ঘৰলৈ সততে আহ-যাহ কৰিছিল। সেই সকলৰ ভিতৰত ইন্দীবৰ বৰুৱা, দুৰ্গাপ্ৰসাদ বৰুৱা, শশীধৰ বৰুৱা, স্কুলসমূহৰ ডেপুটি ইন্সপেক্টৰ ৰত্নধৰ বৰুৱা, হিমকান্ত বৰুৱা মৌজাদাৰ আৰু বহুত। এই সকলৰ কোনো কোনো কাকতীৰ ওচৰ সম্বন্ধীয়া আত্মীয় আছিল। সম্বন্ধ নথকা বা কুটুম্ব নোহোৱা বন্ধুৰ ভিতৰত আছিল তীৰ্থেশ্বৰ নাওবৈচা ফুকন, গিৰীশ চন্দ্ৰ ঘোষ, মেৰুধৰ কটকী আদি। ইয়াৰে দুই চাৰিজনৰ গমনাগমনৰ আকৌঁৱা হাকুটি স্বৰূপ এটি আকৰ্ষণীয় বস্তু আছিল, সেইটো হৈছে ব'মভোলা শিৱৰ প্ৰসাদ। তেতিয়াৰ দিনত শিৱসাগৰৰ ঘৰবুঢ়াজনৰ এনে এটি বিলাস সততে দেখিবলৈ পোৱা গৈছিল। কানিয়েও অল্প বিস্তৰ সমাদৰ পাইছিল। সেই বুলি এই ডাঙৰীয়া সকলক ভঙুৱা বা কানীয়াৰ লেখত মানুহে নলৈছিল। ভাং-কানি এটা পাতলীয়া বিলাসৰূপে আভিজাত্যৰ লগত কিবা সূত্ৰে খাপ খুৱাই লৈ সেইসকলে সন্তোষ পাইছিল। সেইটো সিমান দোষণীয় বুলিও সমাজে গণ্য নকৰিছিল। ডাঙৰ মানুহ, তেওঁবিলাকে ভাং-কানি নাখাই কোনে খাব।

এই সকল মানুহে অসমৰ পুৰণি কথা জানিছিল আৰু পুৰণি ঐতিহ্যৰ বাহকৰূপে সমাজত মানযহ থাইছিল। এওঁলোকৰেই পূৰ্ব্ব পুৰুষসকলে আহোম ৰাজ্যৰ কিবা নহয় কিবা বিষয় থাইছিল। আহোমযুগীয়া ইতিহাসত সেই পূৰ্ব্ব পুৰুষসকলে সৰু ডাঙৰ অংশ গ্ৰহণ কৰিছিল। ভৱাম কাকতী নিজে আছিল অসমীয়া গণিতজ্ঞ পণ্ডিত বকুল কায়স্থৰ বংশধৰ। মুখে মুখে অঙ্কৰ সাঁথৰ কোৱা আৰু ভড়াৰ কৌতুক ক্ৰীড়া তেওঁবিলাকৰ ঘৰৰ ল'ৰা-ছোৱালীয়েও জানিছিল। মণিৰাম দেৱানে অঙ্কৰ সঙ্কেতেৰে পত্ৰ দিয়াৰ কথা বেণুধৰে ল'ৰা কালতে ভৱাম কাকতীৰ মুখেই শুনিছিল। ইন্দীবৰ চিৰস্তাদাৰো সেই কালৰ বিখ্যাত মানুহ। অসমীয়া ভাষাৰ প্ৰথম আধুনিক জীৱনী পুথি "জীৱনাদৰ্শ" এওঁৱেই 'নীল কুমুদ' এই ছদ্ম নামেৰে লিখিছিল। বাকী কেইজনৰ সম্বন্ধেও কবলগীয়া বহুত কথাই আছে। এনেবিলাক লোকক ভৱাম কাকতীৰ লগত থাকোঁতেই বেণুধৰে আলেডে আলেডে জানিবলৈ সুযোগ পাইছিল। সদা সৰ্ব্বদায় দেখি থকা ব্যক্তিত্বসম্পন্ন পুৰুষসকলৰ প্ৰতি কৌতূহল আৰু সভয় শ্ৰদ্ধাৰ উদ্ৰেক হোৱাটো স্বাভাৱিক আছিল। এইসকল লোকৰ লগত সাক্ষাৎ আৰু ঘনিষ্ঠভাৱেৰে সৰু কালত পোৱা সান্নিধ্যৰ সুযোগৰ নিমিত্তেই বুৰঞ্জীৰ আচোঁৰ লগা বংশবোৰৰ প্ৰতি বেণুধৰ সজাগ আৰু কুতূহলী হৈছিল। এই সজাগতা আৰু কৌতূহল পাছত গৈ বুৰঞ্জীৰ ৰাপত পৰিণত হৈছিল।

এই ৰাপটোৱেই পাৰপক হোৱাৰ ফলত পাছত ৰচনা কৰা চমু জীৱন অধ্যয়নৰ আৱলী এটা অসমীয়া সাহিত্যত পাইছোঁ। সান্নিধ্যলৈ অহা এই ডাঙৰীয়াসকলৰ পূৰ্ব্বপুৰুষ আৰু তেনে আন আন লোকৰো জীৱন চাৰত লিখি সে বেণুধৰ শৰ্ম্মাই সুকীয়া গঢ়ৰ এলানি জীৱনী-প্ৰবন্ধ অসমীয়া সাহিত্যক দি গৈছে তাৰো মূলতে যে সৰু কালিৰ ভৱাম কাকতীৰ ঘৰৰ প্ৰভাৱ, তাক অস্বীকাৰ কৰিব নোৱাৰি। জীৱনী প্ৰবন্ধ বিলাকৰ নায়কসকল আছিল—মণিৰাম দেৱান, গঙ্গা গোবিন্দ ফুকন, যদুৰাম ডেকা বৰুৱা, গোবিন্দ বেজবৰুৱা ইত্যাদি। সেইবোৰেৰে গ্ৰন্থাকাৰ ৰূপ হৈছে অৰ্ঘ্যাৱলী। কিছুমান প্ৰবন্ধ কোনো গ্ৰন্থত ঠাই পাবলৈ অৱসৰেই নোলাল। এনে প্ৰবন্ধ লিখি পাছত কোনো স্থলত বাদানুবাদৰ মেৰ-জালতো শৰ্ম্মাই ভৰি দিবলগীয়া হৈছিল।

ইন্দীবৰ চিৰস্তাদাৰৰ শহুৰেক চাৰিঙৰ এজন বিশিষ্ট ব্যক্তি পৃথুবৰ-কাকতীৰ বিষয়ে বেণুশৰ্ম্মাই বাঁহীত এটা প্ৰবন্ধ লিখিছিল (বাঁহী ১২ শ বঃ ৭ম সং)। পৃথু বৰকাকতীৰ বোলে এজাক ম'হ আছিল সেই জাক ম'হ জকাইচুক পথাৰলৈ যেদি লৈ যাওঁতে তেওঁ হেনো নিজেই লগত গৈছিল। সেই কথাত নাতিয়েক উপেন্দ্ৰ বৰুৱাৰ খোপ লাগিল। প্ৰতিবাদ নামৰ এটা প্ৰবন্ধ দিলে পঠিয়াই বাঁহীলৈ। তাত নানা অবাস্তৱ কথাৰ মাজতে লিখিছিল যে (১) ওৰেসা বৰ্ণন শঙ্কৰদেৱে লিখা নাছিল (২) কমলা-বাৰীৰ পকা মিঠৈ অকতিয়াই পকতিয়াই খাইছিল, (৩) বেজবৰুৱা গোষ্ঠীক কমলাবাৰীৰ সেৱক বুলি আন ব্ৰাহ্মণবিলাকে হাঁহিছিল। (৪) পৃথুবৰকাকতীয়ে নিজে ম'হ পালৰ লগত গৈছিল যে এইবোৰ হেনো ব্ৰাহ্মণ সুলভ স্বকপোল কল্পিত কথা। এনেকুৱা বহুত কথা খঙৰ ভমকত লিখিছিল। 'প্ৰতিবাদ' নামৰ প্ৰবন্ধটো বাঁহীত হুবহু উলিয়াই দি তাৰ প্ৰতিবাদকল্পে আৰু বেণুশৰ্ম্মাৰ হৈও লক্ষ্মীনাথ বেজবৰুৱাই বেজবৰুৱা-সুলভ ক্ষুৰধাৰ কাপ তুলি ললে। বেজবৰুৱাই লিখিছিল যে "পকামিঠৈ কমলাবাৰীৰ প্ৰসাদৰ বস্তু নহয় আউনীআটীৰহে, বেজবৰুৱা গোষ্ঠীক যদি ফটাকাঁথাৰ তলত সোমাই কোনোবাই খুক-খুককৈ হাঁহিছিল সেইটো তেওঁৰ ওৰাকিপ নাই, এইবিলাক লিখি বৰুৱা ডাঙৰীয়া দেখোন স্বকপোল কল্পনাত বামুণৰো কান্ধত উঠিল" ইত্যাদি।

এইখিনি অবাস্তৱ কথা লাচতে আহিল। মুঠ কথা পুৰণি ভদ্ৰলোকসকলৰ প্ৰতি সশ্ৰদ্ধ দৃষ্টিপ্ৰৱণতা চেমনীয়া কালতে, ভৰাম কাকতীৰ ঘৰত থাকোঁতেই, বেণুধৰৰ মনত অঙ্কুৰিত হৈছিল।

পঢ়াৰ ধাউতি আৰু জনাৰ আগ্ৰহ এটা শৰ্ম্মাৰ সৰু কালৰপৰা নিজে নিজেই উদ্ভব হৈছিল। এই বিষয়ে আনৰ উদ্গনি বা পেচ্‌খেচনিৰ প্ৰয়োজন নহৈছিল। শিৱসাগৰ গবৰ্ণমেণ্ট হাইস্কুলৰ তল শ্ৰেণীত থাকোঁতেই ভালকৈ ইংৰাজী শিকিবৰ মন গ'ল। বৰ পুখুৰীৰ পাৰত মিছন কম্পাউণ্ডত মিছনেৰী চাহাবে মাচুল নোলোৱাকৈ ইংৰাজী পঢ়ুৱাবলৈ দিহা এটা কৰিছিল। সেই কথা শুনি বেণুধৰৰো চাহাবৰ মুখে ইংৰাজী পঢ়িবলৈ মন গ'ল। মন গ'ল হয়, সেই কথা সুধি অভিভাৱক

* বাঁহীখন হাতত নোপোৱাত মনত যি আছে তেনেকৈয়ে লিখিলোঁ। কিন্তু সেই বুলি স্বকপোল কল্পিত নহয়, কেইটামান বাক্য যথাযথ মনত আছে।

দদায়েকৰ অনুমতি লবলৈ সাহ নহল। শিৱসাগৰীয়া সমাজৰ ৰক্ষণশীলতা তেতিয়াও তেজীয়ান হৈয়ে আছিল, তাতে অভিভাৱকে পাচুৰি চাহাবৰ লগত হলি গলি কৰিবলৈ দিব, সেই আশা দুৰাশা। গতিকে সেই কাম মনে মনে কৰাই শ্ৰেয় বুলি ভাবি পাচুৰি চাহাব ৰেভাৰেণ্ড পেট্ৰিকৰ ওচৰত গোপনে ইংৰাজী পঢ়িবলৈ আৰম্ভ কৰিলে। তিনি মাহ মান এনে দৰে চলিল, এনেতে দদায়েকে গম পালে, পায়ে পাচুৰিৰ ওচৰত গৈ ইংৰাজী পঢ়া বন্ধ কৰি দিলে। নিয়মিতভাৱে ইংৰাজী পঢ়া বন্ধ হ'ল হয়, কিন্তু আনে নজনাকৈ কেতিয়াবা গীৰ্জালৈ গৈ বাইবেলৰ ব্যাখ্যান হলে বেণুধৰে শুনিবলৈ এৰা নাছিল। অভিভাৱকসকলৰ তীক্ষ্ণ দৃষ্টি নপৰাকৈ হেতেন জোল আনফালে ববলৈ কিমান পৰ লাগিছে? তাতে সক ল'ৰা, কল্পনাৰ গতিও উত্তেজনাপূৰ্ণ।

অসমীয়া কিতাপ পঢ়াৰ নিচা আৰু অসমীয়া সাহিত্য চৰ্চাৰ প্ৰতি ধাউতিও এইছোৱা কালতে বাঢ়ে। গোলাপ শৰ্ম্মাৰ মেজৰ কিতাপে যি প্ৰাথমিক কৌতূহলৰ সৃষ্টি কৰিলে তাকে ভুপতীয়া কৰিলে কিতাপৰ দোকান বৰকাকতী এজেঞ্চিয়ে। ভৱাম কাকতীৰ সৰুমাজু পুতেক গোলোক কাকতীয়ে এণ্ট্ৰেন্স পৰীক্ষাত বেয়া কৰি, আন কামলৈ মন নকৰি কিতাপৰ দোকান এখন দিছিল। দোকান খনৰ নাম আছিল "বৰকাকতী এজেন্সি"। সেইখন আছিল শিৱসাগৰ চহৰৰ দ্বিতীয় কিতাপৰ দোকান। তাৰ আগতে 'দত্ত ব্ৰাদাৰ্চ' নামে আৰু এখন কিতাপৰ দোকান আছিল। ভৱাম কাকতীৰ পুতেকৰ দোকান যোতয়া ঘৰৰে দোকান সেই দোষ 'বৰকাকতী এজেন্সি'খন যোনবা বেণুধৰৰ মানত এখন বিনাশুল্কৰ ৰাজহুৱা পুথিভঁৰাল। সময় সুযোগ পালেই কোনোবা পাকত বেণুধৰ গৈ বৰকাকতীৰ দোকানত উপস্থিত হয়গৈ। তাতে চুক এটাত বাহ হখনৰ পিছত সিখনকৈ সেই সময়ত ওলোৱা অসমীয়া কিতাপবোৰ ডবাহ ধুৰাহ পাঢ়াছিল। ৰজনী বৰদলৈৰ মনোমতী, পদ্মনাথ গোহাঞি বৰুৱাৰ গদাধৰ আৰু জয়মতী নাটক, ধলৰসত্ৰৰ তীৰ্থনাথ গোস্বামীয়ে প্ৰকাশ কৰা ধৰ্ম্ম পুথিবোৰ বৰকাকতী এজেন্সিতে বাহ বাহ পাঢ়িছিল। তাতে বাহ বলদেৱ মহন্তৰ মনোৰম কবিতাৰ পুথি 'ভক্ত পাঠ'খন পাঢ়িও বৰ ৰস পাইছিল। প্ৰথম যুগৰ অসমীয়া উপন্যাস কুসুম কুমাৰীখনো কিনি নৈ নিজৰ ব্যক্তিগত পুথিভঁৰাল এটাৰো পাতনি

মেলে। এই ব্যক্তিগত পুথিভঁৰালটিয়েই কালক্ৰমত বাছকবলীয়া আৰু টনকিয়াল সংগ্ৰহৰূপে ওফন্দি পৰিছিল। ছপা পুথি, হাতে লিখা পুথি মাসিক পত্ৰ, চিঠিটোকা আদিৰে সমৃদ্ধ এই পুথিভঁৰাল জীৱনৰ শেহৰ ফালে দান কৰিলে, বেচিলে, হেৰুৱালে বা ফালি পেলালে। এনে দান কৰা, বেচা, হেৰোৱা বা বেমালি হৈ থকা কিতাপ বিচাৰি নিজেই নাপাইছিল, নাপাই কেতিয়াবা ঘমঘণ্টা লগাইছিল।

শিৱসাগৰ গৱৰ্ণমেণ্ট হাইস্কুলত পঢ়া কালছোৱা বেণুধৰৰ সাহিত্যিক জীৱনৰ ওৰাপতাৰ কাল আছিল। শিৱসাগৰ তেতিয়াও জিলাৰ সদৰ ঠাই। পূৰ্বতো ৰংৰসে ভৰপূৰ ৰংপুৰ আছিল আহোম ৰাজ্যৰ মেৰুস্থল। আধুনিক অসমীয়া সাহিত্যৰ নবযুগৰ বোধন শঙ্খত ফুঁক পৰিছিল এই শিৱসাগৰতে-আমেৰিকান পাদুৰি-সংঘৰ প্ৰথম খোপনি থল। অসমীয়া ভাষাৰ ব্যাকৰণ আৰু অভিধান প্ৰথমে শিৱসাগৰতে লিখা হৈছিল। যাদুৰাম ডেকা বৰুৱা, হেমচন্দ্ৰ বৰুৱা, জীৱনাদৰ্শ লেখক ইন্দীবৰ চিৰস্তাদাৰ, পুৰণি অসমীয়া পুথিৰ লেখক আৰু প্ৰকাশক দিবাকৰ শৰ্মা, এইসকল শিৱসাগৰৰে গণ্যমান্য লোক। বেণুধৰ শৰ্মাৰ অলপ আগৰ পদ্মধৰ চলিহা, যতীন দুৱৰা, ইন্দ্ৰেশ্বৰ বৰঠাকুৰ প্ৰভৃতি কৃতি সাহিত্যিক তেতিয়া উদীয়মান সাহিত্য-সেৱক। সবাবো উপৰি লক্ষ্মীনাথ বেজবৰুৱা, পদ্মনাথ গোহাঞি বৰুৱাৰ নিচিনা দিগন্তপ্ৰসাৰী প্ৰতিষ্ঠাৰ চোকলীয়া প্ৰভাৱো শিৱসাগৰীয়া ছাত্ৰৰ গৌৰৱৰ বস্তু হৈ আছিল। ৰাজনীতিৰ ক্ষেত্ৰতো গঙ্গা গোবিন্দ ফুকন, ফনিধৰ চলিহা প্ৰভৃতি শিৱসাগৰীয়া বৰলোক অসম ৰাজনীতিৰ গুৰিয়াল আছিল। শিৱসাগৰ তেতিয়া অসমৰ ৰাজনীতি আৰু সংস্কৃতিৰ নপতা ৰাজধানী বুলিলেও দায় ধৰিবলগীয়া নাই। এইবোৰ কাৰণতে অসম সাহিত্য সভাৰ প্ৰথম অধিবেশনৰ আয়োজন কৰাৰ গৌৰৱ আৰু সৌভাগ্য শিৱসাগৰৰ ভাগ্যতে ঘটিছিল। গুৱাহাটীয়ে সেই মৰ্য্যদা কাঢ়ি আনিবলৈ সমৰ্থ হৈছিল অলপ দিন পাছতহে। এনেহেন পৰিবেশত বেণুধৰৰ চেমনীয়া বয়সৰ সংস্কাৰগ্ৰাহী মনে পোহ লৈছিল। এনেহেন স্থান আৰু থেন উঠি অহা যুৱকৰ পক্ষে সোণময় ছেগ আছিল, আৰু তাৰ প্ৰভাৱৰ পৰা ভাৱ-প্ৰৱণ, কল্পনা সুভগ ছাত্ৰসকল মুক্ত হৈ থকাটোহে আচৰিত কথা বুলি কব লাগিব।

বাল্যাশ্ৰম নামৰ এটি চেমনীয়াসকলৰ উপকাৰাৰ্থে স্থাপিত অনুষ্ঠানেও

বেণুধৰক সাহিত্য পথত মন পুতি আগুৱাবলৈ গা উধোৱাইছিল আৰু বল যোগাইছিল। শিৱসাগৰৰ অন্যতম সিংহ পুৰুষ দীননাথ বেজবৰুৱাই বাল্যাশ্ৰম আৰু ছাত্ৰ সমাজ নামে এখন সভা প্ৰতিষ্ঠা কৰিছিল। প্ৰতি দেওবাৰে এই সমাজৰ নিয়মীয়া বৈঠক হৈছিল। ধৰ্মনীতি, ৰাজনীতি আৰু সদাচাৰ শিকোৱাই এই সভাৰ মূল লক্ষ্য আছিল। তাৰ লগে লগে শুধ অসমীয়াত ৰচনা লিখা, বক্তৃতা দিয়াৰ অভ্যাস কৰোৱা, তৰ্ক বিতৰ্কৰ আওভাও বুজাবলৈ আৰু সেইমতে অভ্যাসৰ সুযোগ দিবলৈ এই বাল্যাশ্ৰম স্থাপিত হৈছিল। প্ৰতি দেওবাৰে ইয়াত ছাত্ৰবিলাকে স্বৰচিত কবিতা পাঠ কৰিছিল, নিজে লিখা কোনো এক বিষয়ৰ ৰচনা পাঠ কৰি শুনাইছিল আৰু কোনো দেওবাৰে তৰ্ক সভাৰো আয়োজন কৰিছিল। কেতিয়াবা একোজন বিশিষ্ট লোকক উপদেষ্টা ৰূপে মাতি আনি ছাত্ৰই জানিবলগীয়া আৰু উপকাৰত অহা বিষয় একোটাৰ বক্তৃতাৰ ব্যৱস্থা কৰা হৈছিল। সভাখন বালক আৰু চেমনীয়াৰ কাৰণেই স্থাপিত হৈছিল কিন্তু ইয়াৰ গুৰি ধৰিছিল ছাত্ৰবৎসল ৰাধিকা শৰ্মা, কামাখ্যা ৰাম বৰুৱা (তেতিয়া তাত শিক্ষক) আৰু পাছত ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, পদ্মধৰ চলিহাকে আদি কৰি কেইবাগৰাকী দেশপ্ৰাণ যুৱকে। আজিৰ বিশ্ৰুতকীৰ্ত্তি ভালে কেইজন সাহিত্যিকৰ জুইশাল আছিল এই বাল্যাশ্ৰমেই। পদ্মধৰ চলিহা, যতীন্দ্ৰ নাথ দুৱৰা, ভগৱতী প্ৰসাদ, ডিম্বেশ্বৰ নেওগ, পাৰ্বতী প্ৰসাদ আৰু বহুতে বাল্যশ্ৰমতে সাহিত্য জীৱনৰ পাতনি মেলিছিল। পাছৰ জীৱনত এই সকলে বাল্যশ্ৰমৰ কথা নকলে লৰা-কালৰ আত্মকথা সম্পূৰ্ণ হোৱা বুলি নাভাবিছিল। এই বাল্যাশ্ৰমৰে বেণুধৰ এজন ক্ৰিয়াবান্ সদস্য আছিল। ৰচনা-পাঠ, স্বৰচিত কবিতা পাঠ বা তৰ্ক সভাত যোগদান নকৰাকৈ বেণুধৰে এটা দেওবাৰকো এনেয়ে যাবলৈ নিদিছিল। বাল্যাশ্ৰমৰ সভাত লিখা কবিতা শিৱসাগৰৰ হাতে-লিখা আলোচনীত প্ৰকাশিতো হৈছিল। বাল্যাশ্ৰমৰ সভালৈ নিমন্ত্ৰনী চিঠি বিলাই ফুৰা, খবৰ বাতৰি দিয়া, চোটত খৰ মাৰি কবিতা বা ৰচনা লিখা ইত্যাদি কামবোৰতো আগৰণুৱা হৈ উফৰি ঘূৰিছিল। তাকে কৰিবলৈ যাওঁতে জীৱনত মনত থকাকৈ লঘু লাঞ্ছনাও হজম কৰিব-লগীয়া হৈছিল। তাৰে এটি খণ্ড-কাহিনী শৰ্মাৰ নিজ মুখে শুনাই ভাল হব।

"ল্যেওতলা খোৱা জীৱনৰ আৰু এটা কথা সততেই মনত পৰে।

শিৱসাগৰ হৰি সংকীৰ্ত্তন নাম ঘৰৰ সন্মুখতে কালী প্ৰসাদ কটকী নামেৰে এজন গজেন্দ্ৰ পুৰুষ আছিল। তেখেত আছিল আলি গড়কাপ্তানী বিভাগৰ অভাৰচিয়েৰ। অভাৰচিয়েৰ কালী কটকীয়ে পং উঠি তেখেতৰ ওপৰৱালা চাহাবজনক থকৰা মুকুটি মাৰি দাঁত সকৰাই পঠিওৱাত তেখেতৰ কাম গ'ল। কাম গ'ল যদিও আগৰ ভেম, আগৰ দয়-দস্তুৰ, আগৰ হাকিমালি স্বভাৱ, হাকিমালি মাত কথা যাব নেজানিলে।

"এদিন কালী অভাৰচিয়েৰৰ শুৰিলৈ গৈছোঁ, তেখেতক বাল্যাশ্ৰম সভাৰ নিমন্ত্ৰনী চিঠি এখন দিবলৈ। চ'ৰা-ঘৰত কাকো নেপাই ভিতৰ ফাললৈ চিঠি এখন আছে বুলি দিলো গলহেকাৰি এটা মাৰি। তেখেত তেতিয়া বোধকৰো গোসাঁই ঘৰত আছিল। মোৰ মাত শুনি পূজা ভাগিলত চৰাঘৰৰ ফালে ওলাই আহি মোক চকীখনত বহি থকা দেখি দাং খাই উঠিল বোলে—'কটা, তোক কোনে কৈছিল ইয়াত বহিবলৈ, ওলা"। এই বুলি কৈয়েই মোৰ কাণখনত ধৰি চ'ৰাঘৰৰ পৰা মোক উলিয়াই পঠিয়ালে। তেখেতক দিবৈলৈ নিয়া চিঠিখন তাতে পৰি থাকিল। মইও গছে বেজাৰে ওলাই আহি আলিবাটতে থিয়াথি কৰি আছোঁ, এনেতে ত'ত অভাৰচিয়েৰে লৰা এটা পঠিয়াই মোক মতাই নিয়াইছে, নি মোক বুজনি দিছে—"মানুহৰ ঘৰলৈ গলে গিৰিইতক লগ নাপাৱমানে বাহিৰতে থাকিবি, ভিতৰ নোসোমাবি। সোধপোছ নকৰাকৈ ভিতৰ সোমাই বহি থাকিলে গিৰিইতৰ গতা খাবই লাগিব"। (আকাশবাণী কথিকা 'সোণাময় লৰাকালৰ স্মৃতি এছেৰেঙা)

মেজাজী ভদ্ৰলোক কালীপ্ৰসাদ কটকীৰ এই শিক্ষাই বেণুশৰ্মাক ভদ্ৰতা অৰ্জন কৰাত বাট পোনাই দিছিল নে নাই কব নোৱাৰোঁ। অভদ্ৰতাৰে ভদ্ৰতা শিকোৱাযাৰ সুস্থ পদ্ধতি নহয় বুলিহে জনালোকে কয়। পাছে বেণুধৰৰ এটা শিক্ষা হ'ল যে সাৰ্ব্বজনিক কামত ডুবৰি বনৰ দলিছা পতা নথাকে। কাঁইট উভঁহাত উজুটি খাবলৈকো আছে। বাল্যাশ্ৰমখন তেওঁৰ কাৰণে অকল সাহিত্য চৰ্চ্চাৰ কঠিয়াতলীয়েই আছিল এনে নহয়, ৰাইজাৰ হিতকৰ্ম্মৰো প্ৰাথমিক শিক্ষাৰ সুযোগ দিছিল বাল্যাশ্ৰমেই।

শিৱসাগৰ গৱৰ্ণমেণ্ট স্কুলৰ পঢ়া কালৰ শিক্ষকসকলৰ কথা বেণুশৰ্মাই অলপ অচৰপ অ'ত ত'ত কৈ গৈছে। তাৰ ভিতৰত কেইজনমানৰ কথা

মনৰ জোখাই ভালকৈ কৈ গৈছে। মুক্তালাল কাথবৰুৱা, ডিল মহম্মদ, কামাখ্যা ৰাম বৰুৱা আদি কেইজনমানৰ কথা তাৰ ভিতৰত পৰে। মুক্তালাল কাথবৰুৱাই বুৰঞ্জী পঢ়াইছিল। বেণু শৰ্মাৰ মনত বুৰঞ্জীৰ প্ৰতি ৰাপ বহুৱাত কাথবৰুৱাৰ দান অপৰিসীম। বুৰঞ্জীত তেখেতে নিজেও ৰস পাইছিল আৰু সেই ৰস আনলৈকো সঞ্চাৰ কৰাত নিপুণ শিক্ষক আছিল। ইতিহাস প্ৰিয় কাথবৰুৱাৰ কথা শৰ্মাই লিখিছে --

"বহুত শিক্ষকেই পঢ়ুৱালে কিন্তু মুক্তালাল কাথবৰুৱাৰ নিচিনা শিক্ষক আৰু নাপালোঁ। তেখেতৰ পঢ়ুৱা প্ৰণালী আজিও কলপতীয়া হৈয়ে আছে, অকল কলপতীয়াই নহয় অনুপ্ৰেৰণাৰ ৰহঘৰা হৈও আছে। তেখেতে আমাক বুৰঞ্জী পঢ়ুৱাইছিল। সেই বিষয়টো সকলোৱে নীৰস বুলি কয়। কাথবৰুৱাই কিন্তু এনেকুৱা ৰসালকৈ পঢ়াইছিল যে সকলোৱে বুৰঞ্জী পঢ়িবলৈ হেঁপাহ কৰিছিল। তেখেতে বুজাইছিল বুৰঞ্জীত সকলো বিষয় আছে। ভূগোল আছে, সংস্কৃত আছে, গণিত আছে, সাহিত্য আছে, মৰা জাতিৰ পক্ষে জীৱনী শক্তি আছে" (সোণাময় ল'ৰা কালৰ স্মৃতিৰ এছেৰেঙা—আকাশবাণী কথিকা)।

মুক্তালাল কাথবৰুৱাৰ ৰসাল পাঠদানৰ মহিমাতে সকলো ছাত্ৰই বুৰঞ্জী পঢ়িবলৈ বৰ হেঁপাহ কৰি ফুৰিছিল, এনে নহবও পাৰে। কিন্তু বেণুধৰৰ মনত যে বুৰঞ্জী বিদ্যাৰ আগ্ৰহে তেতিয়াই খিত দিছিল আৰু তাৰে মোহনী লাগি "বুৰঞ্জী পঢ়িবলৈ বৰ হেঁপাহ কৰি ফুৰিছিল"—এই কথাৰ তেখেতৰ ওপৰত তুলি দিয়া কাথবৰুৱাৰ শিক্ষাদান বৰ্ণনাৰ পৰাই উজাৰি লুকুৱাকৈ প্ৰকাশ পাইছে।

কামাখ্যা ৰাম বৰুৱাৰ শিক্ষকতা সম্বন্ধে "পুণ্য শ্লোক কামাখ্যা ৰাম বৰুৱাৰ স্মৃতিৰ লেছেৰি বোটলা" নামৰ প্ৰবন্ধত বেণু শৰ্মাই এইদৰে লিখিছে :—

"আজি কালিৰ সপ্তম অষ্টম মান শ্ৰেণীত পঢ়ি থাকোঁতেই ১৯১০-১১ চনত স্বৰ্গীয় কামাখ্যা ৰাম বৰুৱা শিৱসাগৰ চৰকাৰী হাইস্কুলত অলপ দিনৰ নিমিত্তে আমাৰ শিক্ষা গুৰু আছিল। তেখেতে পঢ়ুৱা বিষয় আছিল জিয়মেট্ৰি আৰু ভূগোল। পিৰিয়ডটো শেষ হোৱা ঘণ্টালৈ কাণ থিয়কৈ থকাতকৈ ছাত্ৰই সোধা প্ৰশ্নলৈহে তেখেত বেছি থিয়কণীয়া আছিল আৰু বিষয়টো খৰচি মাৰি শিকোৱাতহে মনপুতি লাগি থাকিছিল, সিফালে

পঢ়ুৱা সময় চৰিয়েই যায়গৈ। এনেয়ে পূজনীয় বৰুৱা দেৱ আছিল ধীৰ স্থিৰ, কৰুণাসিক্ত, নীল নয়নযুক্ত, শান্ত সৌম্য ভাবৰ প্ৰতিমূৰ্ত্তি, তাতে আকৌ সেই মূৰ্ত্তিয়ে যেতিয়া জ্ঞানাঞ্জনৰ শলাডালি অকৃত্ৰিম গুৰু স্নেহৰ পৰশেৰে বুলাই নিয়ে তেতিয়া দুষ্টৰ শিৰোমণি ছাত্ৰও গুৰু ভক্তিত গদ গদ হৈ পৰে।

সকৰে পৰা ধৰ্ম্মত মতি থকা সুধী কামাখ্যা ৰাম বৰুৱাক সভাৰ (বাল্যাশ্ৰম) নিয়মানুসাৰে সেই সভাৰ এগৰাকী বিশিষ্ট উপদেষ্টা বাছি লোৱা হ'ল। যিমান দিন শিৱসাগৰত আছিল সিমান দিন এটা দেওবাৰো খতি নকৰাকৈ বাল্যাশ্ৰমত উপস্থিত আছিল। লৰাইতক উপদেশ দি নথৈ আপ্যায়িত কৰিছিল।"

এইজন লোকৰ প্ৰতি বেণু শৰ্ম্মাৰ অগাধ ভক্তি আছিল। প্ৰসঙ্গ উঠিলেই, ছাত্ৰ জীৱনৰ কথা ওলালেই কামাখ্যা ৰাম বৰুৱাৰ শিক্ষাদান আৰু চৰিত্ৰ প্ৰতিভাৰ কথা কবই। শৰ্ম্মাৰ বৰ পুতেক অজিতৰ বিয়ালৈ নিমন্ত্ৰণ কৰা চিঠিখনৰ উত্তৰ স্বৰূপে বৰুৱা ডাঙৰীয়াই কেই আষাৰমান কথাৰে আশীৰ্বদীয়া চিঠি এখন দিছিল। সেইটো হল ১৯৫২ চনৰ কথা। ১৯৭৫ চনত কৰ্ম্মযোগী কামাখ্যা ৰাম বৰুৱা নামৰ এখন জীৱন-বৃত্তান্ত যুগুত কৰাৰ সময়ত সুদীৰ্ঘ ২৩ বছৰ কালৰ পাছত টোকোৰা বাহৰ পৰা তাকে উলিয়াই দিছিল। চিঠিখন আছিল নিয়ম ৰক্ষা কৰা বিধৰ তাকো যে ইমান দিন আটোমটোকাৰিকৈ থৈ দিছিল তাৰ পৰাই একালৰ শিক্ষকজনৰ প্ৰতি কিমান গভীৰ শ্ৰদ্ধা তাৰ চিন পোৱা যায়। আৰু এটা কথা, শিৱসাগৰত শিক্ষক হৈ থকা মাহকেইটা কামাখ্যাৰাম বৰুৱা ভৰাম বৰকাকতীৰ টোলতে ঘৰ এটাত আছিল। সেইপিনেও বেণুধৰে ঘনিষ্ঠ সান্নিধ্যৰ সুফল পাইছিল।

তৃতীয় জন ডিল মহম্মদ হাজৰিকা তল শ্ৰেণীত পঢ়ুৱা শিক্ষক আছিল। পাঠদানত তেখেতৰ নিষ্ঠা আৰু ছাত্ৰক অভিভূত কৰা ব্যক্তিত্বই ছাত্ৰ সকলৰ মনত গভীৰ প্ৰভাৱ বিস্তাৰ কৰিছিল। শিৱসাগৰ স্কুল এৰাৰ প্ৰায় অৰ্দ্ধ শতাব্দীৰ পাছত শৰ্ম্মাই প্ৰবন্ধত লিখিছিল "ডিল মহম্মদ মাষ্টৰৰ নিচিনা কৰ্ত্তব্য পৰায়ণ, উৎসাহী, নিখুঁত শিক্ষক এজন পোৱা বৰ কঠিন (সঙ্গম ৫ৰ্থ বঃ ১ম খণ্ড ১৬৫)।

ইয়াৰ বাহিৰেও ৰামেশ্বৰ বৰুৱাও বেণুধৰৰ শিক্ষক আছিল। বৰুৱা পাছত হেডমাষ্টৰ হৈছিলগৈ। বৰুৱাই লৰাই কথা কওঁতে অশুদ্ধ বাক্য ক'লে

বা ভুল উচ্চাৰণ কৰিলে তত্তালিকে শুধৰাই দিছিল। সকলো বা এটাই বিলাকৰ পৰিবৰ্তে 'চব' বুলি কোৱা শুনিলে বৰ বেয়া পাইছিল। গৌৰী দত্ত মিশ্ৰ সংস্কৃত পণ্ডিত আছিল। তেখেতে কেনেকৈ ব'থাম চাহাবক সম্বৰ্ধনা দিওঁতে 'বথাম বাহাদুৰায় নমঃ' বুলি ফুলৰ মালা অৰ্পণ কৰিছিল সেইবোৰ কথা কৈ বেণু শৰ্মাই পাছত ৰগৰ তুলিছিল। স্কুলৰ শিক্ষকৰ বাহিৰেও দুই এজন আন শিক্ষক বা শিক্ষকস্থানীয় লোকৰ বাৎসল্য ছায়াৰ আশ্ৰয় বেণুধৰ আৰু সমসাময়িক লৰাবিলাকে পাইছিল। সেই সকলৰ ভিতৰত ফুলেশ্বৰী কুৱঁৰী স্কুলৰ প্ৰতিষ্ঠাতা মুখ্য শিক্ষক ৰাধিকা শৰ্মাৰ নাম বিশেষ ভাৱে উল্লেখযোগ্য। ৰাধিকা শৰ্ম্মা ভালেমান দিন বাল্যাশ্ৰমৰো জীৱন্ধৰী মণি যেন আছিল। এই সকলৰ উৎসাহ আৰু প্ৰেৰণাতে বেণুধৰৰ সাহিত্য চৰ্চ্চায়ো কুঁহিপাত মেলে।

এইবোৰৰ লগতে সাহিত্যিক ছাত্ৰ-গোষ্ঠী এটাও সেই সময়তে গঢ় লৈ উঠিছিল। বেণু শৰ্ম্মাৰ সহপাঠীৰ ভিতৰত হেৰম্ব প্ৰসাদ বৰুৱা, ভগৱতী প্ৰসাদ বৰুৱা, মাধৱ প্ৰসাদ চলিহায়ো ছাত্ৰ কালত সাহিত্য-চৰ্চ্চাত যোগ দিছিল। দুৰ্গাধৰ বৰুৱা, কুমুদেশ্বৰ বৰঠাকুৰ, ক্ষেত্ৰধৰ গোহাঁই এই সকল সহপাঠীয়েও পিছৰ কালত সাহিত্য ক্ষেত্ৰত সুনাম লাভ কৰাৰ গুৰিতে শিৱসাগৰীয়া সমসাময়িক ছাত্ৰ গোষ্ঠীৰ সঙ্গপ্ৰভাৱ। পদ্মধৰ চলিহা, ইন্দ্ৰেশ্বৰ বৰঠাকুৰ ওপৰ ছাম চাত্ৰৰ আদৰ্শও বেণুধৰৰ সন্মুখত আছিল।

শিৱসাগৰত যেতিয়া কেইখনমান হাতে লিখা আলোচনী ছাত্ৰ দলৰ মাজত চলিছিল। "জেউতি" আৰু "মালতি" নামৰ হাতেলিখা কাকত দুখন কিছুদিনলৈ চলি আছিল। সেইবোৰৰ পাতত বেণুধৰেও কবিতা প্ৰবন্ধ লিখিছিল। জেউতিতে বেণুধৰৰ প্ৰথম কবিতা, প্ৰবন্ধ আৰু গল্পই আত্মপ্ৰকাশ কৰে। আন ছাত্ৰ লেখকসকলৰ ভিতৰত বিমলা কান্ত বৰুৱা, ইন্দ্ৰ কাকতী, দুৰ্গাধৰ বৰুৱা আৰু ফিৰদৌজ আলিৰ নাম বেণু শৰ্মাই পাছৰ কালত সততে কৈছিল। কিছুদিনৰ কাৰণে "জেউতি"ৰ সম্পাদক আছিল ভগৱতী প্ৰসাদ বৰুৱা আৰু বেণুধৰ শৰ্মা স্বয়ং।" জেউতি"ত ওলোৱা 'হৃদয় ৰাজা' নামৰ প্ৰবন্ধ ডিব্ৰুগড়ৰ পৰা ওলোৱা আলোচনীত প্ৰকাশিত হৈছিল এয়েই ছপাৰ আকাৰত ওলোৱা বেণু শৰ্মাৰ প্ৰথম সাহিত্য-কৃতি ( আলোচনী ৮ম বঃ ৩য় সংখ্যা ১৮৩৫ শক )। "আলোচনী" নামৰ মাহেকীয়া কাকতখন ডিব্ৰুগড়ৰ পৰা ওলাইছিল। এই কাকতখনে সেই

সময়ৰ সাহিত্যিক মণ্ডলত সমাদৰ লাভ কৰিছিল। তাৰ সম্পাদক আছিল প্ৰসন্ন কুমাৰ বৰুৱা আৰু পাছত দুৰ্গানাথ চাংকাকতী। লেখকসকলৰ ভিতৰত পাছৰ অসমীয়া সাহিত্যৰ শীৰ্ষস্থানীয় কেইজনমান আছিল। বেণুধৰ শৰ্মাই হাইস্কুলৰ নৱমমান দশমমান শ্ৰেণীত (আজিকালৰ হিচাপত) থাকোঁতেই "প্ৰভু আঁহা কিবা যেন নাই নাই," "শিৱাজী" আদি কবিতা স্কুলীয়া জীৱনতে লিখা। সেইবোৰ আলোচনী আৰু "বাঁহী" কাকতত ওলাইছিল। এনানিকৈ কবিতা আৰু প্ৰবন্ধ তেতিয়াৰ প্ৰতিষ্ঠাসম্পন্ন মাহেকীয়া কাকতত প্ৰকাশ হৈ ওলোৱাটো এজন স্কুলীয়া ছাত্ৰৰ পক্ষে কম গৌৰৱৰ কথা নহয়। স্কুলত থাকোতে ফুকনীয়া কালতে লিখা 'বাসনা' নামৰ কবিতা আৰু 'সুখ আৰু দুখ' নামৰ এটা প্ৰবন্ধ সম্পূৰ্ণকৈ আৰু আংশিকভাৱে তুলি দিয়া হল :—

## 'বাসনা'

(আলোচনী ১৮৩৬ শক, ৬ষ্ঠ বছৰ ৪ৰ্থ সংখ্যা (মাঘ)
১৯১৪ চন। পৃষ্ঠা ১৬৫)

সাগৰ নিচিনা হিয়াৰ মাজত
ভালপোৱা মোৰ আছিল লুকায় ;
নাছিল লহৰী নাছিল শব্দ
তথাপিও ভৰি আছিল হৃদয়।

মনে ভাবিছিলে :—

নীল আকাশত জোনায়ে হাঁহিব
খেলিব খেলা সাগৰ বুকুত,
ঢউ কণিকাই নাচি নাচি নাচি
ভুলাব প্ৰকৃতি ব্ৰহ্মাণ্ড জগত।
নীল আকাশত নেহাঁহিলে জোনে
নেনাচিলে ঢউ সাগৰ বুকুত ;
নীৰৱ সাগৰ নীৰৱেই হায়
ধীৰে যাব গল হিয়াৰ মাজত।
ভালপোৱা মোৰ ফুলৰ নিচিনা
হিয়াৰ কোণত ফুলিছে নীৰৱে

মনোমোহা গোন্ধ কেতিয়াও ক'তো
নেপেলে মোৰ হিয়াৰ বাহিৰে।

ভাবিছিলে মনে :—

যিজনৰ স'তে মোৰ দেখা দেখি হব
তেওঁকে মাতিম মৰম মাতেৰে ;
ফুলপাহি ছিঙি হাঁহি মিহলাই
দিম উপহাৰ গলি চেনেহেৰে।
ফুলিছিল ফুল দ'লৰ কাষত
শিৰৰ আগত দিব উপহাৰ ;
পূজাৰ বাসনা নুপূৰিল আৰু
নিৰাশাতে ফুল শুকালে ইবাৰ।

অসমৰ সকলো সাহিত্যিকেই কবিতা কুঁৱৰীৰ কোমল হাতত ধৰি সাহিত্য উপবনত প্ৰৱেশ কৰিছিল। বহুতে কোমল হাত এৰি কঠিন অৱলম্বনৰ আশ্ৰয় লৈছিল। বেণু শৰ্মায়ো তাকে কৰিলে। প্ৰচুৰ সম্ভাৱনা থকা সত্ত্বেও কোনোবা এটা সময়ত 'হে কবিতা বিদায়' বচন বুলি আঁতৰি আহি বুৰঞ্জীৰ নিৰাভৰণা নায়িকাৰ ওচৰ চাপিল। আঁতৰি নহাহেঁতেন বেণু শৰ্মাই কবিৰূপেও সাহিত্য জগতত পদাঙ্ক থৈ যাব পাৰিলেহেঁতেন। পাছে সেই অনা ভেলে।

স্কুলীয়া জীৱনৰ শেহৰ ফালে (১৯১৬) লিখা গদ্যৰ নমুনা এছোৱা পাঠকে পঢ়ি ভাল পাব। সেই প্ৰবন্ধৰ গদ্যত বেণু শৰ্মাৰ পাছৰ কালৰ মোহনীয় নিতম্বৰম্য চৌখেলৰ আভাস এটাও আছে। বিষয়ৰ উত্থাপনত চিন্তা-শীলতাৰ চিন লাগি থকা দেখা যায়। এনে প্ৰবন্ধ পঢ়িয়েই লক্ষ্মীনাথ বেজবৰুৱাই বেণুধৰ শৰ্মাক ১৯১৬ চনতে প্ৰথম যেতিয়া দেখা পাইছিল তেতিয়া হেনো কৈছিল "ইয়ে মই তোমাক বুঢ়া বুলিহে ভাবিছিলো, পিছে তুমি দেখোন চেঙেলীয়াহে" বয়সত যুবা যদিও ভাবত বৃদ্ধ যেন লাগিয়েই নেদেখা অৱস্থাত বয়স নিৰ্ণয়ত বেজবৰুৱা ডাঙৰীয়াৰ আউল লাগিছিল।

**সুখ আৰু দুখ** —(আলোচনী ৭ম বঃ ৫ম সং ফাগুণ ১৮৩৭ শক (১৯১৬)। "সুখী কোন? প্ৰাণত যাৰ শান্তি থাকে। দুখী কোন? যাৰ হেঁপাহৰ অন্ত হোৱা নাই। বন্ধু-বান্ধবেৰে পৰিপূৰ্ণ সুৰম্য অট্টালিকাত বাস কৰিও যাৰ প্ৰাণত শান্তি নাই, জোনৰ শীতল কিৰণেও যাৰ প্ৰাণত শান্তিৰ ধাৰা

ঢালি দিব নোৱাৰে তেওঁৰ নিচিনা দুখীয়াই বা ক'ত ? আৰু তেওঁৰ সমান দুখীয়াই বা কোন ?

সেই শান্তি ক'ত ? আনন্দত। যতে সাম্য, ততে জ্ঞানৰ পূৰ্ণ বিকাশ। য'তেই জ্ঞানৰ পূৰ্ণ বিকাশ তেতেই পৰমানন্দৰ চিৰ অধিকাৰ। সেই কাৰণে মনেৰে আঁকিব নোৱাৰা, কল্পনাৰে ঢুকি নোপোৱা পূৰ্ণ জ্ঞানময় সচ্চিদানন্দই আনন্দৰ বহঘৰা। এই আনন্দৰ বহঘৰাৰ পৰাই শান্তিৰস, সুখধাৰা জগত বিয়পি পৰিছে। এই বহঘৰাৰ প্ৰভাৱতেই জোন বেলি তৰাই হাঁহিছে। এই প্ৰভাৱতে বসুন্ধৰাই বিনন্দীয়া ৰূপ ধৰিছে। যাৰ মনত যিৰূপে আনন্দৰ বিকাশ তেওঁ সেইদৰেই জগতত আনন্দ উপলব্ধি কৰে। এই দৰেই বালিচাঁহিৰ পৰা গজ-হস্তীলৈকে সকলো জীৱৰ প্ৰাকৃতিক চেষ্টাৰ মূলতে সুখকণা সোমাই আছে। এই সুখ-কণা তোমাৰ গাত সৰহকৈ থুপ খাই আছে সেইদেখি তুমি সুখী।

তোমাৰ ধন আছে, ধান আছে, আপদত সহায় কৰিবলৈ লাগ বুলিলেই পাবলৈ বন্ধু-বান্ধৱ আছে। মোৰ সুখৰ কণা কম, মই দুখী। মোৰ ধন নাই যশ নাই, মান নাই, আপদত এবাৰি মিঠা মাত পাবলৈ বন্ধুও নাই, বান্ধবো নাই। গতিকে তুমি সুখী মই দুখী।

তুমি থাকা চালে চকু ৰোৱা পকা দালানত, মই থাকো চালে ঘিণ লগা জুপুৰী ঘৰত। তুমি দিন নিয়াইছা জীৱনৰ অমিয়া উপভোগ কৰি, মই কাল কটাইছো খোঁজে পতি এটোকোটি দীঘল হুমুনিয়াহ কাঢ়ি। সেইকাৰণেই তুমি ভাবা—তোমাৰ সুখ বুলি, মই ভাবো—মোৰ দুখ বুলি।

তুমি সুখত আছা তোমাৰ মনত আনন্দ আছে, শান্তি আছে, তুমি বাঞ্ছিত ৰতন লাভ কৰিছা। তুমি এতিয়া অহঙ্কাৰত মত্ত, দুখীৰ প্ৰতি কেৰাহিকৈয়ে নোচোঁৱা, দুখীৰ দুখ এধানমানো অনুভৱ নকৰা। সেই-দেখিয়েই তোমাক কওঁ তুমি নাই বুজা, তিতা মিঠাৰ পাৰ্থক্য কি ? তিতা নেখালে, মিঠাত মুখ দিয়েই ,কেনেকৈ জানিবা ? ই মিঠা সি তিতা বুলি। তেনেহলে নো তুমি কিয় কোৱা মোৰ সুখ হৈছে, তেওঁৰ দুখ হৈছে বুলি ? তেনেহলে তুমি কেতিয়াবা দুখ ভোগ কৰিবলৈ পাইছা, কাৰণ তিতা আৰু মিঠা নেখালে দুয়োৰো পাৰ্থক্য জানিবা কেনেকৈ ? সুখৰ যে দুখ লগৰীয়া তাক নো নকবা কেনেকৈ ?

তুমি সুখ বিচাৰা ভোমোৰাৰ দৰে কণ্টকৰূপ দুখ পাৰ হৈ সুখ-পদ্মৰ

পাহিত পৰি মৌ-ৰস চুহিবলৈ যোৱা। তুমি সুখৰ নিমিত্তে মৰীচিকাৰ পাছে পাছে অনুসৰণ কৰি ফুৰা, কিন্তু তোমাৰ পাছতে যে সাগৰ-ভৰা পানী তাক দেখিও নেদেখা। ঘিঁউৰ আহুতি পালে জুইকুৰা যেনেকৈ ক্ষন্তেক দপ দপাই উঠি পুনৰ শিখা পৰ্য্যন্ত লুপ্তপ্ৰায় হয়, সেইদৰে তোমাৰ আশাও দুখত পৰিণত হয়। সেইদৰে সুখ বিচাৰি ফুৰোঁতে ফুৰোঁতে তোমাৰ তৃষ্ণা-বহ্নি দপ্ দপ্ কৰে জ্বলি ঘোৰ দুখত পৰিণত হয়। তোমাৰ ধনলৈ ধাউতি! সেই ধাউতিয়ে সুখ দিবনে? নিদিয়ে। সেই ধাউতিয়ে তোমাক শান্তিময় সচ্চিদানন্দ উপলব্ধি কৰাব নে? নকৰায়। তুমি এশ পালে হাজাৰলৈ মন মেলিবা, হাজাৰ পালে লাখলৈ, লাখ পালে কোটি। কোটিৰ পৰা ৰাজত্বলৈ, ৰাজত্বৰ পৰা সুৰত্বলৈ মন মেলিবাই মেলিবা; তথাপি তোমাৰ আশাবহ্নি নুনুমায়। এইদৰেই তুমি সুখ বিচাৰা। বিচাৰোঁতে বিচাৰোঁতে তুমি ইন্দ্ৰিয়াৰ বশৱৰ্ত্তী হৈ আজীৱন দুখ ভোগ কৰা। তোমাৰ অন্তৰ শুদ্ধ কৰিবলৈ তোমাৰ ভুল সংশোধন কৰিবলৈ এই তৃষ্ণা মৰআঁউসীৰ অন্ধকাৰ। এই তৃষ্ণাক আদৰিলেই তোমাৰ অন্তৰাকাশৰ পৰা বিবেক জ্যোতি একেবাৰেই নাইকিয়া হয়। তুমি বুজিব পৰা নাই যে—

"দুখস্যান্তৰং সুখং সুখস্যান্তৰং দুখম।
চক্ৰবৎ পৰিবৰ্ত্তন্তে দুখানিচ সুখানিচ॥"

তুমি বুজা নাই যে—

"কুটুমেই ৰান্ধে কুটুমেই বাঢ়ে
কুটুমেই কুটুমক খায়
কুটুমৰ তেজেৰে বস্তি জ্বলায়
মজিয়া ভকে ভকায়॥"

চাকিটিকে সুখৰ আকৰ বুলি ফৰিঙে জাপ মাৰি দিয়ে যেনেকৈ, পঞ্চমৰীয়াৰ ঘণ্টাৰ কোবত মুগ্ধ হৈ হৰিণাই মৃত্যুকে আলিঙ্গন কৰে তেনেকৈ তৃষ্ণা পিশাচৰ ভেলেকি বাণত মুগ্ধ হোৱা তুমিও অশেষ যন্ত্ৰণা ভোগ কৰা।

"ছগাৰ ভোগেই অকাল মৰণ
নুবুজে দাহিকা কান্তি
প্ৰেমৰূপ আশা ইয়ে তোৰ বৃথা
কেৱল মনৰ ভ্ৰান্তি।"

ইত্যাদি।

উদ্ধৃত কবিতা আৰু প্ৰবন্ধটোৰ ভাব আৰু ভাষাৰ প্ৰতি লক্ষ্য কৰিলে আৰু অনুধাৱন কৰিলে পাছৰ কালৰ বেণু শৰ্মাৰ লহপহীয়া সাহিত্যকৰ্মৰ দ্‌পতীয়া অৱস্থাটোৰ উমান পাব পাৰি। চাৰিওৰ শ্ৰীভূমিত গাজ মেলা পুলিটিয়েই শিৱসাগৰৰ প্ৰেৰণাদায়ক অনুকূল জলবতাহত দ্‌পতীয়া হৈ ভৱিষ্যত সম্ভাৱনাৰ ইঙ্গিত দিছিল। বেণুধৰে সেই যি কলম ধৰিলে সেই কলমে কাহানিও কলমটিয়াব নাজানিলে। নিৰৱচ্ছিন্নে তিনিকুৰি বছৰৰো অধিক কাল সি মহিমোজ্জ্বল হৈয়ে থাকিল। একে লগে সাহিত্যৰ চ'ৰাত সোমাবলৈ যোৱা বহুতো নঙলামুখৰ পৰা উলটিল। দুই চাৰিজন অলপ আগবাঢ়ি গৈছিল যদিও ভৰ বয়সতে তেওঁবিলাকৰ লেখনীয়ে তভক মাৰিলে। বেণুশৰ্মাৰ সাহিত্য সৰস্বতী অতন্দ্ৰিতা হৈয়ে থাকিল।

## বুৰঞ্জী আৰু ৰাজনীতিৰ সিংহদুৱাৰত—কলিকতাত

( ১৯১৬—১৯২১ )

শিৱসাগৰ গৱৰ্ণমেণ্ট স্কুলৰ পৰাই মেট্রিকুলেছন পৰীক্ষা দি এনেয়ে গা ৰেলাই থকাৰ দিন কেইটামান পাৰ হওঁতেই ফুলেশ্বৰী হাইস্কুলৰ প্রতিষ্ঠাতা ৰাধিকা নাথ শৰ্মাৰ হেঁচোকনি পাই বেণুশৰ্মাই সেই স্কুলতে শিক্ষকতাৰ জুতি চাবলৈ সাময়িক শিক্ষকৰূপে মূৰ সুমুৱালে। শিক্ষকতাৰ জুতি চাবলৈ বুলি কৈছোঁ এই কাৰণেই যে শিক্ষকতা বা আন চাকৰি কৰাৰ হাউচ বেণুশৰ্মাৰ কোনো কালতে নাছিল, সেই কাৰণে 'কেনে লাগে চাওঁচোন' বুলিহে ফুলেশ্বৰী হাইস্কুলৰ শিক্ষক হৈ অলপ দিনৰ কাৰণে সোমাল। এই মাষ্টৰিৰ আয়ুকাল তিনিমাহ পূৰ হ'ল কি নহল ইস্তফাপত্র পৰিলেই, জুতি যে জুতিয়েই। এনেতে মেট্রিকুলেছন পৰীক্ষাৰ ফলাফল ওলাল। বেণুধৰ দ্বিতীয় বিভাগত এই পৰীক্ষাত উঠিল। তেতিয়া প্রথম বিভাগত উঠা লৰা ছোৱালীৰ সংখ্যা লেখত তেনেই তাকৰ আছিল। তথাপি পাঠ্য পুথি মনপুতি পঢ়াতকৈও সভা সমিতি কৰা, সাহিত্যৰ ৰসত লেটি লোৱা, শ্রেণীকক্ষৰ পাছৰ বেঞ্চত বহি নৱৰত্নৰ চং-সভাৰ* আখৰা দিয়া ছাত্রৰ পক্ষে বেণুধৰৰ বুদ্ধি আৰু স্মৃতিশক্তি নাথাকিলে উত্তীর্ণ হোৱা টান হলহেঁতেন।

পাছে মেধাসম্পন্ন উচ্চাকাঙ্ক্ষী ছাত্র বেণুধৰৰ প্রবেশিকা পৰীক্ষাত সাফল্যই এটা সমস্যা স্বৰূপ হৈ মূৰ দাঙিলে—অতঃপৰং কিম্। কটন কলেজ বা কলিকতাৰ কলেজত গৈ পঢ়িবলৈ মাহিলি আৰু অহা-যোৱা আদিৰ আনুষঙ্গিক খৰচ যিমানখিনি লাগে অকল খেতি পথাৰৰ পৰাই সিমানখিনি মাহে মাহে যথাসময়ত যোগাৰ দিয়াৰ সামর্থ্য গৃহস্থালিখনৰ নাছিল। গাতে লগা আপোন মানুহখিনিৰ অৱস্থাও তথৈবচ। অথবা দিওঁ বুলিলে দিব পৰা কোনোবা জন আছিল যদিও আগবাঢ়ি নোলাল। গতিকে কলেজীয়া শিক্ষাৰ

---

* হাইস্কুলৰ ওপৰ শ্রেণীত পঢ়োঁতে ন জন বন্ধু মিলি পিছৰ বেঞ্চত বহিহিল। তেওঁবিলাকে সেইখন নৱৰত্নৰ সভা বুলিছিল। প্রত্যেকেই একোজনৰ নাম লৈছিল। বেণুশৰ্মা আছিল কালিদাস।

ব্যৱস্থা কেনেকৈ হব পাৰে এই লৈ চিন্তা ভাৱনাই হিতাচক্তক আৰু অভিভাৱকসকলক উদ্বিগ্ন কৰিলে। ছাত্ৰবৎসল শিক্ষক পণ্ডিত গোবীদত্ত মিশ্ৰৰ প্ৰিয় ছাত্ৰৰ প্ৰতি অনুকম্পা হোৱাত শিক্ষাবিদ গোবিন্দ বেজবৰুৱাক কথাষাৰ কাণ চোৱালে। বেজবৰুৱায়ো অলপ দিনৰ কাৰণে শিৱসাগৰ বেজবৰুৱা স্কুলত খালি হব লগা সংস্কৃত পণ্ডিতৰ কাম এটা দিলে। সংস্কৃত পণ্ডিতৰ কাম কৰিবলৈ বেণুধৰ কেঁাচ খালে। প্ৰথম কথা সংস্কৃত তেওঁৰ মনঃপূত বিষয় নাছিল, তাতে প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ এচেৰেঙা অহং গৰিমায়ো মনত ভুমুকি মাৰিছিল হবলা। ততালিকে কাৰ্ড এটাত "নিয়োগ গ্ৰহণ কৰিব নোৱাৰি দুঃখিত" এই বুলি বেজবৰুৱালৈ চিঠি এখন লিখি ডাকঘৰত পেলালেই। গল কথা গুচিল।

যোৰহাটৰ খ্যাতনামা উকিল, সাহিত্যসভাৰ প্ৰাক্তন সম্পাদক পূৰ্ণানন্দ পাঠক বেণুশৰ্মাৰ পূজনীয় আত্মীয় আছিল। আত্মীয় বুলিয়েই নহয় এজন মেধাৱী ছাত্ৰৰো ভৱিষ্যতৰ শুভচিন্তক। পাঠক ডাঙৰীয়াই গোবিন্দ বেজবৰুৱাৰ লগত পৰামৰ্শ কৰি বেণুধৰলৈ এখন চিঠি দিলে, তাত লিখি পঠালে "তই সোনকালে আহি বেজবৰুৱা স্কুলত সোমাহি"। বেজবৰুৱা স্কুলতে সোমাহি মানে সম্প্ৰতি এনেই থকাতকৈ সোমাই ল। ১৯১৫ চনৰ যিটো শিক্ষা বছৰ সেইটোতে নহলেও পাছৰ ১৯১৬ শিক্ষা বছৰত কলেজলৈ পঢ়িবলৈ যোৱাৰ কিবা এটা দিহা হব। ইতিমধ্যে যি হয় অলপ ধন হাতত গোট খালে তাৰ পৰাও কিছু ভাৰৰ মৰিব। পাঠক ডাঙৰীয়াই এই নিচিনাই কিবা এটা পাঙিছিল। পাঠক ডাঙৰীয়াৰ চিঠি পালত বেণুধৰৰ আগৰ ফোৰোহনিটো কৰবালৈ গ'ল, সুৰসুৰকৈ আহি যোৰহাট পালেহি।

গোবিন্দ বেজবৰুৱা বাহিৰত চাহাব হলেও ভিতৰত অসমীয়া আৰু স্বভাৱত হঁতা হলেও ভঙ্‌ভঙীয়া। বেণুধৰক লগ পোৱা মাত্ৰকতে আগৰ কাৰ্ডটোৰ কথা উনুকিয়াই মৃদুকৈ এপোটক দিহে এৰিলে, কলে "বোলো সেয়া বেণুধৰ শৰ্মানে ? তুমিয়েই লিখিছিলা হবলা "মিঃ বেজবৰুৱা, ৰিগ্ৰেট কুড্‌ নট্‌ একচেপ্ট্‌ ইয়ৰ এপইন্টমেণ্ট"। কথাষাৰ শুনি বেণুশৰ্মাৰ মুখ ক'লা পৰি গ'ল, পৰিবৰ কথাই। শিক্ষাবিদ গোবিন্দ বেজবৰুৱাই চেলু এটা পালেই উঠি-অহা ডেকা লৰাক আওপকীয়াকৈয়ে হওক বা পোনপটীয়াকৈ

হওক শিকনি বুজনি একেবা নিদিয়াকৈ নেবিছিল। এই ক্ষেত্ৰত বেণুধৰক ছটা-মৃতাকৈ যে চিঠিৰ উত্তৰ দিব নালাগে আৰু ভাবি চিন্তি দিলেও যে মাসুজনক বিনম্ৰ ভাষাৰেহে দিব লাগে তাকে আওপকীয়াকৈ বুজাই দিলে। সেই বুলি বেজবৰুৱাই সেই কথাত লাগি থকাও নাছিল, পাছ দিনাই কামত ধৰিবলৈ নিৰ্দেশ দি আন কথা উলিয়ালে।

মাষ্টৰি কৰিবলৈ আৰম্ভ কৰিলে হয় পাছে সেই কামত যে সম্ভ প্ৰবেশিকা পৰীক্ষোত্তীৰ্ণ বেণুধৰৰ মন বহিছিল বা সনিষ্ঠ কৰ্তব্য পালনৰ উৎসাহ হৈছিল তেনে মনে নধৰে। প্ৰতিষ্ঠাপক বেজবৰুৱাৰ লগত মাজে মাজে থকাখুন্দাও লাগিছিল। বাহিৰত উগ্ৰমূৰ্ত্তি ধৰিলেও বেজবৰুৱাৰ ভিতৰখন কোমল আছিল। সেই ভিতৰি ভিতৰি থকা কোমল মতিৰ কাৰণেই তেওঁ খংটো উঠিয়েই মাৰ গৈছিল। সহকৰ্মী শিক্ষকসকলৰ অপকাৰ হোৱাকৈ কিবা এটা কৰিবলৈ হুকুম দিলেও পাছ মুহূৰ্ত্তত তেনে হুকুমৰ ওলোটা কিবা এটাহে কৰিছিল। বেজবৰুৱা নহৈ আন কোনোবা বাহিৰে ভিতৰে কঠোৰ লোকৰ পালত পৰাহেতেন বেণুশৰ্মাৰ মাষ্টৰিৰ আৰম্ভণিতে ইতি পৰিলহেঁতেন। এদিন কি হল শৰ্মাৰ নিজৰ কথাৰেই শুনাহে ভাল হব।

"অফিচৰ বিপৰীতে হলটোৰ মূৰত এদিন ল'ৰা পঢ়ুৱাই আছোঁ। ল'ৰাৰ মন বুলিলেই উইচিৰিঙাৰ দৰে পাতল; তাতে সেই দিনৰ বেজবৰুৱা স্কুলৰ লৰা উদণ্ড, কালৈকো পৰোৱায় নকৰে। একেবাৰে পাছৰ বেঞ্চত থকা লৰা বোৰৰ ভিতৰত লাগিল চুপতা-চুপতি এখন, উঠিল উকমিৰ ৰোল। হাই শুনি হাতত সোকাডাল লৈ বেজবৰুৱা আহিল চোঁচা মাৰি আৰু বাঘে ধৰাদি ধৰিলেহি মোক—আই চে, বেণুধৰ, হোৱাটচ ডেট হৰিবোল নইজ ফৰ (বেণুধৰ, ইমান গণ্ডগোল কিহৰ ?)। মোৰ হাতত বাঁহৰ চেকনী এডাল আছিল চেকনী ডালক চেকনী বুবুলি চিৰিপনি এছাৰি বুলি কলেই ভাল। তেওঁ যিমান খণ্ডেৰে কথাষাৰ সুধিছিল মইও সিমান খণ্ডেৰে চেকনী ডাল মেজত কোবাই কৈ দিলো "দেয়াৰ ইজ ন' নইজ ইনমাই ক্লাচ স্যাৰ" (মোৰ শ্ৰেণীত একো গণ্ডগোল হোৱা নাই চাৰ)।

"বেজবৰুৱা :— ইউ আৰ নট্‌ ৰেস্পেক্টফুল টু মি (তুমি মোক অপমান কৰিছা)। তুমি মাষ্টৰৰ লায়ক নোহোৱা এতিয়াই কাম ইস্তাফা দি গুচি যোৱা।

"মোক ধমক দিয়েই তেওঁ ভোঁ ভোঁ কৰে হলৰ মাজত বহি থকা শ্ৰেণীটোত







সোমালগৈ। তাতে তেওঁৰ পৰম বিশ্বস্ত আৰু অনুগত বিনন্দী মাষ্টৰে ল'ৰা পঢ়ুৱাই আছিল। বেজবৰুৱাৰ হুকুম কোনো মাষ্টৰে ক্লাছলৈ যাওঁতে জেপত ফটা ছিটা কাগজ এডুখৰিও নিব নোৱাৰে। মই কিন্তু জেপত সদায়ে একো খিলা শুদা কাগজ লৈ যাওঁ। কাম ইস্তফা দিবলৈ ক'লত, সেই কাগজৰে এছিটাত ইস্তফা দৰ্খাস্ত লেখি বিনন্দী মাষ্টৰৰ সাক্ষাতে বেজবৰুৱাৰ হাতত দি দিলোগৈ। তৎক্ষণাৎ বেজবৰুৱাই বিনন্দী মাষ্টৰলৈ চাই ভেঙুচালিকৈ কলে—'এজ ইফ্ হি ইজ এ গ্ৰেজুৱেট্। হি ৱাণ্টছ টু ৰিজাইন হিজ পষ্ট' (ই এওঁ জানিবা গ্ৰেজুৱেট হে, যাওঁ বুলিলেই যাব পাৰে?)। তাৰ পিছত মোৰ ফালে চকু পোন্দাই সুধিলে কাগজ ক'ত পালা? মই কলো মোৰ হাতত সদায় কাগজ একোখিলা থাকেই? মোৰ কথাকিটাকে আকৌ তেওঁ সিঞ্চাৰি সিঞ্চাৰি কৈ ইস্তফা-পত্ৰখন গ্ৰহণ নকৰো বুলি মাটিত পেলাই দিলে।"

"মইও গোঁ গোঁ কৰে হলৰ পৰা ওলাই আহিলোঁ। আহি পানীপোতা চেৰাই চোতালত ভৰি দিছোঁ, এনেতে বেজবৰুৱাই দেখোন পাছ ফালৰ পৰা মাত লগাইছে "হিয়েৰ বেণুধৰ, ইউ উইল লুজ ইয়ৰ টুডেইজ পে"; (হেৰা বেণুধৰ শুনাচোন শুনা, তুমি গুচি গলে আজিৰ দৰ্মহা আৰু নোপোৱা)। মই পিছে আওকণীয়া ভাও ধৰি যি ওলাই আহিলো, আহিলোৱেই। আহি তেতিয়াই যোৰহাটৰ একেখন প্ৰথম অসমীয়া চাহ-জলপানৰ দোকানত (নিত্যানন্দ শৰ্মাঠাকুৰৰ) সোমাই থাকিলোঁহি। বিনন্দী মাষ্টৰে মোক বেজবৰুৱাই মাতিছে বুলি তাৰ পৰা লৈ আহিলগৈ। বেজবৰুৱা তেতিয়া অফিচত পাইপ হুঁপি হুঁপি প্ৰশান্ত মনেৰে কিবাকিবি ভাবি আছে। মই গলত, তেওঁ মোক ওচৰতে বহুৱাই লৈ বুজনি দিছে:—

"বেণু বোপা বুঢ়াৰ কথাত নালাগিবা। 'ডিচিপ্লিন' (নিয়মৰ বান্ধনী বা নিয়মানুবৰ্ত্তিতা) বোলা কথাষাৰ বৰ ডাঙৰ কথা। যি জাতিৰ—'ডিচিপ্লিন, নাই সেই জাতি কেতিয়াও উধাব নোৱাৰে। অতবোৰ ছাত্ৰক 'ডিচিপ্লিন' শিকোৱাৰ ভাৰ তোমালোকৰ ওপৰতেই। মই তোমাৰ ওপৰোৱালা। মোৰ হুকুমকে যদি তুমি নামানা, ল'ৰাই আৰু তোমাক কি মানিব, ডিচি-প্লিনৰে বা শিক্ষা দিবা কি? যি হল হল বাৰু, কাইলৈ স্কুললৈ আহিবা)। নকলেও হব যে তেওঁৰ আদেশ মতেই পিছদিনা স্কুললৈ গ'লো।" (অৰ্ঘ্যাৱলী, শিক্ষাবিদ গোবিন্দ বেজবৰুৱা পৃঃ ৫—৬)।

এই ঘটনাটি যথালিখিতং তথা বহলাই উদ্ধাৰ কৰাৰ উদ্দেশ্য এইটোৱেই যে ইয়াত দুয়োজন লোকৰ চৰিত্ৰৰ দিশ একোটা জল্‌-জল্‌, পট্‌ পট্টৈকৈ ওলাইছে। বেণু শৰ্মা তেতিয়া ছাত্ৰবোৰতকৈ বয়সত অলপহে যদি ডাঙৰ আছিল। শ্ৰেণীত হাই উকমি হৈছিল বুলি নিজেই কৈছে, তথাপি বেজবৰুৱাই কিহৰ গণ্ডগোল বুলি সোধোঁতে ল'ৰাৰ পক্ষ লৈ, মেজত এছাবি কোবাই 'মোৰ শ্ৰেণীত গণ্ডগোল হোৱা নাই' বুলি সমান খঙেৰে উত্তৰ দিয়াযাৰ চৰম ঔদ্ধত্য—ওপৰৱালাৰ প্ৰতি যি অপমান হয়েই। তথাপি উঠি অহা ডেকা ল'ৰা, খঙৰ বেগত নকৰিবলগীয়া অলপ কিবা কৰিলেও তেতিয়াকৈ ইস্তফা পত্ৰ এখন দি গোঁ গোঁ কৈ গুচি যাব নেলাগিছিল। কাৰো ওচৰত সেও হব নজনা আৰু কাৰ্য্যৰ ভাও বুজি ভাবিচিন্তি নাচাই হুৰমুৰকৈ কাম কৰা উখামুখা স্বভাৱ ডেকা কালত হে যে আছিল সেইযাৰ নহয়। বুঢ়া কাললৈকে এই দুটা স্বভাৱে বেণু শৰ্মাক লগ নেৰিলে, অথচ এই দুটা স্বভাৱগুণেই চাকৰিৰ পৰিপন্থী। শৰ্মাই নিজেও বুজিছিল যে তেওঁ চাকৰিৰ লায়ক নহয়। নহলেনো অসহযোগত যোগ দিয়াৰ আগতে কলিকতাত পঢ়ি থাকোঁতেই শেহৰ ফালে স্বাধীন ব্যৱসায় কৰাৰ মনেৰে "বৰুৱা ফ্ৰেণ্ডচ্‌ এজেঞ্চি" নাম দি পঢ়াশুনাক পাছ কৰি ব্যৱসায় প্ৰতিষ্ঠান খুলিবলৈ গলহেতেন নে? বেজবৰুৱাৰ মৰম সনা বুজনিত পিছদিনাৰ পৰা স্কুললৈ যথা নিয়মে আহিল যদিও ওপৰৱালাৰ লগত খকাখুন্দা লাগিয়েই থাকিল। মুঠতে শিক্ষকতাই হওক বা আন বিধৰ চাকৰিয়েই হওক বেণু শৰ্মাৰ ধাতুত সমুলি জীণ নগৈছিল। নহলে বিনন্দী মাষ্টৰ অনুগত আছিল আৰু বেজবৰুৱাৰ বিশ্বাস ভাজন আছিল এই দুটাক প্ৰশংসাতকৈ তাচ্ছিল্য বোল দি শৰ্মাই উল্লেখ নকৰিলেহেতেন। পাছৰ এসময়ত ইচ্ছা কৰা হলে তেতিয়াৰ দিনত লোভনীয় বুলি গণ্য কৰা ভাল চাকৰি এটা লওঁ বুলিলেই লোৱাৰ সুযোগ এটা ওলাইছিল, সেই সুযোগ খুচৰি দিছিল পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে। পাছে শৰ্মাই খাৰাংখাচ ভাৱে সেই সুযোগ প্ৰত্যাখ্যান কৰি ক'লে "চাকৰি কৰি হাতে ভৰিয়ে বান্ধ খাব নোৱাৰি।"

তেতিয়া আৰু তাৰ বহুদিন পাছলৈকো বামুণৰ ছোৱালীৰ এঘাৰ বাৰ বছৰ বয়সত বিয়া হৈছিল। কন্যাকাল হোৱাৰ আগতেই কন্যাক পাত্ৰস্থ কৰাৰ কাৰণে মাক দেউতাকৰ চকুৰ টোপনি হৰিছিল। এই বিষয়ত ধনী নিৰ্ধনী বুলি যে কিবা কম-বেছি আছিল তেনে নহয়। সময়ত অপুষ্পিতা

কন্যাক পাত্ৰস্থ কৰিব নোৱাৰিলে সামাজিক পতন আৰু পৰকালৰ অনিষ্ট হুয়োটা ভয়ত ব্ৰাহ্মণ কন্যাদায়ীজনে দৰা বিচাৰি মূৰত চলুৰে চলুৰে পানী লৈছিল। সেই নিমিত্তে মেট্ৰিকুলেছন পৰীক্ষাত উঠিলে নেকি বুদ্ধিমান লৰা যেন দেখিলে কন্যাগ্ৰস্ত পিতা-মাতাৰ লোলুপ চকু পৰিলেই। বহুত ক্ষেত্ৰত সম্পন্ন শহুৰজনে পাছৰ কলেজীয়া শিক্ষাৰ ভাৰ নিজেই গা-পাতি লৈছিল। এই নিয়ম ১৯৩০/৩২ মানলৈকে চলি আছিল। কাচিৎ কদাচিৎ ভাবী শহুৰৰ টকাৰে পঢ়ি পাছত বিশেষ সুবিধাৰ আশাত আন কন্যাৰ পাণি গ্ৰহণ কৰা, খাই পাত ফলা পাতকীও যে নাছিল তেনে নহয়। পাছে সৰহ-খিনি ক্ষেত্ৰত ই এক প্ৰকাৰ ধনৰ সদ্ব্যৱহাৰ আৰু পাৰস্পৰিক উপকাৰৰ এটি সজ প্ৰথা স্বৰূপ আছিল। যৌতুক বা পণ-প্ৰথাৰ কোনো কুলক্ষণ এই ৰীতিত বৰ্ত্তিব নোৱাৰিছিল। ই এক প্ৰকাৰ পৰস্পৰাৰ্থ বুজাবুজিৰ পৰিণাম। সেই সময়ত বামুণ সমাজত ল'ৰাৰ ওঁঠৰ পৰা বাইছেই বিবাহোপযোগী বয়স। "লাওডাল কলে হেডালি এখন দিব লাগে" এই পটন্তৰ দি ল'ৰাৰ পিতৃ-মাতৃয়েও বিয়াখন পাতিবলৈ কুৰং কাৰাং কৰে। যোৰহাট বেজবৰুৱা স্কুলত মাষ্টৰি কৰি থাকোঁতে বেণুধৰৰ বয়স বিছ, একৈছ। মেট্ৰিকুলেছন পৰীক্ষাত উঠা বুদ্ধিমান আৰু ভৱিষ্যৎ সম্ভাৱনাৰ চালুকীয়া চিনে দেখা দিয়া উঠি অহা ডেকা। তেওঁলৈ কন্যাৰ দেউতাকসকলৰ নিশ্চয় চকু পৰিছিল। তাতে বেজবৰুৱা স্কুলৰ কাল ডোখৰতে নতুন পৰিচয়ৰ যোগে বন্ধু-বান্ধৱৰ বৃদ্ধি পাইছিল। সততে আহ-যাহৰ ফলত এটা ঘনিষ্ট গোষ্ঠীৰো উদ্ভৱ হৈছিল। এনে ঘনিষ্ঠ গোষ্ঠীতে অৰ্থাৎ 'মেচ' পাতি থকা ডেকাবিলাকৰ সমাগম এটাতে যোৰহাটৰ প্ৰখ্যাত চাহ খেতিয়ক পৰিয়াল এটাৰ প্ৰজাপতি স্বৰূপ সোমেশ্বৰ মেনেজাৰৰ পুত্ৰ শৰৎ শৰ্মাৰ লগত পৰিচয় আৰু বন্ধুত্ব হয়। এই বন্ধুত্বই বিয়াৰ কথা বতৰাৰ শুং উলিয়াই দিয়াত সহায়তা কৰে।

সোমেশ্বৰ শৰ্মা, সোমেশ্বৰ মেনেজাৰ বুলিয়েই যোৰহাট অঞ্চলত লোক-মুখে জনাজাত আছিল। তেখেতৰ পূৰ্বৰ ঘৰ আছিল যোৰহাটৰ ওচৰত টিলিকি আমত। চাহ খেতিত লগাৰ পূৰ্বে মানুহে বুলিছিল সোমেশ্বৰ বৰমহৰী। কোনোবা চাহ বাগিছাত কিছুদিন বৰমহৰীৰ কাম কৰিছিল। পাছত সেই কাম এৰি দি নিজাকৈ চাহবাগিছা খোলে। এই পুৰুষজন সাহসী, কৰ্ম্মপটু আৰু নেৰোপানি বিধৰ আছিল। তেখেতৰ তিনিগৰাকী ভাৰ্য্যা আছিল। তাৰে সক গৰাকীক হেনো বিয়া কৰাইছিল এটা বিশেষ

জিদ্‌ পুৰাবলৈ। মাজু গৰাকী ভাৰ্য্যা ভোগদা দেৱীৰ গৰ্ভত তিনি পুত্ৰ— ফণীধৰ, শৰৎ আৰু মহেন্দ্ৰ। তিনি কন্যা—যজ্ঞেশ্বৰী, আন এগৰাকী আৰু বৰদা। এই মাজুঘৰৰ সকলোতকৈ জ্যেষ্ঠ সন্তান যজ্ঞেশ্বৰীক নগাঁৱৰ সৰবৰহী কবি আৰু গীতিকাৰ কমলানন্দ ভটাচাৰ্য্যই বিয়া কৰাইছিল। তৃতীয় বা সোমেশ্বৰ মেনেজাৰৰ সৰু কনিষ্ঠা কন্যা বৰদা। তেতিয়াৰ নিয়ম অনুসাৰে তেওঁ বিবাহযোগ্যা হৈ আছিল, বয়স এঘাৰ বছৰ।

যোৰহাটৰ পূৰ্ণানন্দ শৰ্মা পাঠক উকীল বেণুশৰ্মাৰ পেহীয়েকৰ পুতেক ককায়েক। সেই সূত্ৰে যোৰহটীয়া অভিভাৱক। সোমেশ্বৰ মেনেজাৰৰ অবৰ্ত্তমানত বৰদাৰ ককায়েক ফণীশৰ্মা আৰু তেওঁৰ ভায়েক শৰৎ শৰ্মাই বেণুধৰৰ খবৰ পালে আৰু চা-চিনাকী হৈ এজন ভাল যোগ্য বৰ হব বুলি বিবেচনা কৰিলে। পাঠক ডাঙৰীয়া সম্বন্ধীয় ককায়েক বুলি জানি তেওঁৰ ওচৰ চাপিল। বিয়াৰ কথা বতৰা এইদৰেই আগবাঢ়িল। এদিন পাঠক আৰু ফণীশৰ্মা দুয়ো চাৰিঙলৈ গৈ বিয়াৰ কথা বতৰা পকা কৰি আহিল গৈ। তেতিয়া প্ৰোজত ধুলি উৰুৱা ডেকা বেণুধৰেও ওঁ তৎসৎ বুলি সুৰসুৰকৈ মান্তি হল।

১৯১৬ চনৰ ১২ই ডিচেম্বৰ আঘোণৰ ২৫ দিন যাওঁতে "চাৰিঙৰে বেণুধৰ, চাৰিঙীয়াৰ * বৰদা" আদি বৰযাত্ৰী ডেকা লগৰীয়াৰ যোৰা নামৰ মাজত আইসকলৰ উৰুলি জোকাৰ মঙ্গল ধ্বনিত কোনো দিনে কাৰো হাতত ধৰি সেও হবলৈ নিশিকা বেণুধৰে সোমেশ্বৰ মেনেজাৰৰ কনিষ্ঠা কন্যা বৰদাৰ হাতত হাত লগাই "গৃভ্‌ণামি তে সৌভগত্বায় হস্তম্‌" বুলি সৈমান হল। বিবাহ মণ্ডপলৈ নাহোঁ বুলিও অহা গোবিন্দ বেজবৰুৱাই মনৰ উষ্মা প্ৰকাশ কৰি কৈছিল "মোৰ স্কুলৰ মাষ্টৰ এটাক পূৰ্ণানন্দ আৰু ফণীয়ে পাং পাতি ভগালে।" বেণুধৰ ইতিমধ্যেই কলিকতালৈ জুন মাহত গৈ বঙ্গবাসী কলেজত নাম লগাইছিল। বিয়াখন কৰাবলৈ মাজতে ঘৰলৈ আহিছিল। তথাপিও স্কুলৰ কাম এৰা, কলিকতালৈ পঢ়িবলৈ যোৱা আৰু বিয়া কৰোৱা এই তিনিওটা ঘটনাৰ এক যোগসূত্ৰ আছে বুলি বেজবৰুৱা ডাঙৰীয়াই কিবা ভু পাইছিল।

বিয়াৰ কেইবছৰমান পাছতহে কলিকতাৰ পঢ়াৰ অধ্যায় শেষ কৰি ঘৰলৈ আহি বেণুধৰে শান্তি বিয়া কৰায়। শান্তি কৰাই নৱবধুক চাৰিঙলৈ নিজা ঘৰলৈকে পুত্ৰবধুৰূপে লৈ আহে। ধনীৰ কন্যা হলেও বৰদা দেৱীয়ে

---

* টিলিকি আমৰ সোমেশ্বৰ মেনেজাৰ থকা সেইখিনিক চাৰিঙীয়া বোলে।

খুটীয়া পৰিয়ালৰ বোৱাৰীৰূপে গাৱঁলীয়া পৰিবেশত নিজৰ একাত্মতা স্থাপন কৰোঁতে সৰহ দিন নালাগিল। সেইদিন ধৰি স্বামীৰ লগত সুকীয়া এখন সংসাৰ পাতি স্বতন্ত্ৰ-পৰিয়ালৰ গৃহিণীৰূপে আমোদ আৰু আধিপত্যৰ সুখ-গৌৰৱ ভোগ কৰাৰ প্ৰবৃত্তিক লাই নিদিয়াকৈ এই মহীয়সী মহিলাই কেনেকৈ ত্যাগময় জীৱন যাপন কৰিছিল সেই বিষয়ে স্থানান্তৰত বহলিয়াই কোৱাৰ অৱসৰ ওলাব।

যোৰহাট বেজবৰুৱা স্কুলত দুমাহ কাম কৰাৰ পাছত স্কুলৰ গৰম বন্ধৰ লগে লগে বেণুধৰে মাষ্টৰি কৰি ধন ঘটাৰ মোহ ত্যাগ কৰিলে। মেট্ৰিকুলেছন পৰীক্ষাত উঠাৰ বছৰটো (১৯১৫) পৰলি থাওঁতেই গ'ল। পাছৰ ১৯১৬ চনটোও যাতে নাযায় তাৰ বাবে বেজবৰুৱা স্কুলৰ পৰা বিদায় লৈ জুন মাহৰ তেইছ তাৰিখে কলেজীয়া শিক্ষাৰ কাৰণে আন কেইজনমানেৰে লগলাগি কলিকতালৈ বুলি যাত্ৰা কৰিলে। গুৱাহাটীৰ কটন কলেজত প্ৰথম বিভাগত উত্তীৰ্ণ হোৱা ছাত্ৰই সহজে স্থান পাইছিল। নিৰ্ব্বাচিত স্থান পূৰ নহলে দ্বিতীয় বিভাগৰ ছাত্ৰয়ো নাম লগাব পাৰিছিল। পাছে স্থান নোপোৱাৰ শঙ্কা কৰি যে বেণুধৰ কলিকতালৈ গৈছিল সেইষাৰ কথা মনে নধৰে। কলিকতাৰ আকৰ্ষণেই কলিকতীয়া কলেজত পঢ়িবলৈ যোৱাৰ মাই কাৰণ আছিল। কলিকতা তেতিয়া ভাৰতৰ নামত এৰাপৰা ৰাজধানী হলেও কামত ৰাজধানীৰো সাতচাৰ। ভাৰতৰ তদানীন্তন ৰাজনীতিৰ থাৰঘুলি আছিল কলিকতা, সাগৰৰ সিপাৰৰ একোছাটি বতাহ আহিলে কলিকতাতে পোনতে আহি খুন্দিয়াইছিলহি। তাতে মহামতি গোখলেৰ "What Bengal thinks today the rest of India think tomorrow"ৰ নিচিনা একোষাৰ কথাই অসমীয়া নৱযুৱকৰো মনত যে কৌতূহল সৃষ্টি কৰা নাছিল এনে নহয়। আকৌ ইপিনে উনবিংশ শতিকাৰ অসমীয়া সাহিত্যৰ নৱ-বিকাশৰ স্থলী আছিল এই কলিকতাই। গুণাভিৰাম বৰুৱাতে আৰম্ভ হৈ জোনাকী যুগৰ লক্ষ্মীনাথ, হেম গোঁসাই, চন্দ্ৰকুমাৰ প্ৰভৃতিৰ সাহিত্যকৰ্ম্মই কলিকতাকে অসমীয়া ছাত্ৰৰ সাহিত্যলীলাৰ কেন্দ্ৰভূমিত পৰিণত কৰিছিল। ১৯১৫।১৬ চনতো কলিকতীয়া অসমীয়া ছাত্ৰৰ সাহিত্য-চৰ্চ্চাৰ প্ৰতি উদগনি দিয়াৰ মহিমা কলিকতা নগৰীয়ে হেৰুৱা নাছিল। অসমীয়া কিতাপ ছপাব-লগীয়া হলেই কলিকতীয়া ছপাশালেই তেতিয়া অগতিৰ গতি। সেইবিলাক তদাৰক কৰিবলৈ যোৱা গ্ৰন্থকাৰসকলৰ সঘন সমাগমেও কলিকতাক সাহি-

ত্যিকৰ কেন্দ্ৰ কৰি থৈছিল। এনেবোৰ আকৰ্ষণৰ নিমিত্তেই যোৱা থাকিলে অসমীয়া ল'ৰা কলিকতালৈ গৈছিল। পাৰিলে প্ৰেছিডেন্সি কলেজত, নোৱাৰিলে আন কলেজত নাম লেখাইছিল গৈ। বেণুধৰ শৰ্মাৰো গুৱাহাটী এৰি কলিকতালৈ যোৱাৰ ধাউতি হোৱাৰ মূলতে মোহময়ী কলিকতাৰ আহ্বান, কটন কলেজত'ছিট' নোপোৱা বাবে নহয়। "বঙ্গবাসী কলেজত" নামৰ প্ৰবন্ধত (জয়ন্তী ১০ম বছৰ ৫ম সংখ্যা) তেখেতে লিখিছে যে কলিকতালৈ গৈ পোনতে বিদ্যাসাগৰ, ৰিপন, চিটি আদি কলেজত নাম লেখাবলৈ যত্ন কৰি বিফল মনোৰথ হোৱাত তেখেতৰ মনত ভাব হৈছিল "তাতো নাহিলো থাই, ইয়াতো পাবলৈ নাই।" ইয়াৰ পৰাই প্ৰমাণিত হয় যে গুৱাহাটীৰ কটন কলেজত ইচ্ছা কৰিয়েই সোমাবলৈ যত্ন কৰা নাছিল।

কলিকতাত ৪৩নং আমহাৰ্ষ্ট ষ্ট্ৰীটৰ ঘৰ এটাত ছাত্ৰাবাস (মেছ) এটা আছিল। তাতে বহুত অসমীয়া ছাত্ৰই প্ৰবসুৱা ছাত্ৰ জীৱন কটাইছিল, পঢ়িছিল, সাহিত্য কৰিছিল আৰু বৰ বৰ সভা শুনি ফুৰিছিল। বেণুধৰেও এই ছাত্ৰাবাসতে কোঠা এটাৰ চুক এটা জুৰি বহিলেগৈ।

বেণুধৰে নাম লগোৱাৰ মনেৰে কেইবাখন কলেজৰ দুৱাৰে দুৱাৰে একোপাক মাৰিছিল। এই কামত ৪৩নং আমহাৰ্ষ্ট ষ্ট্ৰীটৰে বংশীধৰ বৰুৱা নামৰ এজন ছাত্ৰই নবাগত ছাত্ৰ বেণুধৰক বুধিভৰসা দি সহায় কৰিছিল আৰু লৈ ফুৰিছিল। প্ৰেচিডেন্সি কলেজৰ ফালে মূকে নকৰিলে, তাত নাম লগাবলৈ যোৱা মানে হেনো ন চহকীৰ ওচৰত ধন ধাৰে বিচৰা কাম (জয়ন্তী ১০ম: ব: ৫ম স:)। বিদ্যাসাগৰ, ৰিপন আৰু চিটি কলেজো স্বনামে ধন্য আছিল, কিন্তু সেইবোৰত স্থানাভাৱ বুলি অফিচৰ কেৰেণীয়েই পৰাঙ্মুখ কৰি পঠিয়াইছিল। শেষত অগতিৰ গতি বঙ্গবাসী কলেজৰ দুৱাৰত কলেজ-শিক্ষাপ্ৰয়াসী বেণুধৰে হাত পাতিলেগৈ। বঙ্গবাসী কলেজৰ অধ্যক্ষ আছিল গিৰীশ বসু। অফিচৰ কেৰেণীৰ ওচৰলৈ নগৈ বেণুধৰ অধ্যক্ষৰ কাষ পালেগৈ। অধ্যক্ষ বসুৱে বঙলাত কথা সোধে, বেণুধৰে উত্তৰ দিয়ে ইংৰাজীত, বসুৱে বুজি ললে যে অসমীয়া ল'ৰা বঙালী কব নোৱাৰে। অধ্যক্ষ বসু উদাৰমনা ন্যায়প্ৰিয় মানুহ আছিল। বেণুধৰৰ দুৰ্গতিৰ কথা উপলব্ধি কৰি কেৰেণীক মাতি আনি চিট এটা দিবলৈ কলে। কেৰেণীয়ে চিট নাই বুলি ক্ষীণ আপত্তি এটা উলিয়াই চাইছিল. তথাপি ভৰ্তি

কৰিবলৈ বন্ধুৱে হুকুম দিলে। বেণুধৰ আই, এ, প্ৰথম বাৰ্ষিকত ভৰ্ত্তি হল, বিষয় ললে ইংৰাজী আৰু মাতৃভাষাৰ উপৰি তৰ্ক শাস্ত্ৰ ( Logic ), ইতিহাস আৰু উদ্ভিদ বিদ্যা ( Botany )।

বেণুধৰে লিখিছে—"বঙ্গবাসীত নাম লগালো যেনিবা বিহুহে থালো, এটাইবোৰে কবলৈ ধৰিলে—এইজন দেখিছা, গুণ্ডা কলেজৰ ছাত্ৰ। বঙ্গবাসী কলেজৰ নাম গুণ্ডা কলেজ আছিল। যোৰহাটৰ বেজবৰুৱা আৰু উপেন বৰুৱা স্কুলক কলেজ বোলাৰ দৰে বঙ্গবাসীকো নিকৃষ্ট কলেজ বুলি খিচলিং কৰিছিল।"

কথাটো একেবাৰে মিছাও নহয়। সেই কলেজ নিয়মানুবৰ্ত্তিতাৰ ( discipline) কালৰ পৰা তেনেই চৰচবীয়া আছিল। শ্ৰেণীত লৰাৰ হাইউৰুমি আৰু অধ্যাপকৰ বক্তৃতা একাকাৰ হৈ থাকে। নীৰিহ যেন পালে অধ্যাপককো নগুৰ-নাগতি কৰি ছাত্ৰই আমোদ পাইছিল। তাতোকৈ বেণুধৰে কুঁজৰ মুৰত কিল যেন পাইছিল দুই এজন অধ্যাপকৰ অসমীয়া-নিন্দা। যোগেন্দ্ৰ নাথ বিদ্যাভূষণ নামৰ সংস্কৃত অধ্যাপকজন এনেয়ে বোলে সজ্জন লোক আছিল, পাছে তেওঁ হেনো অসমীয়াক অসভ্য বুলি কৈছিল। তথাপি বেণুধৰে সেইবোৰ সহি সামৰি দিন কটাইছিল। কটাইছিল যদিও সময় বুজি মাৰিবলৈ তূণত কাঁড় গোটাই আছিল। এনেতে 'হিন্দু পেট্ৰিয়ট' নামৰ পুৰণি সংখ্যা এটাৰ পাত লুটিয়াওঁতে "সাতাৰন ছালৰ বিদ্ৰোহ সম্পৰ্কে মন্তব্য কৰোঁতে লিখা সম্পাদকৰ এষাৰ কথা চকুত পৰিল—" There was a slight commotion in the effeminate province of Assam" অৰ্থাৎ মিহমিহীয়া অসমতো কিঞ্চিৎমান আলোড়ন হৈছিল। বাক্যশাৰী পঢ়ি বেণুধৰৰ গা চেংচেঙাই গল। এনেয়ে বঙালী অধ্যাপক আৰু সহপাঠীৰ তাচ্ছিল্য আৰু নিন্দা বাক্যত মৰিছেই তাতে হিন্দু পেট্ৰিয়টৰ কথাষাৰ ধানৰ ভাপৰ তুল্য হল। বেণুধৰ দৃঢ় প্ৰতিজ্ঞ হল। প্ৰমাণ কৰি দেখুৱাব অসমৰ আলোড়ন slight নহয়; অসমো স্ত্ৰীসুলভ মিহমিহীয়া নহয়। অধ্যাপক এজন বা দুজনৰ অথবা খিতিঙা সহপাঠী দুই চাৰিজনৰ অসমীয়া নিন্দাবাণী আৰু হিন্দু পেট্ৰিয়টৰ কেঁাপোলা মন্তব্যষাৰ শাপেই বৰ হল। বেণুধৰ খঙ্গুৰ ৰূপে ইম্পিৰিয়েল গ্ৰন্থাগাৰত সোমাই এপাট এপাটকৈ শৰ গোটাই সময়ত লগাবলৈ তূণত থাজি থাজি সুমুৱালে। কিমান ইতিহাস গ্ৰন্থ,

পুৰণি কাকত, ৰিপোৰ্ট খুচৰি খুচৰি উলিয়ালে তাৰ লেখজোখ নাই। মূঠতে চাবিং শিৱসাগৰৰ বেণুধৰ কলিকতালৈ গৈ বুৰঞ্জীবিদ বেণুধৰলৈ পাহি মেলিলে।

৪৩ নং আমহাৰ্ষ্ট ষ্ট্ৰীটৰ ঘৰটো সেই সময়ত অসমীয়া ছাত্ৰৰ সঙ্গম-ভৱন যেন আছিল। তাত থকা-খোৱা ছাত্ৰৰ উপৰিও আন ঠাইত থকা ছাত্ৰও আহি মাজে সময়ে মেল পাতিছিলহি। উদ্যোগী অসমীয়া ছাত্ৰক থুল এটা থকাৰ কাৰণেই কলিকতালৈ কাৰ্য্যগতিকে যোৱা ভব্যগব্য অসমীয়া ডাঙৰীয়াসকলে ৪৩নং আমহাৰ্ষ্ট ষ্ট্ৰীটত ভূমুকি এটা মাৰি যুজ-বাজ লৈছিল। ফণীধৰ চলিহা (পাছত ৰায়বাহাদুৰ) মহামহো-পাধ্যায় ধীৰেশ্বৰাচাৰ্য্য, নবীন বৰদলৈ, চন্দ্ৰ নাথ শৰ্ম্মা, সৰ্ব্বেশ্বৰ কটকী প্ৰভৃতি অসমীয়া পণ্ডিত সাহিত্যিক সকলৰ সান্নিধ্য সদুপদেশ আৰু উদ্গনি বেণু শৰ্ম্মা আৰু লগৰীয়া ছাত্ৰসকলে সততে পাই আছিল।

এই ৪৩ নং ঘৰটোৰ পৰাই লোহিত চন্দ্ৰ ভূঞা নামৰ উদ্যোগী ডেকা এজনে ক্ৰেগুছ আসাম এজেন্সি নাম দি ব্যৱসায় প্ৰতিষ্ঠান এটা চলাইছিল। তেওঁ নিজেও অকণৰ ক, খ পুথি বুলি সৰু লৰা ছোৱালীৰ উপযোগী কিতাপ লিখিছিল। ইয়াৰ পৰা সূতা, কাপোৰ ইত্যাদি বস্তু অসমলৈ পঠিয়াইছিল। লোহিত ভূঞাৰ তত্বাৱধানতে 'অকণ' নামৰ শিশু মাহেকীয়া এখন ওলাইছিল। সম্পাদক আছিল পণ্ডিত হেম চন্দ্ৰ গোস্বামী। অকণত সেই সময়ৰ খ্যাতনামা আৰু উদীয়মান সকলো সাহিত্যিককে প্ৰবন্ধ প্ৰকাশিত হৈছিল। "ক্ৰেগুছ আসাম এজেন্সিয়ে' পদ্মধৰ চলিহাৰ গানৰ কিতাপ 'ফুলনি' আদি কেইখনমান অসমীয়া কিতাপো প্ৰকাশ কৰিছিল। ডিব্ৰুগড়ৰ পৰা ওলোৱা "আলোচনী' কাকতত তাৰ বিজ্ঞাপনো ছপা হৈছিল। চন্দ্ৰ নাথ শৰ্ম্মাৰ অসমীয়া ইংৰাজীৰ অনুবাদ, চন্দ্ৰধৰ বৰুৱাৰ 'ভাগ্যপৰীক্ষা' প্ৰভৃতিও ক্ৰেগুছ আসাম এজেন্সিৰ পৰিচালনাত ছপা হৈছিল। অকণৰ বাবে প্ৰবন্ধ যুগুত কৰা, গোটোৱা, আৰু কাকত চোৱা কামত বেণুধৰে বহুত সময় ব্যয় কৰিছিল। এইবোৰ কামৰ মাজে-দিয়ে তেওঁ সাহিত্যৰ ৰৰঘৰত সোমাই লোৱাদি ললে। কিবাকিবি কাৰণত ক্ৰেগুছ আসাম এজেন্সিৰ ব্যৱসায় নিটিকিল। ৪৩ নং আমহাৰ্ষ্ট ষ্ট্ৰীট "আসাম মেছ" নামেৰে অসমীয়া ছাত্ৰাবাসলৈ পৰিণত হল। এই আসাম মেছেই সেই সময়ৰ মেধাবী ছাত্ৰ আৰু পাছত সাহিত্যিক, পণ্ডিত,

সমাজকৰ্মী আৰু স্বাধীনতা যুঁজাৰু ৰূপে খ্যাতি লাভ কৰা অসমীয়া। ডেকাৰ কলিকতীয়া লীলাভূমি আছিল। বেণুধৰ শৰ্মাও তাৰে এজন। কৃষ্ণকান্ত সন্দিকৈ, ডাঃ ভুবনেশ্বৰ বৰুৱা, পদ্মধৰ চলিহা, কামেশ্বৰ দাস আদিৰ নাম বিশেষ ভাবে উল্লেখযোগ্য। বস্তু কান্ত বৰকাকতী আলহীৰ দৰে ছমাহমান আছিল। কৃষ্ণকান্ত সন্দিকৈৰ গুচিলৈ বাহিৰৰ পৰাও যতীন্দ্ৰ নাথ দুৱৰা, বাণী কান্ত কাকতি আৰু মহী চন্দ্ৰ বৰা সততে অহা যোৱা কৰিছিল। এই নাম কেইটা পঢ়িলেই আসাম মেছৰ সাহিত্যিক সুপৰিবেশ এটাৰ বিষয়ে সুস্পষ্ট ধাৰণা কৰিবলৈ সহজ হয়। বেণু শৰ্মাৰ কাৰণে ৪৩ নং আমহাৰ্ষ্ট ষ্ট্ৰীটত থকা আসাম মেছ গাথীৰতে ম'হৰ খুটি যেন হৈ পৰিছিল।

৪৩ নং আমহাৰ্ষ্ট ষ্ট্ৰীটত এবছৰমান থকাৰ পাছত ১৯১৮ চনত বেণুধৰ ওচৰতে থকা ৩/১ এ আমহাৰ্ষ্ট ষ্ট্ৰীটৰ মেছ এটাত বাসা ললেগৈ। সেই মেছত বঙালী ছাত্ৰও আছিল অসমীয়া ছাত্ৰও আছিল। এটা তিনিজনীয়া কোঠালীত বেণুধৰ শৰ্মা, গিৰীন্দ্ৰ নাথ আৰু অভয়পুৰীৰ হৰেন্দ্ৰ নাৰায়ণ সিংহ। আচবাব পত্ৰ বিশেষ নাছিল। ঢাৰিপাটীত পেট পেলাই লিখা পঢ়াৰ অভ্যাস এটাই তাতেই গা কৰিলে। কোঠাৰ লগৰীয়া গিৰীন্দ্ৰ নাথৰ গান বাজনাত ৰাপ আছিল দিনৰ ভালেখিনি সময় টুং টুঙাই থাকে। হৰেন্দ্ৰ নাৰায়ণ জমিদাৰ পৰিয়ালৰ লোক, দেখাতো হটঙা আৰু স্বভাৱটো সতকাই লাই নোপোৱা বিধৰ। পৰস্পৰৰ লগত বিৰুদ্ধ প্ৰকৃতিৰ হলেও তিনিওৰো ডিঙিত ধৰি তিনিও কলিকতীয়া মেছত বঙালী ছাত্ৰৰ ত্ৰাসৰ কাৰণ হৈ আছিল। তেওঁবিলাক তিনিওজনে তেতিয়া কলিকতাৰ পৰা ওলোৱা সমাদৃত বাতৰি কাকত ইণ্ডিয়ান ডেইলি 'বেঙ্গলী' আৰু ষ্টেটছমেন' ভিনে ভিনে কিনিছিল আৰু আটাই কেইজনে পঢ়িছিল। বঙালী লৰা বহুতে পৰৰ মূৰত কঠাল ভাঙি চলাটো বুধিয়কৰ কাম যেন বিবেচনা কৰিছিল। শৌচাগাৰলৈ বা গা ধোৱা ঘৰলৈ যোৱাৰ চলত খিড়িকীয়েদি নাথ, শৰ্মা আৰু সিংহৰ কমত থকা কাগজ কিখন লৈ যায়, ঘূৰাই দিয়াৰ হলে নাম নাই। এই উৎপাতৰ হাত সাৰিবলৈ ভালে-বেয়াই নানা উপায় অৱলম্বন কৰিব লগা হৈছিল। এইদৰে তিনিওজনৰ বন্ধুত্ব দিনকদিনে ঘনিষ্ঠতৰ হৈ পৰিছিল। সেই ঘনিষ্ঠতা শেহত নাথ, শৰ্মাৰ সাহিত্য-সহচৰলৈ ৰূপান্তৰিত হল।

হাইস্কুলৰ তৃতীয় শ্ৰেণীত ( Class VIII ) শিক্ষক জগন্নাথ দত্ত ডুঞাই 'ৰবিন্সন ক্ৰুচ' নামৰ বিখ্যাত ইংৰাজী শিশু পাঠ্য গ্ৰন্থখনৰ সাধুটো কৈছিল। বেণু শৰ্মাই তাকে টুকি লৈছিল। পাছত মূল গ্ৰন্থৰ লগত মিলাই অলপ পৰিবৰ্দ্ধিত কৰি চমু ভাঙনি এটা গ্ৰন্থৰ আকাৰত প্ৰস্তুত কৰিলে। এতিয়া ছপাই প্ৰকাশ কৰে কেনেকৈ সেইটোৱেই হল চিন্তাৰ কথা। এই সমস্যাৰ সমাধান কৰিবলৈ যাওঁতে শৰ্মাৰ মনত এটা বুধি খেলালে। ভাৰতীয় ৰাজনীতিত হলে ইয়াকে মিত্ৰোদয় বা মিত্ৰ লাভ বোলে। গুৱালপাৰা জিলা খনত তেতিয়া বঙলা ভাষা নপতা ফুকন হৈ বিৰাজ কৰিছিল। যিবিলাকে অসমীয়া বুলি অভিমান আৰু গৌৰৱ কৰিছিল তেওঁবিলাকেও অসমীয়া ভাষাৰ চৰ্চা কৰাৰ কম সুযোগ পাইছিল। সৰহ ভাগ স্কুলত অসমীয়া পঢ়ুৱাৰ ব্যৱস্থাকে নাছিল। বঙালীবিলাকে ঘোষণা কৰিছিল গুৱালপাৰা জিলা বঙলাভাষী।

গিৰীন্দ্ৰ নাথ খিলঞ্জীয়া গুৱালপৰীয়া। তেওঁ যদি অসমীয়া কিতাপৰ লেখক হয়, বঙালীক দেখুৱাবলৈ হব যে গুৱালপৰীয়াই অসমীয়াহে লিখে। আৰু এটা পাকেদি গিৰীন্দ্ৰ নাথক লগৰীয়া লেখক হিচাপে ললে নাথৰ দেউতাকৰ পৰা আৰ্থিক সহায়তা পোৱাৰ সম্ভাৱনাও আছে। সাতে পাঁচে ভাবি শৰ্মাই নাথৰ আগত প্ৰস্তাৱ কৰিলে "বোলো নাথ আহক আমি দুয়ো এই পুথিখনকে উলিয়াওঁ। আপুনি বুজিব নোৱাৰা উজনীয়া শব্দৰ ঠাইত দুই চাৰিটা শব্দ সুমুৱাই দিলেই হব। পুথিখনত দুয়োৰো নাম থাকিব" (জয়ন্তী ১০ ম বঃ ৮ ষ্ঠ সঃ)। গিৰীন্দ্ৰ নাথ মান্তি হল আৰু সেই কথা দেউতাক হৰিপ্ৰসাদ নাথলৈ লিখি জনালে আৰু অৰ্থ সাহায্যৰ বিষয়েও লগতে উনুকিয়ালে। হৰিপ্ৰসাদ নাথ সেই সময়ৰ এজন অসমীয়াপন্থী বিশিষ্ট গুৱালপৰীয়া। পুতেকৰ চিঠি পোৱা মাত্ৰকে টকা দুশ পঠাই দিলে। ৰবিন্সন ক্ৰুচ' ছপা হৈ প্ৰকাশ হোৱাৰ বাট মুকলি হল। ১৯১৮ চনৰ গৰমৰ বন্ধৰ আগে আগে কিতাপখন শৰ্মা আৰু নাথৰ যুটীয়া গ্ৰন্থকাৰীতাত ছপা হৈ ওলাল। প্ৰকাশক আছিল গুৱালপাৰাৰ অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ হৈ হৰিপ্ৰসাদ নাথ মুক্তিয়াৰ।

এই গ্ৰন্থ ওলোৱাৰ লগে লগে আনন্দ চন্দ্ৰ আগৰৱালা, পদ্মনাথ গোহাঞি বৰুৱা, যতীন্দ্ৰ নাথ দুৱৰা আৰু লক্ষীনাথ বেজবৰুৱাই "বাঁহী"ত অনুবাদৰ ভাষা আৰু ৰীতিৰ ভূয়সী প্ৰংশসা কৰিছিল। কীৰ্ত্তিনাথ বৰদলৈয়ে স্বৰাজ

নামৰ পত্ৰিকাত এই কিতাপক বৰ ভাল হোৱা বুলি আদৰণি জনাইছিল। গুৱালপৰীয়া অসমীয়াই এই কিতাপৰ যথেষ্ট সমাদৰ কৰিছিল তাৰ প্ৰমাণ আন একো নালাগে ১৯৫২ চনত ওলোৱা দ্বিতীয় তাঙৰণৰ পাতনিত কোৱা কথাখিনিয়েই যথেষ্ট। প্ৰথম তাঙৰণৰ পূৰণি কপি গ্ৰন্থকাৰৰ হাতত নাছিল। বিচাৰি খোচাৰি শেহান্তত পালেগৈ গুৱালপাৰাৰ বাটাবাৰী নামৰ ঠাইৰ লাইব্ৰেৰীতহে। শেহত গুৱালপাৰাইহে পৰিত্ৰাণ কৰিলে।

ৰবিঞ্চন ক্ৰুচ' বেণুধৰ শৰ্মাৰ প্ৰথম গ্ৰন্থসন্তান। প্ৰথমজ হলেও আৰু অনুবাদমূলক হলেও, পাছৰ বেণুধৰী গন্ধ কোঁহৰূপে ইয়াত বৰ্ত্তমান। অনুবাদৰ জড়তা ইয়াত সমূলি নাই। চমুৱাবলৈ যাওঁতে ঘটনাৰ আঁতো হেৰাবলৈ অনুবাদকে চল দিয়া নাই। প্ৰকৃতপক্ষে চেমনীয়া লৰাৰ উপযোগীকৈ বিশ্ব বিখ্যাত গ্ৰন্থবোৰৰ চমু ভাঙনি কেনে হব লাগে বেণুধৰ শৰ্মাৰ ৰবিঞ্চন ক্ৰুচ' তাৰ আহিস্বৰূপ। অসমীয়া— সাহিত্যিক সকলৰ এচামক এতিয়াৰ দৰে তেতিয়াও নিভাঁজ অসমীয়া শব্দ আৰু বাক্যভঙ্গীৰ প্ৰয়োগ কৰিবলৈ লক্ষীনাথ বেজবৰুৱাৰ নিচিনা সাহিত্যৰথীসকলে সোঁৱৰাই দিব লগা হৈছিল। বেজবৰুৱাই "বাঁহী"ত "কিতাপখনৰ ভাষাত খুঁত নাই বুলি উচ্চ প্ৰশংসা কৰিছিল আৰু অনুবাদত আমাৰ ভাষাত থকা শব্দাৱলী এৰি দি বা জানিবলৈ ইচ্ছা নকৰি অইন ভাষাৰ শব্দ ধাৰ কৰি চলাই দিয়াতো পোৰা-সুঠনীয়া কাম বুলি অসমীয়া লেখক বিলাকক সতৰ্ক কৰি দিছিল।" (ৰবিঞ্চন ক্ৰুচ' ২য় তাঙৰণৰ পাতনি)। বিশ্ববিখ্যাত গ্ৰন্থবোৰৰ ভাঙনি কৰি মূল গ্ৰন্থৰ জ্যোতি যোলান নপৰাকৈ ৰখা এক প্ৰকাৰ নাভূত কাম। চমু ভাঙনি কৰাও এলাপেচা কাম নহয়। কোন খিনি ধৰিব কোনখিনি এৰিব, এৰিও মূলৰ সোৱাদ সেৰেকা নোহোৱাকৈ বৰ্তাব তাক নিৰ্ণয় কৰিব বিচক্ষণ লোকেহে পাৰে। ৰবিঞ্চন ক্ৰুচ'ৰ চমু অনুবাদত বেনুধৰ শৰ্মাই সেই ধৰণৰ বিচক্ষণতা দেখুৱাব পাৰিছে। মূল আৰু ভাঙনি দুয়োখন গ্ৰন্থ ছপাই লৈ ইখনৰ পাছত সিখন পঢ়িলে পাঠকে নিজেই হয় নহয় বুজি পাব।

বঙ্গবাসী কলেজৰ দুজন এজন অধ্যাপক আৰু খিতিঙা বঙালী সহপাঠী দুই চাৰিজনৰ নিন্দাবাণী আৰু অসমৰ প্ৰতি তাচ্ছিল্যকৰ উক্তি আৰু লগতে হিন্দু পেট্ৰিয়টৰ অজিজ্ঞাসী উক্তিবোৰ শাপেই বৰ হোৱাদি হ'ল। বেণুধৰ ধনুৰ্দ্ধৰ হৈ ইম্পিৰিয়েল লাইব্ৰেৰীত সোমাল। সপ্তাহত তিনিদিন

মানকৈ এই গ্ৰন্থাগাৰত পঢ়িবলৈ ললে, যাই বিষয় অসমৰ বুৰঞ্জী, বিশেষকৈ ইংৰাজ আৰু ফাৰ্চী লিখকৰ গ্ৰন্থ বা গ্ৰন্থৰ অনুবাদ। এই দৰে এপাট এপাটকৈ শব গোটাই সময়ত জুৰিবলৈ তুণত থাজি থাজি ভৰালে। কিমান ইতিহাস গ্ৰন্থ পুৰণি কাকত আৰু ৰিপৰ্ট খুচৰি খুচৰি উলিয়ালে তাৰ ইয়ত্তা নাই। ১৯১৮ চনত আই.এ. পৰীক্ষাৰ ওচৰ চাপো চাপো হওঁতেই বেণুধৰে ইম্পিৰিয়েল লাইব্ৰেৰীত পঢ়া আৰু টুকি লোৱাৰ কাম কৰিয়েই আছিল। তাৰ প্ৰমাণ পাওঁ ১৯১৮ চনৰ ১৮ ডিচেম্বৰত (পৰীক্ষাৰ সময়) নৱম বছৰৰ প্ৰথম সংখ্যা "আলোচনী" কাকতত দিয়া অসম বুৰঞ্জী সংক্ৰান্ত টোকা এটাত। টোকাটোৰ নাম আছিল "কানাই বৰশী বোৱা শিলৰ ওপৰঞ্চি।" এইটো এটা পূৰ্ণাঙ্গ প্ৰবন্ধ নহয়, সোনাৰাম চৌধুৰীয়ে "লিখা কানাই বৰশী বোৱা শিল"ৰ সংক্ৰান্তত লিখা এটি প্ৰবন্ধৰ ওপৰঞ্চি টো কাৰূপে এটা কথা উলিয়াই দিছে মাথোন। সেয়ে হলেও বেণুধৰ শৰ্ম্মাৰ জীৱনৰ এইটোৱেই প্ৰথম বুৰঞ্জী—লেখ। শৰ্ম্মাই যে কলিকতাত আই.এ. শ্ৰেণীত পঢ়ি থাকোঁতেই অসম বুৰঞ্জীৰ তন্ন তন্ন অধ্যয়ন কৰিছিল আৰু আনে গম নোপোৱা বিধৰ তথ্য সংগ্ৰহ কৰিছিল তাৰ চিন এই টোকাটোতে পোৱা যায়। নিচেই সৰু হলেও তাক যথাযথ তুলি দিয়াযাৰ ভাল কথা হ'ব।

"কানাই বৰশী বোৱা" শিলৰ ওপৰঞ্চি।

"ফাৰ্চী বুৰঞ্জী ৰিয়াজুচ্ চালাটিনৰ মতে বখতিয়াৰ খিলিজিয়ে 'খাটা' আৰু তিব্বত আক্ৰমণ কৰিবলৈ যাওঁতে আৰ্দ্ধনৰপৰা (১) দহ দিনৰ বাট গৈ ২৯ ভজীয়া ( with 29 Arches ) শিলৰ দলং এখন পাইছিল। মানুহে কয় তুৰণৰ অধিৰজা গৰ্ষপ্পে ( gar shapp ) কামৰূপেদি হিন্দুস্তান জয় কৰিবলৈ আহোঁতে সেই দলংখন সাজিছিল বুলি।

"শ্ৰীযুত সোনাৰাম চৌধুৰী ডাঙৰীয়াই ৮ম বছৰৰ দ্বাদশ সংখ্যা আলোচনীত কানাই বৰশী বোৱা শিলৰ সম্পৰ্কে উল্লেখ কৰা ছুটীয়াপাৰা ৰেল ষ্টেচনৰ অলপ দূৰৈত থকা শিলৰ সাকোঁখন এই খনেই বুলি ইয়াৰ পৰাই সুন্দৰকৈ ঠাৱৰাব পাৰি।"

৩১/১এ আমহাৰ্ষ্ট ষ্ট্ৰিট্ কলিকতা<br>১৮ ডিচেম্বৰ ১৯১৮ } বেণুধৰ শৰ্ম্মা

এই টোকাৰে এটি পাদটীকাও আছে।

"'পাদটীকা (১) বৰ্ত্তমান বগুৰা জিলাৰ উত্তৰে ধোৱা ঘাটৰ অলপ দূৰৈত কৰতোৱা নৈ পাৰৰ গোবিন্দ গঞ্জৰ ওচৰত থকা বৰ্দ্ধন কুঠীকে প্ৰত্ন-তত্ত্ববিদ প্ৰফেচৰ ব্লকমেন চাহাবে আবৰ্দ্ধন নগৰ বুলি থিৰ কৰিছে।"

শৰ্ম্মাৰ এই সিদ্ধান্ত আৰু তাক ঠাৱৰাবলৈ আগবঢ়োৱা প্ৰমাণ নিৰ্ভুল আৰু যথেষ্ট হৈছেনে নাই সেই বিষয়ে যুক্তি-তৰ্ক মেলাৰ এই ক্ষেত্ৰত আমাৰ প্ৰয়োজন নাই। সেই কাম ইতিহাসত পাৰ্গত পণ্ডিতে কৰে যদি কৰক। আমি এই গোটেইখিনি শৰ্ম্মাৰ অসম বুৰঞ্জীৰ বিষয়ে লেখা পাঠকৰ আগত দাঙি ধৰিছোঁ এই বাবেই যে বেণুধৰ শৰ্ম্মাই সেই বয়সতে সমুখৰ পৰীক্ষাৰ খাওঁ খাওঁ মূৰ্ত্তিলৈকো ভ্ৰূক্ষেপ নকৰি কি নিষ্ঠাৰে আৰু পৰিশ্ৰমেৰে অসমৰ বুৰঞ্জী ভঁৰাল-ঘৰ লুককিছিল তাকে দেখুৱাবলৈ। ১৯২০ চনত বি. এ. শ্ৰেণীত থাকোতে চিটি কলেজত বহা এ. এছ. এল ক্লাবৰ আধিৱেশনত ৫৭ ছাল নামৰ প্ৰবন্ধ পাঠ কৰে। হিন্দু পেট্ৰিয়টৰ গা টেঙাই যোৱা মন্তব্যৰ যেন হোৰ তোলা হ'ল। কলিকতা প্ৰবসুৱা ছাত্ৰ জীৱনেই চাৰিং ৰংপুৰৰ বেণুধৰক বুৰঞ্জীবিদ বেণুধৰ শৰ্মা হোৱাৰ বিকাশ পথত আগুৱাই দিলে।

১৯১৮ চনত বেণুধৰে এই. এ. পৰীক্ষা দিলে। দিলে হয়, কিন্তু সেইবেলি উত্তীৰ্ণ হব নোৱাৰিলে। কি হেতুকে নোৱাৰিলে তাক অক-পট চিত্তে সৈ কাঢ়িছে "৪৩ নং আমহাষ্ট ষ্ট্ৰীটত পঢ়াৰ নামটোহে। বাবেকুৰি বাহিৰা কাম আৰু খিতিঙালি কৰোঁতে এই দুটা বছৰ কেতিয়ানো কেনেকৈ বাগৰি গ'ল কবই নোৱাৰিলো" (৪৩ নং আমহাষ্ট ষ্ট্ৰীট্ জয়ন্তী দশম বছৰ, চতুৰ্থ সংখ্যা)। লগতে আকৌ লিখিছে "দুই তিন দিনকৈ ইম্পিৰিয়েল লাইব্ৰেৰীত পঢ়া, বজাৰ কৰা, অকণ আৰু আন কিতাপৰ প্ৰুফ চোৱা আৰু বায়স্কোপ চোৱা আছেই।" আই এ পৰীক্ষা বেয়া হলত ঘৰলৈ গৈ আকৌ ১৯১৮/১৯ চনৰ শিক্ষা বছৰত কলিকতালৈ গল। এইবাৰ পুনৰ বাসস্থান সলাই ১/১১ হেৰিচন ৰ'ডত (বৰ্তমান মহাত্মা গান্ধী ৰ'ড) থাকিবলৈ ললে। ইয়াৰ পৰাই আকৌ আই এ পৰীক্ষা দি দ্বিতীয় বিভাগত সফল হ'ল আৰু ৩য় বাৰ্ষিক বি. এ. শ্ৰেণীত ভৰ্ত্তি হ'ল। বি. এ. শ্ৰেণীতো কলেজৰ পঢ়া-শুনাই প্ৰাধান্য পোৱা-নাছিল, কিন্তু সেই বুলি তালৈ একেবাৰে পিঠি দিয়াও নাছিল। এই সময় খিনিতে অলপ ছাত্ৰ সন্মিলনৰ 'সন্মিলন প্ৰবন্ধাৱলী' ছপোৱাৰ

কাম আৰম্ভ হয়। এই সন্মিলনৰ দ্বিতীয় অধিবেশন যোৰহাটত হৈছিল। সেই আপাহতে কেইটামান গল্পৰ অসমীয়া ভাঙনি মুদ্রিত কৰিছিল। ১৯৪৭ চনত 'মঙ্গলভিৰ কণ্ঠীমালা' নামেৰে সেয়ে ছপা হৈ ওলাল। কণ্ঠীমালা ছপাহে হ'ল ১৯৪৭ত, কিন্তু তাৰ আৰম্ভণি হৈছিল কলিকতীয়া জীৱনতে। এই খিনি সময় বেজবৰুৱা সম্পাদিত বাঁহী আৰু চেতনাত ভালে কেইটি প্ৰবন্ধ, গল্প আৰু আলোচনাও প্ৰকাশিত হৈছিল। বেজবৰুৱাৰ লগত ১৯১৬ চনৰ ছাত্ৰ সন্মিলনতে গুৱাহাটীত প্ৰথম সাক্ষাৎ হৈছিল যদিও কলিকতা প্ৰৱাসৰ সময়তো অলপ ঘনিষ্ঠ আৰু প্ৰেৰণাদায়ক সান্নিধ্যলৈ আহে। কলিকতা প্ৰবাস বেণুধৰ শৰ্মাৰ পক্ষে সাহিত্যৰ কাৰেংঘৰৰ সিংহ দুৱাৰ।

**ৰাজনীতিৰ সিংহ দুৱাৰত :—**কলিকতীয়া জীৱনৰ আহৰণৰূপে বেণু শৰ্মাৰ জীৱনৰ আন এটা দিশৰ কথাও এইখিনিতে উনুকিয়াব পাৰি। সেইটো হ'ল ভাৰতত ইংৰাজ শাসনৰ ওৰ পেলাই স্বৰাজ প্ৰতিষ্ঠা কৰাৰ অৰ্থে মনৰ এটা বৈপ্লৱিক উচাটু। সেইখিনি সময়ত এনি বেচাণ্টৰ নাম ভাৰতবৰ্ষত বৈ বৈ গৈছিল। সুৰেন্দ্ৰ নাথ বানাৰ্জী, বিপিন পাল, প্ৰভৃতিৰ জুই-বৰষা বক্তৃতাই ডেকা সকলৰ মন উখল-পাখল কৰিছিল। কলিকতাৰ সভাগৃহ আৰু মুকলি পথাৰত আজি ইখন কালি সিখন সভা লাগিয়েই আছিল। বেণুশৰ্মাই সেইবোৰ সভা-সমিতিৰ পাৰত পক্ষে এখনকো বাদ নিদিছিল। চুটি চাপৰ মানুহ, বক্তৃতা শুনিব খোজা মানুহৰ যিমান গেজেপ নহওক তাৰ মাজেদি সুৰুক কৰে গৈ কেনেবাকৈ আগশাৰীত ঠাই উলিয়াই লৈছিলগৈ। সুৰেন্দ্ৰ নাথ বানাৰ্জী, বিপিন পাল আদিৰ তেজস্বী বক্তাসকলৰ বাগ্-বৈচিত্ৰ্য অনুকৰণ কৰাৰ প্ৰয়াস লগৰীয়া ছাত্ৰসকলৰ এটা উলাহৰ কথা আছিল। সুৰেন্দ্ৰ নাথ ব্যানাৰ্জীয়ে উদ্গীৰণ কৰা জুই এযাৰ বাক্য সেই ঠেৰতে বেণুধৰ শৰ্মাই পাছৰ জীৱনতো কেতিয়াবা গা উঠিলে আৰু 'সমজদাৰ' শ্ৰোতা পালে শুনাইছিল। ইয়াৰ পৰাই সেই বক্তৃতাবোৰে শৰ্মাৰ মনৰ ওপৰত কিমান দকৈ সংস্কাৰ ৰোপণ কৰিছিল তাৰ আভাস পাব পাৰি।

১৯১৭ চনত এনিবেচাণ্টে "মোৰ ভাই-ভনীসকললৈ (To my Brothers and Sisters) বোলা এখন পুস্তিকা প্ৰকাশ কৰিছিল। বেণু শৰ্মাৰ ভাষাত কবলৈ গলে "বেচাণ্টৰ বাণীটোৰ শব্দটোৱে প্ৰতি পকা আঙঠাৰ

কিৰিঙটি উকৰি আহিছিল" ( বঙ্গবাসী কলেজত, জয়ন্তী ১১ শ বঃ ১ম শং )। সেই উদ্দীপনাময়ী ওজস্বিনী বাণীটোৰ চোকটোৱে বেণু শৰ্মাৰ মনত দেশপ্ৰেমৰ মাদকতা উথলাই দিছিল। পুস্তিকাখন তদানীন্তন চৰকাৰে বাজেয়াপ্ত কৰিয়েই ক্ষান্ত হোৱা নাছিল, তাৰ কণ-কঠিয়াকো নাশ কৰিবলৈ পুলিচে থানা তালাচিৰ অভিযান চলাইছিল। বেণু শৰ্মা থকা ছাত্ৰাবাসটোও ( ৩/১৩ আমহাৰ্ষ্ট ষ্ট্ৰীট ) বাদ পৰা নাছিল। পুলিচ সোমাই এফালৰপৰা থানা তালাচ চলাই থাকোঁতেই বেণু শৰ্মাৰ গাৰু তলত থকা সেই পুস্তিকাৰ কপিটো কোঠা-লগৰীয়া হৰেন্দ্ৰ নাৰায়ণে টুকুৰা টুকুৰ কৰি পায়খানাৰ নলীত পেলাই দিছিল। পুলিচ আহি একো নাপালেও অসমৰ লৰা বুলি জানি সিমান গুৰুত্ব নিদিলে। বঙালী লৰা এজনক নে দুজনক ধৰিও নিলে। স্বদেশী আৰু হমকল আন্দোলনৰ উত্তপ্ত বতাহ এছাটি এই দৰেই গাৰ ওপৰেদি বাগৰি গল। লগে লগে অসমীয়া ডেকা লৰা বেণু শৰ্মাৰো মনৰ উত্তাপ এক্ৰৰি বাঢ়িল।

ইয়াৰ অলপ পাছতে ( ১৯১৭ চনত ) কলিকতাত ভাৰতৰ জাতীয় মহাসভাৰ ( Indian National Congress ) অধিবেশন হৈছিল, সভাপতি আছিল এনিবেচাণ্ট। এই সভাত অসমীয়া দল এটাই স্বেচ্ছাসেৱক বাহিনী এটা গঠন কৰি বিভিন্ন সেৱা আগবঢ়াইছিল। অসমীয়া স্বেচ্ছাসেৱক বাহিনীটোৱে সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল। বেণু শৰ্মাও এই স্বেচ্ছাসেৱক বাহিনীৰ এজন আগৰণুৱা সেৱক আছিল। এইবোৰ কাৰ্য্যৰ প্ৰভাৱত পঢ়া-শুনাতকৈ মনটো ধীৰে ধীৰে ঢাল খাইছিল ভাৰতৰ ৰাষ্ট্ৰ-সত্তাৰ পুনৰ্নিৰ্মাণৰ দায়িত্ব পালনৰ ফালে। ১৯২০।২১ চনৰ আগলৈকে ৰাজনীতিত ভাৰতৰ লগত অসমৰ তেল-পানী সম্বন্ধ। ধৰ্ম আৰু সাংস্কৃতিৰ যোগসূত্ৰ থাকিলেও ৰাজনীতিৰ ফালৰ পৰা ভাৰতৰ মূল সোঁতাৰ পৰা আঁতৰত আছিল। অসমীয়া ডেকায়ো ভাৰতৰ কথাতকৈ অসমৰ কথাক মনৰ গহনত গোপন ঠাই দিছিল। ১৯২০ চনৰ পৰাহে সৰ্ব-ভাৰতীয় ৰাষ্ট্ৰীয় চিন্তাৰ ধাৰা এটাই ধীৰে ধীৰে খুন্দিয়াবলৈ আৰম্ভ কৰিছিল। যুগৰ বতাহে মনৰ আগলি কলাপাত লৰাবলৈ ধৰিলে। কলেজীয়া বিদ্যাৰ আই সৰস্বতীও আগতে নপৰি কলেজ-বৃক্ষৰ ডালতে থাকিল।

ৰাজনীতিৰ আনটো সোঁতাই কলিকতীয়া ছাত্ৰবিলাকৰ অন্তৰত আগৰে পৰা উজনি ভাটিৰ সৃষ্টি কৰি আছিলেই। সেইটো হৈছে, অসমৰ মৰ্য্যদা আৰু স্বাৰ্থৰ হকে সজাগ হোৱা। ভাৰতৰ স্বাধীনতা প্ৰাপ্তিৰ প্ৰয়াস আৰু একাত্মবোধ, অসমৰ স্বকীয়া বৈশিষ্ট্য আৰু গৌৰৱ ৰক্ষাৰ হেঁপাহ এই দুয়োটা ভাৱধাৰা কলিকতীয়া অসমীয়া ডেকাৰ ৰাজনীতি-চিন্তাত সাঙোৰ খাই আছিল। মণ্টেগু-চেমচ্‌ফোৰ্ডৰ আগত সাক্ষ্য দিবলৈ অসমৰ পৰা গঙ্গা গোবিন্দ ফুকন, ঘনশ্যাম বৰুৱা, পদ্মনাথ গোহাঞি বৰুৱা চন্দ্ৰধৰ বৰুৱা, তৰুণ ৰাম ফুকন, নবীন বৰদলৈ, আৰু ডিব্ৰুগড়ৰ প্ৰসন্ন কুমাৰ বৰুৱা কলিকতালৈ গৈছিল। এওঁলোকৰ চেষ্টাৰ ফলতেই অসম এখন চীফকমিছনাৰী ৰাজ্য গুচি গৱৰ্ণৰী মৰ্য্যদা পোৱা ৰাজ্য হব পাৰিছিল। মণ্টেগু ডেপুটেচনৰ উদ্দেশ্য আছিল ভাৰতক নাম নিমিতকৈ স্বায়ত্ত শাসন দিয়াৰ প্ৰস্তাৱনা কৰি নেতা সকলৰ লগত আলোচনা কৰা। অসম উপত্যকাৰ পৰা ৭ জন প্ৰতিনিধি নেতা মনোনীত হয়। ওপৰত নাম কৈ অহা গজেন্দ্ৰ পুৰুষসকলেই অসমীয়া স্বাৰ্থৰ দায়িত্ব বহন কৰি কলিকতাত উপস্থিত হৈছিলগৈ। ১৯১৭ চনৰ ডিচেম্বৰ মাহৰ তৃতীয় সপ্তাহত এই আলোচনা হৈছিল। তাৰ পাছতো ১৯১৮ চনৰ শেষ ভাগতো লৰ্ড চাউথ-বৰোৰ সভাপতিত্বত আৰু এটা কমিটি ভাৰতলৈ আহি লাগতিয়াল ঠাইত বৈঠক পাতি ভাৰতীয় শাসন সংস্কাৰ সম্পৰ্কে সাক্ষ্য লৈ ফুৰিছিল। অসম-উপত্যকাৰ তৰফৰ ৰাইজীয়া প্ৰতিনিধি গৌৰীপুৰৰ ৰজা বাহাদুৰ প্ৰভাত চন্দ্ৰ বৰুৱা, পদ্মনাথ গোহাঞি বৰুৱা, ঘনশ্যাম বৰুৱা, চৈয়দ মহম্মদ চাদুল্লা এই কেইজনে কলিকতীয়া কেন্দ্ৰত বহা চাউথবৰো কমিটিৰ বৈঠকত সাক্ষ্য দিছিলগৈ। কলিকতীয়া প্ৰবক্তুৱা অসমীয়া ছাত্ৰসকলে এইসকল নেতৃস্থানীয় লোকক দেখা সাক্ষাৎ কৰি অসমৰ ন্যায্য অধিকাৰ আৰু হিতৰ বিষয়ে সমালোচনা কৰাৰ সুযোগ পাইছিল। গঙ্গা গোবিন্দ ফুকন ঘনশ্যাম বৰুৱা, তৰুণ ৰাম ফুকন প্ৰভৃতি অসমীয়াৰ ন্যায্য প্ৰাপ্যৰ প্ৰতি শেন-চকুৱা হৈ থকা নেতাসকলৰ সমাগম আৰু সান্নিধ্যই সেই সময়ত কলিকতাত পঢ়া ছাত্ৰসকলক অসমৰ ৰাজনীতিৰ এটা বিশেষ আৱশ্যকীয় দিশৰ প্ৰতি অবহিত আৰু অনুপ্ৰাণিত কৰিছিল। ইমানেই হে নে? বেণু শৰ্মাৰ মতে "তেখেত সকলৰ মন্ত্ৰকে শিৰোধাৰ্য্য কৰি মানি লৈছিলোঁ"। (জয়ন্তী, ১১শ ১ম সং)।

১৯২০ চনত বেণু শৰ্মাই বি, এ পৰিক্ষা দিব লাগিছিল আৰু বিশ্ববিদ্যালয়ে পতা পৰীক্ষাত বহিবলৈ কলেজৰ পৰা বাছনিতো উঠিছিল। পাছে সেই সময়তে মহানগৰীক মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনৰ আগ জাননীৰ ঢৌৱে কোবালেহি। এনেয়ে কাগজ-পত্ৰ পুস্তিকা পঢ়ি জালিয়ানৱলা বাগৰ হত্যাকাণ্ড আদিৰ কথা শুনি দেশপ্ৰাণ ডেকাবোৰৰ মনটোইত ধান দিলে আথৈ হোৱা যেন হৈ আছিল, তাতে কলিকতাৰ জনসভাত মহাত্মা গান্ধীৰ হৃদয়স্পৰ্শী বাণী পৰি সি উতলি উঠিল। বেণু শৰ্মাৰ কলেজীয়া পঢ়াশুনাৰ প্ৰতি আকৰ্ষণ ক্ষীণ হৈ আহিছিল। পৰীক্ষাৰ মাচুল জমা দিছিল যদিও পৰীক্ষা দিয়া আৰু নহলগৈ। ১৯২১ চনত ঘৰৰ লৰা ঘৰলৈ গুচি আহিল। মনত দৃঢ় কৰি ধাৰণ কৰিলে মহাত্মা গান্ধীৰ উপদেশ "গাৱঁত ধৰাগৈ"।

বেণু শৰ্মাৰ জীৱনলৈ কলিকতাৰ কলেজীয়া কাল ডোখৰৰ দান প্ৰধানকৈ দুটা। সাহিত্য চৰ্চ্চাত কলিকতীয়া জীৱনে সুযোগ সুবিধা আগবঢ়াইছিল, উৎসাহত যাগ দিছিল আৰু সমৰুচিৰ বিদ্যাৰ্থী গোষ্ঠীৰ সঙ্গই সাহিত্য-সুবাসনাক গাঢ়তৰ কৰিছিল, কিন্তু সেইটো সম্পূৰ্ণৰূপে কলিকতীয়া দান নহয়। কলিকতীয়া জীৱনৰ নবলব্ধ সম্পদ হৈছে বুৰঞ্জী-প্ৰেম আৰু পাহৰণি সোঁতত ভটিয়াই যোৱা অসমৰ গৌৰৱৰাশিক জাতিৰ ধাই সুঁতিত আনি প্ৰতিষ্ঠা কৰাৰ অদমনীয়-হেঁপাহ। জীৱনৰ কোনো চিত্ত-সম্পদেই বাতিটোৰ ভিতৰতে মাটি ফুটি নোলায়। পম খেদি গলে তাৰ কণটো বা শিপাডাল কৰবাৰ অতীতৰ গুলীত ওলাবগৈ, কিন্তু চকুত পৰাকৈ বিকাশৰ খেনটোৰ এটা স্বকীয়া বৈশিষ্ট্য আছে। বুৰঞ্জী প্ৰেম বা অসম গৌৰৱৰ নিজিলিকা বা গুপ্তমণিবোৰক চিকমিকনি তোলাৰ যি হেঁপাহ তাৰ বীজ জানোবা বেণু শৰ্মাৰ হৃদয়ত আগৰে পৰা সূক্ষ্ম ভাবে আছিল। কলিকতাৰ প্ৰবাসে নিজ ঠাইৰ প্ৰতি বেথা দুগুণে চৰালে। তাতে অগিয়ান বঙালী এচামৰ গাজঁত লগা কথাই আৰু ইম্পিৰিয়েল লাইব্ৰেৰীয়ে পোহ দিয়া অনুসন্ধিৎসাই বেণু শৰ্মাৰ জীৱন আৰু চৰিত্ৰৰ এক অনন্য সম্পদক বিকাশমুখী কৰিলে। কলিকতাৰ ছাত্ৰ জীৱনত লাভ কৰা দ্বিতীয়টি চিত্ত সম্পদ হল—দেশোদ্ধাৰৰ উন্মাদ সংকল্প আৰু ৰাজনৈতিক বিপ্লৱৰ প্ৰতি ওপজা ধাউতিৰ এটা উম্মা। এই দুয়োটা চিত্ত-সম্পদ বেণু শৰ্মাৰ পাছৰ কালৰ সাহিত্য কৃতিৰ মেটমৰা উঁৰালৰ লখিমী স্বৰূপে বিৰাজ কৰিছিল। তেখেতৰ সাহিত্য-কৃতিত এই

দুয়োটা ইটোৰ গাত সিটো নলগাকৈ সজাই ফঁহিয়াই চাব নোৱাৰি। সাহিত্য সৃষ্টিৰ পশ্চাদ্-ভূমিত থাকি দুয়োটা একাকাৰ হৈ পুষ্টি দান কৰিছে। অকল পুষ্টিয়েই নহয় তেখেতৰ সাহিত্যৰ যি বোল সিও এই দুয়োটা ৰশ্মিৰ মিলনৰ ফল।

# ঘৰৰ ল'ৰা ঘৰলৈ—অসহযোগ আন্দোলন

## ১৯২১-২২

আপোনজনৰ মন দুখাই, গাতে লগা নোম-শত্ৰুৰ ওঁঠত কোবাৰি-বিয়পা হাঁহি উজলাই ঘৰৰ ল'ৰা ঘৰলৈ গুচি আহিল হয়, পাছে ঘৰতো মন নবহা, পৰতো আচহুৱা যেন লগা এটা মানসিক উচাটে বেণু শৰ্মাৰ সংকল্প নিস্তেজ কৰি দিলে। এবছৰৰ ভিতৰতে স্বৰাজ হাতৰ মুঠিলেই আহিব বুলি উছাহৰ বেগত পকিব খোজা ডিগ্ৰীৰূপ কড়িটোকো কাটি পেলাই এতিয়া গাওঁ পাই দেখে যে সেই উছাহ গুচি উচাটনহে হ'ল। ঘৰত সকলোৱে ভাবিছিল পঢ়ি-শুনি বি, এ এম, এ মহলাত উঠি বেণুধৰ শৰ্মা হাকিম মুন্সুপ হৈ শত্ৰুৰ মুখ কেহেঁৰাজ বটা যেন কৰি ঘৰ পাবহি। তেওঁবিলাকৰ সেই আশাৰো ভিকাছন ভাগিল। তেওঁবিলাকে কোৱাকুই কৰিবলৈ ধৰিলে "বেণুৱে এইখন কি কৰিলে?" ইপিনে গাঁৱলীয়া পৰিৱেশত নিজকে খাজ খুৱাবলৈ মনৰ যি গুণ লাগে তাকো কলিকতা প্ৰবাসে হ্ৰাস কৰি পেলালে। কলিকতাৰ খোৱা, পিন্ধা, ফুৰা চকা, সাজ-পোছাকবোৰ চাৰিওফালে অচল। আনহে নালাগে বাতিপুৱা শুই উঠিয়ে বাহী গাৰে চাহৰ পিয়লাত শোহা এটা মৰাও গাৱঁৰ ঘৰত অচল। ঘৰৰ পৰিৱেশৰ লগত আৰু সমাজৰ ভাৱগতিৰ সৈতেহে অসহযোগৰ আখৰা চলাৰ উপক্ৰম হ'ল—চৰকাৰৰ লগত অসহযোগ কৰা পাছৰ কথা। তাতে চাৰিং যেন মোমাই তামুলী বৰবৰুৱাই পতা ৰজাদিনীয়া বহগাওঁ। চহা আৰু হোজা বুলি বৰ্ণিত ৰাইজৰ সৰহ ভাগেই ৰাজবিৰোধ কৰাটো অপৰাধতকৈও পাপ বুলি গণ্য কৰিছিল। পাপৰ জাল হেনো অপৰাধৰ চাৰিগুণ বুলি ভবা ৰাইজে অসহযোগ আন্দোলনক ধৰ্ম্মক্ষেত্ৰৰ যুদ্ধ বুলি মানি লবলৈ টান পাইছিল। চাৰিঙৰ গণ্যমান্য আৰু শিক্ষা দীক্ষাৰ উম পোৱা অথবা ৰজাদিনীয়া খিতাপৰ উত্তাপ লাগি থকা লোকসকলে যদিও ৰাজ বিৰোধক পাপৰ শাৰীত নেপেলাইছিল তথাপি ইংৰাজ চৰকাৰ ৰোষ লগাই বিপদ মাতি আনিবলৈ তেওঁবিলাক প্ৰস্তুত নাছিল—খাল খানি যখিনী চপাই লোৱাৰ সকাম কি? তাতে সূতা কটা, নিজৰ কাপোৰ নিজে বৈ লোৱা, কানি এৰাৰ কাৰ্য্যক্ৰমত একো নতুনত্ব আৰু

মহিমা তেওঁবিলাকে বুজা নাছিল। গতিকে এইবোৰ ভাবভূৰ কৰ্ম্ম বুলি ভাবি বিশেষ গুৰুত্ব নিদিছিল। চাৰিংহে নে? কোনো গাৱঁই তেতিয়া অসহযোগ কাৰণে গুটি পেলাই দিলেই ভৰভৰকৈ গজি অহা সাকৰা তলী নাছিল। ৰাজভক্ত হোজা অসমীয়া বুলি নিজকে যহোৱা দিনবোৰ তেতিয়াও একেবাৰে উকলি যোৱা নাছিল। গতিকে অসহযোগ আন্দোলনৰ গুটি সিঁচিবলৈ কঢ়োৱা, সমাৰ বোৱা, ৰোৱা গোটেই কামবোৰ বেণুধৰ শৰ্মাৰ নিচিনা স্কুল, কলেজ, কাছাৰী এৰি অহা সব্যসাচী যুৱকদলেই কৰিবলগীয়া হৈছিল।

বেণু শৰ্মা যেতিয়া কলিকতাৰ পৰা চাৰিং পায়হি তেতিয়া যোৰহাট, শিৱসাগৰৰ নিচিনা সদৰ ঠাইবোৰত কংগ্ৰেছ কমিটি একোখন স্থাপিত হৈছিল। গাওঁবোৰত কমিটি সংগঠনৰ উমঘামেই নাছিল। মহাত্মা গান্ধীয়ে একৈছ চনৰ চৌধ্বিছ আগষ্টত যোৰহাটত পদাৰ্পণ কৰাৰ পাছৰ পৰাহে কংগ্ৰেছৰ বাহু বিস্তাৰিত হৈছিল আৰু অসহযোগৰ বাণী সঞ্চালনিকৈ গাৱঁ-ভূঞে প্ৰচাৰ কৰাৰ তীব্ৰতৰ কাৰ্য্যক্ৰম আপেক্ষিকৰূপে সুচল হৈ পৰিছিল। চাৰিং তেতিয়া পানী মাৰি বা বোকা ভাঙি ডেওনা পাৰ হৈ হৈ ফুৰিবলগীয়া ঠাই। মটৰ গাড়ীহে নালাগে দুচকীয়া গাড়ীৰেও সকলো ঠাইলৈ কোবতে যাব নোৱাৰি। তালৈকো দুচকীয়া গাড়ীও লাগ বুলিলেই পাবলৈ নাছিল। সেইবোৰ চোন যেয়েই, ইপিনে "গান্ধী টুপী লগা মানুহ দেখিলেই বৌ বৌ কৰে কুকুৰে যি ভুকিবই নে গাৱঁৰ ডেকাডুমা ল'ৰা-ছোৱালীবোৰেও বেঢ়ি বেঢ়ি ফিচিঙাকিচিং কৰিব। হৰিষমুখ হোৱা ভকতসকলে গান্ধীৰ নামত জুইতো কুটা এডাল নিদিয়ে। গান্ধী ভলন্টিয়াৰক দেখিলেই সেইসকলে গান্ধীক পোৱা সুঠান (কালাপাহাৰ) বুলিছিল।" (কাচিয়লি ৰদত, পৃঃ ৫৯) এনে এটা অৱস্থাত কেচেলুৱা মনটোইতক সিজাই কোমল কৰি কংগ্ৰেছৰ কাম কৰিবলৈ যোৱাযাৰ বেণুধৰ শৰ্মাৰ মনত ভালুকৰ সাঙী যেন এৰিবও নোৱাৰা, বৈ ফুৰিবও নোৱাৰা ভাব যেন বোধ হৈছিল। কলিকতাৰ পৰা কৰ্মপ্ৰেৰণাৰ যি পোহৰ চেৰেঙা গাত সানি লৈ আহিছিল নিৰাশাৰ ক্লেকীয়া ডাৱৰে তাক ঢকা-চমকা কৰি দিলে। কংগ্ৰেছৰ গঠনমূলক কাম কৰিবলৈ ইফালে সিফালে ঘূৰি ফুৰিছিল যদিও কামত উলাহ নাছিল। এনেকৈ থাকোতে এদিন আচম্বিতে মনটো উল্লাসিত হৈ

পৰিল। এই উল্লাস ক'ৰ পৰা আহিল, কৰ্ম প্ৰেৰণাৰ বিদ্যুৎ চিক্‌মিকনি কোনে চমকাই দিলে শৰ্মাই নিজেই তাৰ উমান ধৰিব নোৱাৰিলে। ই আছিল আপোনা আপুনি উজাৰ খোৱা অন্তৰ্বাণী। শৰ্মাই লিখিছে "এনেতে সুবুদ্ধিটো ক'ৰ পৰা ওলাল কব নোৱাৰো, মোৰ অভিৰুচি নিমিলিল বুলিয়েই যে মই-বৰ ভাব লৈ ৰাইজখনৰ লগত তহঁতো এটা মেয়ো এটা হৈ থাকিম সি কথা কেতিয়াও হব নোৱাৰে। সহস্ৰজন যেনি যায় মইও তেনিয়েই যাব লাগিব। তেজ ধুলে উটে মঙহ ধুলে ফুটে এনেয়ে কৈছে নে.........প্ৰতিজ্ঞা কৰিলো, হয় তৰিম নহয় মৰিম। হয় অসহযোগেৰে স্বৰাজ লভি দেশ উদ্ধাৰ কৰিম নহয় ৰাইজৰ সহযোগেৰে গাৱঁকে বৰনগৰ পাতিম।" ( কাঁচিখলি ৰ'দত পৃঃ ২৭ )। এই কথাকে হৃদয়গত কৰি চাৰিওকে অসহযোগ আন্দোলনৰ নাভিচক্ৰ পাতি আগবাঢ়িবলৈ বেণু শৰ্মাই সঙ্কল্প কৰিলে "সৌ যে উৰিছে স্বৰাজ নিচান।"

এনে এটা সঙ্কল্পক বুকুত বান্ধি কংগ্ৰেছৰ নিৰ্দেশ অনুসাৰে কাম কৰিবলৈ প্ৰথমে মোৰ পোৱা নাছিল। সকলো সম্প্ৰদায়ৰে 'টোকোৰা বাহ' স্বৰূপ চাৰিং গাৱেঁ প্ৰতি ধনী, দুখীয়া, ৰজাদিনীয়া, বৰ-সৰু, উচ্চ অনুচ্চ বিভিন্ন প্ৰকাৰ ৰাইজ মাৰ বান্ধি আছে। কাৰ সহায় লৈ কামত আগবাঢ়িলে ভাল হব আগবাঢ়িবলৈ সুচল হব? মানে-যহে ডাঙৰ বিলাকক আগ কৰি লৈ কাম কৰাই কৰ্ম কৌশল বা কিটিপ্‌ বুলি আগেয়ে মানুহে জানিছিল আৰু সেই মতে চলিছিল। অসহযোগ আন্দোলনৰ গতি-গোত্ৰ বেলেগ, ইয়াৰ কাম কৰাৰ কিটিপো নিজা আৰু স্বকীয়া। এই স্বকীয়া কিটিপ ফেৰা বেণু শৰ্মাই দৰ্শন কৰিলে এটা নাম-গুৰি নোহোৱা, অহো-বলিয়া বুলি মানুহে গৰিহা কৰা, ভডুৱা ডেকা লৰা এটাৰ কাণ্ড কাৰখানাৰ পৰা। তাৰ সংস্ৰৱলৈ অহাৰ দিনাই বেণু শৰ্মাই খাটাংকৈ বুজি পালে যে আন্দোলনক আগবঢ়াবলৈ হলে ৰাজহংসবিলাকক পাছলৈ থৈ দুখীয়া নিচলা, ইবোৰ সিবোৰ নুবুজা, অথচ এবাৰ যদি বাট ললে ভিৰাব নোৱাৰা প্ৰজাৰহে সঙ্গ লব লাগিব। সেই মানুহটোৰ নাম আছিল সোমবৰ, ঘৰ চমাৰ গাৱঁত। চমাৰ গাওঁখনত আজি কালি চমাৰ নাই। যুদ্ধৰ প্ৰয়োজনত ৰজাদিনত তাত চমাৰ লোকৰ বসতি পাতি দিয়া হৈছিল। এতিয়া তাত আন জাতৰ মানুহৰহে বসতি। সোমবৰো চমাৰ গাৱঁৰহে, চমাৰ নহয়। সোমবৰে মখমলৰ শেল দিয়া

চুৰিয়া পিন্ধিছিল বাবে উপলুঙা নাম চিমলাই। এদিন মৃদু শীতৰ পুৱাতে এই হুটঙা সোমবৰটো কৰবাৰ পৰা আহি ধপহ কৰে বেণু শৰ্মাৰ চোতালত থিত দিলেহি। চোতালত ভৰি দিয়েই কুঠাৰ এখন খুজিলে। আগ গুৰি একো ধৰিব নোৱাৰিলে যদিও শৰ্মাই কুঠাৰ এখন উলিয়াই দি আলেখ লেখ চাই থাকিল। কথা নাই, বতৰা নাই, সোমবৰে মুঠিত লুকুৱাই থোৱা ভাঙৰ চিলিম এটা উলিয়াই মাটিত থলে আৰু তাৰ ওপৰত কুঠাৰৰ পূৰ্ণহতীয়া কোব এটা বহুৱাই দুটুকুৰা কৰিলে। চিলিমটো ভাঙিবলৈ পূৰ্ণহতীয়া কোব এটাৰ প্ৰয়োজন নাছিল। কোবটো তাৰ প্ৰতিজ্ঞাৰ দৃঢ়তা বুজোৱা চিনহে। পাছত তাৰ চিমলাই চুৰীয়াখনো ফালি দুচিৰা কৰিলে। সোমবৰৰ কাণ্ড দেখি বেণু শৰ্মাই ভাবিলে "সোমবৰৰ গাত গান্ধী লম্ভিলে হয়।" লগতে এই জ্ঞান ফেৰাও পালে যে গান্ধীৰ নামত কালিকা আছে, সেই কালিকা পোনতে সোমবৰৰ নিচিনা লেখা পঢ়া নজনা, টাটক নাটক কথাৰ আওভাও নোপোৱা মানুহৰ গাতহে লম্ভে। সেই মুহূৰ্ত্তে সোমবৰ বেণু শৰ্মাৰ সাৰথি কাপ্তানৰূপে অৱতাৰ হল। তাক লৈ অসহযোগ আন্দোলনৰ সৈন্য সামন্ত জৰোৱাৰ অভিযান আৰম্ভ হল। লগে লগে "কুমলি যোৱা অন্তৰেৰে সৰল চহাৰ ঋিঋিনি মৰম চেনেহ তাকো অনুভৱ কৰিলে। সাহিত্যিক জীৱনৰ সৰ্ব্বশ্ৰেষ্ঠ সম্পদ হৈছে চহা গাৱঁলীয়াৰ হৃদয় ৰাজ্যৰ সম্ভেদ। অসহযোগ আন্দোলনত গা ঢালি দি তাক আহৰণ কৰাৰ স্বৰ্ণময় পৰ্ব্বও লগে লগে বেণু শৰ্মাৰ জীৱনত আৰম্ভ হল।

সেই দিনাই নিজৰ ঘৰতে থুৱাই-বুৱাই সোমবৰক লগত লৈ কংগ্ৰেছ মেম্বৰ ভৰ্ত্তি কৰিবলৈ আৰু তিলক ৰাজ্য ভঁৰালৈলৈ দান সংগ্ৰহ কৰাৰ মানসেৰে শৰ্মা ওলাই গ'ল। সোমবৰেও পঠুলিমুখ পাৰ হ'ল কি নহ'ল 'মহাত্মা গান্ধী কী জয়' বুলি জয়ধ্বনি কৰি চাৰিংকংগ্ৰেছৰ গণপূজাৰ গৌৰৱময় ইতিহাসৰ পাতনি মেলিলে। এই বিশ্বস্ত আৰু অকপট কৰ্মী কাপ্তান সোমবৰক লৈয়েই বেণুধৰ শৰ্মাই চাৰিং কংগ্ৰেছৰ প্ৰাণ-প্ৰতিষ্ঠা কৰিলে। সেই মানুহজনৰ কথা-কুশলতা আৰু কৰ্মনিষ্ঠাৰ ফলতে ম'ৰা বজাৰ মৌজাত অসহযোগৰ কঠিয়া পাৰিবলৈ সহজ হৈছিল। ক্ৰুচ'ৰ নিচিনা সোমবৰো বেণুধৰৰ 'ফ্ৰাইডে' আছিল।

টেটন আৰু কথাচহকী সোমবৰে গান্ধীজীৰ সত্য আৰু অহিংসাৰ

অংহিসাটো কি বুজি পাইছিল কিন্তু সত্যটো কি তাক জানিবলৈ বা মানিবলৈ সিমান আগ্রহশীল নাছিল। সোমবৰৰ প্ৰচাৰৰ নমুনা এটা মোথোৰ নামৰ জাত ভঙুৱা এটাক কেনেকৈ ভাং একৰালে কাঁচিয়ালি ৰদৰ সোমবৰ মোথোৰ সংবাদখিনি পঢ়িলে ভাল হ'ব।

"মোথোৰ বুলি থৰে খোৱা ভঙুৱা এটা আছিল। সি একোপধ্যেই ভাং নোখোৱাকৈ থাকিব নোৱাৰে। ভাং খালে হেনো খৰৰ খজুৰতিৰ পৰা বৰ সকাহ পায়। সেই দেখি কোনোবাই ভাং এৰাৰ কথা কলেই সি মৰিব পাৰে। এদিন আগবেলাতে মৰণা এটা ফুৰাই মনৰ সুখেৰে ভাঙৰ ছাট এটা মাৰিছে, এনেতে সোমবৰ গৈ ওলাল গৈ। সোমবৰে মিনতিকৈ কলে "হেৰা মোথোৰ কাইটি ভাং আৰু নাখাবা ভাং খোৱাৰ ভিকাচন ভাগিল। মই হেন গাঞ্জাখীটোৰেও ভাঙৰ চিলিম বলি দিলো। বোলোঁ পাৰোঁতে মোথোৰ কাইটি পাৰোঁতে।"

"মোথোৰে ভাবিলে এইবোৰ সোমবৰৰ ভাং একৰা ফাং-চালি বুদ্ধি হবলা। সেই বুলি সি উচাট মাৰি উঠিল আৰু ওখোন ডালেৰে সোমবৰৰ গাতে মাৰি দিলে। সোমবৰে বৰ আস্তিকেৰে কবলৈ ধৰিলে, "বাৰু কাইটি ভাং নেৰো বুলিছা নালাগে এৰিব। পাছে এদিন হলে এৰিবগৈ লাগিব দেই। কলো একা। মহাত্মা গান্ধী মানুহ নহয় সাক্ষাৎ মহাদেউ, তেওঁ একেলেথাৰিয়ে ছমাহ ভাং হুপি থাকে। ছমাহেও ভাঙৰ ধোৱাঁ হুলিয়ায়, পেটত ভৰাই থয়। ছমাহৰ মূৰ পৰিলেহে ফচ্‌কৰে ধোৱাঁ-খিনি একেলগে ফু-মাৰি উলিয়াই পঠিয়ায়। তুমি জানো সেই দৰে গিলি থব পাৰিবা? গান্ধীৰ মানত তুমি আমি কোন কুটা? তেওঁৰে সৈতে ফেৰ মাৰিব পাৰা যদি ভাং খোৱা, যদি নোৱাৰা ৰসতে নাম থৈ এৰি দিয়াই ভাল বুজিছা। এতিয়া মোক শং কৰিলে কি হব? মোৰ বোধে ধৰা কথাটোহে তোমাক কলো। তুমি বাৰু কথাটো বিৰলে ভাবি চাবাচোন।

"শুনিলো দহদিনমানৰ মূৰত মোথোৰেও ভাং শাবলৈ এৰি দিলে আৰু শুদ্ধ নিভঙুৱা ভকতটো হৈ সোমবৰৰ লগতে ভাং কানি নাখাবাইক বুলি মানুহক মাছ মাৰিবলৈ যাওঁতে, হাট বজাৰলৈ যাওঁতে কৈ ফুৰিবলৈ ধৰিলে।" (কং কাঃ পৃঃ ৩১-৩২)

এটা বিশেষ তাৎপৰ্য্য বুলিহে অসহযোগ আন্দোলনৰ এই ক্ষুদ্র বৃত্তান্তটি

তুলি দিয়া হ'ল। চাৰিওফালে নালাগে গাওঁবোৰৰ সকলো ঠাইতে আন্দো-লনৰ এই লক্ষণটো দেখা গৈছিল। গান্ধীজীয়ে সত্য আৰু অহিংসাক একেটা মুদ্ৰাৰে ইপিঠি সিপিঠি বুলি কৈছিল। গান্ধীজীৰ মতে একেটা মূল তত্ত্বই সত্য আৰু অহিংসাৰূপে ক্ৰিয়ান্বিত হয়। আমাৰ অসহযোগ আৰু আইন অমান্য আন্দোলনৰ সৰহ ভাগ কৰ্মীয়ে অহিংসাক এটা কাৰ্য্য-কৌশল বুলিহে গ্ৰহণ কৰিছিল। কাৰ্য্যৰ ভাৱ বুজি সত্যৰ অপলাপ বা অসত্যৰ আশ্ৰয় লোৱাটোৰ দোষণীয় কথা বুলি গণ্য নকৰিছিল। গান্ধী মহাত্মাৰ মাহাত্ম্য বুজাবলৈ ছমাহ ধৰি একেলেথাৰিকৈ ভাওৰ চিলিমত হোঁপা মৰাৰ নিচিনা গছত গৰু উঠা কথাও পাত্ৰ আনুসাৰে ছেগ বুজি সময়ৰ শৰ মাৰিছিল। এনেকুৱা মনে পতা গান্ধী কাহিনী যে কিমান মুখ বগাই বিয়পি পৰিছিল তাৰ ইয়ত্তা নাই। সত্য আৰু অহিংসাৰ তত্ত্ব আৰু একাত্মতাৰ গূঢ় তত্ত্ব গান্ধী মহাত্মাই বুজাদি আমাৰ সাধাৰণ মানুহে বুজা নাছিল আৰু বুজিলেও সেইমতে সকলো ক্ষেত্ৰতে চলিবলৈ অপাৰগ আছিল। সোমবৰৰ নিচিনা কৰ্মীবিলাকেই ঘোকোত গাওঁবোৰত আন্দোলন চলাইছিল। এনে কৰ্মীবিলাকে সন্ধিৰ বাঁহ বুদ্ধিৰে কাটিব জনা লোকক 'জোনৰ আগৰ সাৰথি' কৰিবলগীয়া হৈছিল। "হোজা, পণ্ডিত, চহকী দুখীয়া, সন্ত সাধু, ধূৰ্ত্ত হৰ্দ্দ সকলোৰে আশীৰ্ব্বাদ সহযোগ শিৰত লৈ আমি ব'তে ত'তে নিৰ্ব্বিবাদে অসহযোগৰ সভাসমিতি পাতিব পৰা হলোঁহঁক" বুলি শৰ্মাই খোলাভাৱে স্বীকাৰ কৰি গৈছে। (কাঃ বঃ ১২২)।

বেণুশৰ্মাৰ নেতৃত্বত আৰু সোমবৰৰ কাপ্তানিত চাৰিওত কংগ্ৰেছৰ আন্দোলনৰ ভেঁটি স্থাপনৰ কাম আৰম্ভ হল। প্ৰাথমিক দশাত আন্দোলনৰ কাম আছিল কংগ্ৰেছৰ চাৰি অনীয়া সদস্য ভৰ্ত্তি, বিলাতী বৰ্জন, সূতাকটাৰ প্ৰচলন আৰু কানি ভাং নিবাৰণ। নামঘৰে নামঘৰে গছৰ তলে তলে সভা পাতি এইবোৰৰ উপযোগিতা আৰু গান্ধী মহাত্মাৰ বাণী প্ৰচাৰ কৰাই প্ৰথম পৰ্য্যায়ৰ ঘাই কাৰ্য্যক্ৰম আছিল। আইন অমান্য আৰু খাজনা বৰ্জ্জনৰ উগ্ৰ কাৰ্য্য পদ্ধতিৰ কথা বাইজক তেতিয়া ঘুণাক্ষৰেও বেকত কৰা হোৱা নাছিল। তথাপি গা-দেখুৱাই আগবাঢ়ি অহা লোকৰ সংখ্যা পোনতে বৰ কম আছিল। চাৰিংগন একে পটি, একে জাত বা সম্প্ৰদায়ৰ মানুহৰ গাওঁ সমষ্টি নহয়। পৰস্পৰৰ মাজত বৈসাদৃশ্য আৰু চলকৰৰ সীমাবদ্ধতাও আছিল। সেইবিলাকক আপোন কৰাৰ, বিশ্বাসভাজন

হোৱাৰ বাটত কলেজ-ফেৰৎ বামুণ বেণুধৰৰ স্বাভাৱিকতে কিছুমান হেঙাৰ আছিল। বেণুধৰ শৰ্মা নহৈ চাৰিওৰ আন এজন শৰ্মাই এই হেঙাৰ সততকাই অতিক্ৰম কৰিব নোৱাৰিলেহেঁতেন। সমাজৰ নিয়ম আৰু প্ৰথাক বৰকৈ লাই নিদিয়াৰ মনোবৃত্তি তেখেতৰ লৰা কালৰ পৰাই আছিল। সকতে অবামুণৰ ঘৰত পকা জলপান খোৱাৰ কথা ঘৰৰ মানুহৰ কৰ্ণগোচৰ হোৱাত কেনেকৈ পৰাচিত হব লগা হৈছিল সেই কথা আগতে কৈ অহা হৈছে। সেই বৈপ্লৱিক মনোধাৰা এতিয়া যেনিবা তীব্ৰ গতিৰে ববলৈ ধৰিলে। ইয়াৰ বাবে প্ৰাচীনপন্থী ব্ৰাহ্মণ সমাজৰ মাজত সৰুসুৰা আলোড়ন অলপ যে নহৈছিল এনে নহয়। বেণু শৰ্মাই যাৰে তাৰে হাতে, যতে ততে খায় বুলি ভাত খোৱা মজিয়াৰ মেলত গৰিহা কৰা কথা সকতেই শুনা আমাৰ মনত পৰে। সেই সময়ৰ সমাজৰ প্ৰাচীনপন্থী লোকে কৌটিকলীয়া নিয়ম ভঙ্গ কৰাটো পেটে সমন্বিতে ভাল নাপালেও বেণু শৰ্মাই সেইবোৰ কথালৈ ভ্ৰূক্ষেপ নকৰিছিল। সৰু, বৰ, দুখীয়া, চহকী, স্পৃশ্য অস্পৃশ্যৰ ভেদভাৱৰ যি মনোগত মলিনতা তাক মোহাৰি পেলাব পাৰিছিল বুলিয়েই সাধুৰ চৰাতো পাটিচৰাত বহিব পাৰিছিল আৰু সিদ্ধিথনা ডাগীচোৰৰ জুহালতো ডুখৰি পীৰাত বহি কানি এৰিবলৈ কাবৌ কৰিব পাৰিছিল। অঘাইতং বুলি খ্যাতি থকা একোটাকো গান্ধীৰ কথা কৈ যেনেকৈ বশ কৰিছিল, বংশগৌৰৱ আৰু ধন-সম্পত্তিৰ গহ কৰা ডেমাকী একোজনকো মিতিৰালি দেখুৱাই অসহযোগৰ সমুখ কৰিবলৈ বেছিদিন নালাগিছিল। অসহযোগৰ আন্দোলনত যোগৰ এই বহুমূলীয়া কিটিপটো শৰ্মাই অলপ দিনতে আয়ত্ত কৰিছিল। এনে এখন গাওঁ নাই যলৈ ঘৰ নিৰন্তৰে শৰ্মা যোৱা নাছিল। কংগ্ৰেছৰ নামত মাটিতে সাত কিল মৰা কংগ্ৰেছবিৰোধী বহুতো হিৰণ্য-কশিপুৰ সন্তানক ভক্ত প্ৰহ্লাদ কৰিলে। এনেকৈ ৰাইজ পৰমেশ্বৰৰ লগত একাত্মতা স্থাপন কৰিব পাৰিছিল বুলিহে চাৰিং কংগ্ৰেছ জাকত জিলিকা অনুষ্ঠান হৈ শিৱসাগৰ জিলাত আপোন গৌৰৱত অধিষ্ঠিত হৈছিল। খনে খনে সভা পাতিও যিটো কাম কৰিব পৰা নগৈছিল ব্যক্তিগত সংযোগ আৰু জগতক বৰ দি আপুনি নওঠা হোৱা দিব্য কৌশলেৰে বেণু শৰ্মাই সেইটো সম্ভৱ কৰি তুলিছিল। সাংসাৰিক দৃষ্টিত তেখেত নওঠা হোৱাদি হলেও চিত্ত সম্পদত পৰমৈশ্বৰ্য্যশালী হৈছিল।

তেখেতে কৈছে 'মই বামুণ হৈ গবীয়া আব্দুলৰ ঘৰত বহি বিয়নি মেল মাৰি কথা পতাটোৰেই আছিল জনদিয়েক ৰক্ষণশীল মুখিয়ালৰ মোক বিকৃতভাৱে সমালোচনা কৰাৰ ঘাই চেকনী। সেই সমালোচনাৰ প্ৰতিক্ৰিয়া এইটোৰেই হ'লগৈ যে তেতিয়াৰ পৰাই অসমীয়া মানুহৰ ভিতৰত থকা হিন্দু মুছলমানৰ ফাটনো ক'ত তাৰ সন্ধেদ বা উঁহ বিচাৰিবলৈ উদগনি পালো। গতিকে সমাজ সেৱাত এফালে মই যেনেকৈ বাধা পাইছিলো আনফালে তেনেকৈ সেই বাধায়েই দুগুণ উৎসাহত কৰিছিল।'

চাৰিঙত অসহযোগৰ বতাহ বলি আছিল যদিও চাৰিং কংগ্ৰেছ কমিটি বুলিবলৈ তেতিয়ালৈকে একো হোৱা নাছিল। কংগ্ৰেছ কমিটি এখন পাতি তাত মানভগীয়া বিষয় বাব লবলৈ সাহ কৰি ওলাই আহোঁতাও নোলাই-ছিল। চাৰিঙৰ অসহযোগৰ জালত এতিয়ালৈকে পুথি থলিহা ভাবে ভাবে পৰিছিল। সেইবিলাক গান্ধীৰ ভলণ্টিয়াৰ হৈ গাৱঁৰ মাজেদি হুজ পাতি বিচৰণ কৰিছিল। মানুহক কানি ভাং এৰ বুলি চিঞৰি দোপাতবিলাকৰ ত্ৰাসৰ সঞ্চাৰ কৰিছিল। হাতে হাতে টাকুৰী লৈ সূতা কাটি স্বদেশীৰ গুণ কীৰ্ত্তন কৰিছিল কিন্তু ৰৌ বৰালি তেতিয়া সেই জালত পৰা নাছিল। নপৰাৰ গুণে পাছত গৈ আনোচা বাকীবোৰৰ মাজত শঙ্কা ওপজে, বোলে আমাক হ'লে পুলিচৰ হাতলৈ, ৰজাৰ বগা ঘৰলৈ ঠেলি দিছে আৰু বৰঘৰৰ বৰলোক সকলে ফষ্টি মাৰি বহি আছে, মাত এষাৰো নামাতে। কামৰ টায়নত ফুৰোঁতে এনে দুই আষাৰ ঠহৰীয়া মাত বেণু শৰ্ম্মাৰ কাণতো পৰিছিল। দহো আঙুলিয়ে খায়, বুঢ়াই হেচুকিলেহে যায়, এই বুঢ়া-বচনৰ গূঢ় মৰ্ম্ম বুজাসকলে চাৰিঙৰ বয়োবৃদ্ধ, জ্ঞানবৃদ্ধ আৰু মান-যহ থাওঁতা সকলক কংগ্ৰেছৰ ভিতৰুৱা কৰাৰ প্ৰয়োজনীয়তা উপলব্ধি কৰিলে। তেওঁ-বিলাকৰ সকলোৰেই যে কংগ্ৰেছ বিৰোধী আছিল এনেও নহয়, ভিতৰি বেথা নেৰিছিল। কিন্তু চৰকাৰৰ ঘৰৰ লগত কিবা নহয় কিবা সূত্ৰে লেন-দেন সম্বন্ধ থকা বাবেই হওক, অথবা ধনাই-মনায়ে পয়োভৰ কৰা অনুষ্ঠানত গা-ঘঁহাবলৈ অনিচ্ছা থকাৰ নিমিত্তেই হওক—"চাৰিঙৰ কাকতী গাওঁ কেইখনত অসহযোগৰ ছেৰেকী সৰসৰ কৰে ঘূৰিব পৰা নাছিল।" এতিয়া সেই ছেৰেকী ঘূৰাব দিহা কৰিবলৈ, স্থানীয় কংগ্ৰেছৰ মৰ্য্যাদা বঢ়াবলৈ আৰু লগে লগে শিক্ষা দীক্ষাই মানে-যহে পিছ পৰি থকা সকলৰো মনত দুগুণে বল চৰাবলৈ বেণু শৰ্ম্মাই কেইজনমান উধনীয়া লোকক লৈ চাৰিং কংগ্ৰেছ স্থাপন

কৰাৰ কথা পাতিলে। এইসকলৰ ভিতৰত প্ৰথমে শিৱকান্ত দুৱৰা, কুশকান্ত বৰকাকতী, ঘনকান্ত দুৱৰা আৰু মহীকান্ত বৰুৱা কংগ্ৰেছৰ সদস্য হবলৈ আগবাঢ়িল। এখন কমিটিও স্থাপিত হ'ল। সেই কমিটিৰ সভাপতি পদত অধিষ্ঠিত হল দুৱৰাপাৰৰ বয়োবৃদ্ধ পুৰুষ হৰিপ্ৰসাদ দুৱৰা দেৱান। কুশকান্ত বৰকাকতীক প্ৰধান সম্পাদক পাতি বেণু শৰ্ম্মা নিজে সহকাৰী সম্পাদকৰূপে থাকিল। সভাপতি আৰু সম্পাদক দুয়োজনেই কৰ্ম বিচক্ষণ, সমাজত সৰ্বমান্য লোক। সহকাৰী মাত্ৰ হলেও ঘাই চাবিটো যে বেণু শৰ্ম্মাৰ হাতত্তে আছিল নকলেও হ'ব। হওঁ বোলা হলে সভাপতি নহলেও প্ৰধান সম্পাদক ৰূপে থাকিব পাৰিলেহেঁতেন। বেণু শৰ্ম্মাৰ কৰ্ম্মপদ্ধতিৰ ইও এটা বিশেষ লক্ষণ— মানীক মান দি আগত দেখনিয়াৰকৈ স্থাপন কৰি নিজে নিঃকিন হৈ লেজুত ধৰিও বল দিয়ে। আজিকালি আমাৰ মাজৰ বহুতেই বিশেষকৈ ৰাজনীতিৰ দলদোপ দিয়া সকলে ভিৰ ঠেলি আগলৈ যাবলৈ কিলাকুটিয়াই মৰে। পাছত ঠাই উলিয়াই লৈ লেজুতধৰি বল নিদিয়ে। চাৰিং কংগ্ৰেছৰস্থাপনৰ কাহিনীয়ে বেণু শৰ্ম্মাই যে লেজুত ধৰিহে বল দিবলৈ সুচল লৈছিল সেইটো তেখেতৰ কৰ্মকৌশলৰে এটা। বৰপুতেক অজিত শৰ্ম্মাই এদিন কৈছিল— সে কংগ্ৰেছৰ বিৰোধ নকৰি ৰাজনীতিত লাগি থকাহেঁতেন আজি দেউতা বহুত ওপৰলৈ উঠিলহেঁতেন। আনুমানিক ভৱিষ্যতৰূপে কথাষাৰ দলিয়াই পেলাব নোৱাৰি কিন্তু নিজে আগবাঢ়ি নিজকে বৰটো পাতিব নোৱাৰিলে আজিকালি ৰাজনীতিকৰ ভাগ্য অচল। সেইগুণ ফেৰা যে বেণু শৰ্ম্মাৰ গাত সমূলি নাছিল।

চাৰিং কমিটি স্থাপনে গুণ ধৰিলে। আগেয়ে যিবিলাকে আলেঙে আলেঙে গা ঢাকি আছিল সেই বিলাকেও প্ৰকাশ্যে কংগ্ৰেছত যোগ দিলে আৰু তাৰে কিছুমান আন্দোলনৰ ভৰ মজিয়াত সোমাল। চাহ বাগিছাৰ মহৰী কেৰেণী বিলাকে প্ৰকাশ্যে যোগ দিয়াৰ একমাত্ৰ উপায় আছিল কাম এৰি দিয়া। দুই এজনে তাকে কৰিলে কিন্তু বহুতে ধন-বিত দি গোপনে গোপনে সহায় কৰিবলৈ ধৰিলে। বাগিছাৰ কেৰেণী-মহৰী সকলৰো মন ভিৰাইছিল বেণুধৰ শৰ্মাই, পাক একোটা মাৰি নিজে গৈ অথবা চিঠি পত্ৰৰ দ্বাৰা।

অসহযোগ আন্দোলনৰ কালখিনি সাহিত্যিক বেণুধৰ তল পৰিল, আৰু সত্যাগ্ৰহী বিপ্লৱী বেণুধৰজন ওপৰ উঠিল এনে অনুমান স্বাভাৱিকতে মনলৈ আহে। পাছে এই কথা কড়াই গণ্ডাই সঁচা নহয়, সাহিত্যিক বেণুধৰ তল পৰিছিল সঁচা কিন্তু বুৰ যোৱা নাছিল। অসহযোগ আন্দোলনৰ

কৰ্মব্যস্ততাই এনাগী যেন কৰিলেও সাহিত্যিকৰ কলম সাময়িকভাৱে হলেও ধোৱা চাঙত উঠিছিল বুলি ভবাযাৰ ভুল হব। আন্দোলনৰ ভৰপক কালছোৱাৰো অৰ্থাৎ ১৮৪৩ আৰু ১৮৪৪ শকতো (১৯২১-২২) পোন্ধৰ যোলটা মূল্যবান প্ৰবন্ধ বেজবৰুৱাৰ সম্পাদনাত ওলোৱা বাঁহীত প্ৰকাশিত হৈছিল। সেইবোৰৰ কেইটামান প্ৰবন্ধ কবিতা বা গল্পৰ নিচিনাকৈ মুহূৰ্ত্তৰ প্ৰেৰণাত অহা লেখনী-চালনা নহয়, পঢ়ি শুনি অনুসন্ধান কৰি লিখা। অসমীয়া লো আৰু হিলৈ (১৮৪৩ শক), পৃথু বৰকাকতী, ফাৰ্চী সাহিত্যত অসম বুৰঞ্জীৰ মিচিনা (১৮৪৪ শক) প্ৰবন্ধ একে বহাতে লিখি উলিওৱা প্ৰবন্ধ হব নোৱাৰে। সমল গোটাওঁতেই নিশ্চয় বহুত সময় খৰচ কৰিবলগীয়া হৈছিল। ফাৰ্চী সাহিত্যত অসম বুৰঞ্জীৰ সমল কলিকতাত কলেজত পঢ়ি থাকোতেই যুগুতাইছিল। লিখি উলিয়াই প্ৰকাশ কৰিছিল ১৮৪৪ শকৰ ১২শ বছৰৰ বাঁহীত ধাৰাবাহিক ৰূপে। এইবোৰৰ দুই এটা টোকাৰ নিচিনা আৰু বাকী কেইটা প্ৰবন্ধ আৰু গল্প শিৱসাগৰীয়া স্কুলীয়া জীৱনতে লিখা আৰম্ভ কৰিছিল। অসহযোগৰ দিনত ঘূৰি ফুৰোঁতে দেখা বা শুনা ঘটনাৰ আলমতে দুটা গল্প লিখিছিল—যেনে চোৰ তেনে টাঙোন আৰু "দালালি কাকতীৰ ফাৰুতি।" চৰিত্ৰ চিত্ৰন আৰু পৰিবেশ বৰ্ণনত শৰ্মাৰ যি পটুতা এই গল্প কেইটাতো তাক পাওঁ। পাছে সাহিত্যৰ এই কল্পনাত্মক কলাৰূপটোৱে তেখেতৰ ধাতুত নুশুজিলে। সঁচাসঁচি ঘটনা আৰু তেজ মঙহেৰে বিচৰণ কৰা পুৰুষৰ চৰিত্ৰক ৰসাল আৰু সমুজ্জ্বল কৰি তুলি ধৰাৰ বিচক্ষণ কলাৰূপ এটিৰ প্ৰতিহে তেখেতৰ আকৰ্ষণ আছিল।

অসহযোগ কালৰ-যাযাবৰ জীৱনৰ সুৰুঙাত বেণু শৰ্মাই কৰা সাহিত্য চৰ্চ্চাৰ নমুনা হৈছে গীত মাত আৰু বুৰঞ্জীৰ অমূল্য মণি ৰত্ন সংগ্ৰহবোৰ। অসহযোগৰ কালত ফুৰোঁতে চাৰিওত কেইবাজনো গীত মাতৰ ওজা আৰু সুকণ্ঠী গায়কৰ লগত হুলিগালি কৰাৰ সুযোগ পাইছিল। তাৰ ভিতৰত অগ্নিবৰ খনিকৰ গাৱঁৰ মিহিৰাম খনিকৰ পাঠক, খনিক গাৱঁৰ দোমখনিকৰ সাতোলা, ম'ৰাপুখুৰীৰ ছেখ বাপজান আলি, ম'ৰাপুখুৰীৰ কোৱঁৰ গাৱঁৰ কণক চন্দ্ৰ ফুকন, এই কেইজনৰ নাম সৰস ভাষাত বেণুশৰ্মাই কংগ্ৰেছৰ কাচিয়লিত নিজেই সুঁৱৰি গৈছে। মিহিৰামৰ বহুত গুণ আছিল তাৰ ভিতৰত হুঁচৰি, বিহুনাম, গৰখীয়া নাম বা বনঘোষা

গোৰাত তেওঁৰ মান কোনো নাছিল। তেওঁৰ হুঁচৰি গোৱা শুনি বেণু-শৰ্মা ইমান মুগ্ধ হৈছিল যে অকপট চিত্তে স্বীকাৰ কৰিবলৈ বাধ্য হৈছিল। "মোক হুচৰি ভাল পোৱা কৰিলে মিহিৰাম পাঠকেই ( কাঃ ৰঃ ৯৯ )। এই মিহিৰাম পাঠক কংগ্ৰেছৰ মেম্বৰ হৈ ফাটেক খোৱা দিনলৈকে শৰ্মাৰ এজন সহৃদয় লগৰীয়া হৈ আছিল।

থনিকৰ গাৱঁৰ দোম সাতোলাও পাতৰ তলতে লুকুৱা ধানপুৰীয়া কঠাল হেন এজন গুণী লোক আছিল। এওঁৰ নামৰ মানুহ কেইবাজনো আছিল, সেইহে তেওঁক গুৱালৰ দোম বোলা হৈছিল। বেণুশৰ্মাই লিখিছে "গুৱাল দোমক ম'হৰ গিৰিহঁত গুৱাল সুবুলি ফকৰা যোজনাৰ অভিধান বুলিব পাৰি। যিনাই বৰফুকনৰ গীত, জাতি নাহৰৰ গীত, ফুল কোঁৱৰ, মণি কোঁৱৰৰ মালিতা ইত্যাদি জাতীয় গীত-মাত তেওঁ ইমান শুৱলাকৈ গাব আৰু ক'ব পাৰিছিল যে সেই কালৰ ইংৰাজী কবিতাৰ মোহত পৰি থকা এই সোৰঁৰণ লিখক একেবাৰেই তন্ময় হৈ গৈছিল।.........দোম সাতোলাৰ নিচিনা কতনা ৰতন যে অসমৰ চুকে কোণে এতিয়াও আলাই আথানি হৈ পৰি আছে তাৰ বুজ লয় কোনে ?" ( কাঃ ৰঃ ১০০ )। এই দোম সাতোলাৰ মুখত শুনি ভোল যোৱা যোজনা ফকৰা আৰু গীতবোৰ শৰ্মাই টোকোৰা বাহত তুলি থৈছিল। পাছত প্ৰকাশ কৰা সক পুস্তিকা মণিৰাম দেৱানৰ গীত এক প্ৰকাৰ ইয়াৰেই ফল। নিজৰ ৰচনাতো সেইবোৰৰ ৰহন পৰিছিল।

ছেখ বাপজান আলি ম'ৰা পুখুৰীৰ ওচৰৰে মানুহ। এদিন সেই বাটেদি যাওঁতে শৰ্মাই কোনোবাই গীত এটি গাই থকা শুনিলে। গীত শুনি থমকি ৰ'ল আৰু আৰু তাক সুধি গম পালে যে সেইটো আজান ফকিৰৰ জিকিৰ। যাৰ ঘৰৰ পৰা গীতৰ ধ্বনি নিগৰি আহিছিল তেওঁৰেই নাম আছিল বাপজান আলি। তেওঁৰ মুখতে জিকিৰ নামৰ অসমীয়া গীত প্ৰথম শুনি শৰ্মা বৰ হৰ্ষান্বিত হল। গীতটোৰ কিছু অংশ তেতিয়াই লেখোৱাই ললে। তাকো টোকোৰা বাহ নামৰ বহীত টুকি থলে।

কণক ফুকন ম'ৰা পুখুৰী কোঁৱৰ গাৱঁৰ এজন সাহিত্যানুৰাগী প্ৰাচীন পুথিৰ উদ্ধাৰক দেশসেৱক, ঐতিহ্যপূৰ্ণ পৰিয়ালত তেওঁৰ জন্ম। ওচৰতে থকা দেওধাই গাৱঁত মনেশ্বৰ ফুকন নামৰ এজন দেওধাই ভাষাৰ পণ্ডিত লোক আছিল। অসহযোগ প্ৰচাৰ কৰি ফুৰোঁতে দেওধাই গাৱঁৰপৰা

কণক ফুকনৰ হতুৱাই বেণু শৰ্ম্মাই বহুত বুৰঞ্জীপুথি সংগ্ৰহ কৰাই আনিছিল। প্ৰসিদ্ধ চাংমাই বুৰঞ্জীও তাৰে এখন। বেণুশৰ্মাৰ পুৰণি বুৰঞ্জী পুথি সংগ্ৰহৰ প্ৰতি যি ধাউতি আছিল কণক ফুকনৰ সান্নিধ্য আৰু সহযোগে সেই ধাউতি দুগুণে চৰালে। আমগুৰি বাগিছাৰ বিধবা মেম গৰাকীয়ে এই সময়তে পুৰণি পুথি দুখন দিছিল, বুৰঞ্জীৰ পুথিয়ে আছিল।

অসহযোগ আন্দোলনৰ উশাহ নোপোৱা বছৰটোৰ ভিতৰতে ঢৌতে থৰ মাৰি লিখা প্ৰবন্ধ পাতিবোৰৰ এজন সমঝদাৰ আছিল। তেওঁ হল ডুকৰীয়া কাকতী গাৱঁৰ বিষ্ণুৰাম বৰকাকতী। বৰকাকতী গুণীজন আছিল। ইংৰাজী স্কুলত ভৰি নিদিয়াকৈও আইনৰ কিলাকুটীয়া বান্ধ একোটাও নিমিষতে মোকোলাব জানিছিল। নাম-গুণ গোৱাতো তেওঁ এজন সিদ্ধহস্ত লোক আছিল। সাহিত্যৰ অপণ্ডিত সমালোচক কাকতীয়ে অসমীয়া শব্দৰ কালিকাৰ বুজ পাইছিল। সেই সময়ত বেণু শৰ্ম্মাই যিবোৰ প্ৰবন্ধ লিখিছিল তাক কাকতীক পঢ়ি শুনাই কষটি পৰীক্ষাত তুলিছিল। কাকতীয়ে বোলে কৰবাত কিবা আসোঁৱাহ পালে তলমূৰকৈ গহীন হয় আৰু কয় "ৰবচোন এইখিনিতে কৰবাত অলপ উজুটি খোৱা যেন পাইছো। আকৌ পঢ়কচোন বাৰু"। ঘূৰি বাৰ পঢ়ি চাওঁতে শৰ্ম্মাই নিজে ধৰিব পাৰে ভুলটো নো কোন খিনিত। এইজন নিনাও সাহিত্যিকৰ পৰা শব্দ গাঁথনিৰ বহুত কিটিপ শৰ্ম্মাই শিকিছিল। শৰ্মাৰ ভাষাত যি এটা ঘৰুৱা মাত কথাৰ ভঙ্গী আছে তাক আহৰণ কৰিছিল ওচৰ চুবুৰীয়া ৰাইজৰ নিভাঁজ মাত কথাৰ পৰা।

এইদৰে অসহযোগ আন্দোলনৰ প্ৰয়োজনত গাৱেঁ ভুঞে ঘূৰি ঘূৰি বেণু শৰ্ম্মাই আমাৰ জনসাধাৰণৰ লগত যেনেকৈ সামাজিক একসূত্ৰতাৰ বুজ পাইছিল, তেনেকৈ মানসিক বা সাংস্কৃতিক যোগসূত্ৰৰো উমান পাইছিল। দেশৰ স্বাধীনতাৰ উদ্ধাৰৰ সংকল্প লৈ সুখে দুখে একেলগে উঠা বহা কৰি ৰাইজৰ লগত সূত্ৰবদ্ধতাৰ শক্তি আহৰণ কৰিছিল। তাৰ লগে লগে গাৱঁৰ মানুহৰ মাত, ভাষাৰ ঐশ্বৰ্য্য আৰু গীত-মাতৰপৰা অসমীয়া সাংস্কৃতিক সম্পদ ৰাশিৰ লগতো ঘনিষ্ঠ পৰিচয় ঘটিছিল। ইয়াকে গাৱঁলীয়া ৰাইজৰ লৈতে মানসিক সংযোগ স্থাপন বুলিব পাৰি। প্ৰেমপ্ৰীতি আৰু কৰ্মৰ মাজেদি মানুহে মানুহক সোদৰৰ ভাই কৰে। গীতমাত, বুৰঞ্জী, ভাষা আৰু সাহিত্যই সমাজৰ মনটোৰ মাজেদিয়েই সহোদৰত্বৰ

শুৱি ক'ত তাক চিনাই দিয়ে। এই দুয়োটা মহামূলীয়া সম্পদ বেণু শৰ্মাই গণমন্থনৰ অমৃতৰূপে আহৰণ কৰিছিল। অসহযোগ আন্দোলন বেণু শৰ্মাৰ জীৱনৰ অমৃত মন্থন পৰ্ব্ব।

**বিষপান ঃ**—অমৃত মন্থন কৰিবলৈ গলেই হলাহল উথলি উঠিবই। তাক সকলোৱে, অথবা প্ৰজাৰ মঙ্গল হওক বুলি কোনোবা এজনে পান কৰিবই লাগিব। অসহযোগ আন্দোলনত যোগ দিয়া সকলোৱেই বিষ পান অলপ নহয় অলপ কৰিব লগা হৈছিল। সেই বিষৰ ভাগ বেণু শৰ্মায়ো পাইছিল। ক্ৰমে আন্দোলনৰ উগ্ৰতা বাঢ়ি আহিবলৈ ধৰিলে, হাট-বজাৰ সভা-সমিতি সকলোতে ৰাইজৰ হেন্দোলদোপ। ভাৱনা ৰৰসবাহতো গান্ধী নাম হৰি নামৰ লগৰীয়া হ'ল। বিয়াৰ ৰভাতো আইসকলে জাত জাত নামৰ লগতে "গান্ধী নামৰ নৌকাখনি তিলক নামৰ বঠা", "গুৱাহাটী তৰুণ ফুকন, ডিব্ৰুগড়ৰ দলৈ, ফাটেকত গৈ পচি আছে, স্বৰাজলৈ চাই" নামনি অসমতো সেইদৰে ."কাটো কাটো কাটো গান্ধীৰ সূতা কাটো শলাকাঠীত আঁৰ লাগ্‌লি ভলাইন্দাৰক মাতো" আদি গীতবোৰ জাউৰি জাউৰিয়ে গাইছিল। ১৯২১ চনৰ আন্দোলন গাৱঁৰ মানুহে যেনেকৈ দেহেচিতে আপোন কৰি লৈছিল ১৯৩০ বা ১৯৪২ চনৰ আন্দোলন সেই ফালৰপৰা চালে গভীৰতাত সমান হলেও ব্যাপকতাত ক্ষীণ। চাৰিওফালে ভাৱনাৰ ধুম উঠিছিল। ভাৱনাৰ ছল লৈ অসহযোগৰ বাণী প্ৰচাৰ কৰাৰ সুযোগ একোটা মাথোন উলিয়াই লোৱা হৈছিল। মাঘৰ বিহুৰ মেজি নহয় যেনিবা অসহযোগ আন্দোলনৰে এটা বিশেষ কাৰ্য্যক্ৰমহে। এনেবোৰ কাৰ্য্য গতিক দেখি চৰকাৰ অধিক সষ্টম হৈ পৰিল। পুলিচৰ চকু কাণ অধিকতৰ সজাগ হ'ল। পুলিচৰ সংখ্যা ইমান সৰহ আছিল যে গাওঁখনে পতি চোৰাং পহৰা দিয়ে। অহুকাণে পহুকাণে শুনা কথাৰেও কাগজ ভৰা ৰিপৰ্ট পঠিয়াই মহকুমাধিপতি বা জিলাৰ বৰচাহাবক জান দি আছিল। মৌজাদাৰেও গা বচাই যিমানখিনি পাৰে খবৰ-খাতি সদৰলৈ দলিয়াই আছিল। এনেতে চাৰিং কংগ্ৰেছৰ কাৰ্য্যপদ্ধতিত হঠাতে নতুন কাৰ্য্যক্ৰম এটাৰ ঢৌ ফুটিল।

ডিম্বেশ্বৰ ৰাজগুৰু নামে চাৰিঙত এজন উদগ্ৰ কংগ্ৰেছ কৰ্মী আছিল।

তেওঁ যেই বোলোতেই মণিকূট পায়গৈ। খাজনা বন্ধৰ আন্দোলনৰ কাৰ্য্যসূচী এটা কংগ্ৰেছত আছিল হয় কিন্তু সেইটো গুৰিৰপৰা কিবা নিৰ্দ্দেশ নহালৈকে গোপনভাবে ৰখা হৈছিল আৰু সময় বুজি শৰ মাৰিবলৈ তাক তূণত ভৰাই থোৱাহে আছিল। পাছে ডিম্বেশ্বৰ ৰাজগুৰুৰ গাত ভৰণি নোহোৱা হল, তেওঁ ৰব তুলি দিলে এই বাৰ খাজনা বন্ধ। ন-পুখুৰীত হোৱা এখন বিৰাট ৰাজহুৱা সভাত কৈয়ে দিলে— 'ৰাইজ এইবাৰ কোনেও খাজনা নিদিবা'। গল কথা গুচিল। পালি সেনাপতি ডিম্বেশ্বৰে খাজনা দিবলৈ হাক দি হুকাৰ ছাবিলে; মৌজাদাৰৰ ৰিপৰ্ট মতে তাৰ থোপ লাগিল বৰ সেনাপতি বেণু শৰ্মাৰ গাত। মৌজাদাৰে ৰিপৰ্ট দিলে "বেণু শৰ্মাই গাৱেঁ গাৱেঁ সভা পাতি ঘৰে ঘৰে গৈ ৰায়তক খাজনা দিবলৈ হাক দি ফুৰিছে। অলপতে ন পুখুৰীৰ ৰাজহুৱা সভাত তেওঁ প্ৰকাশ্যে সেই বিদ্ৰোহী কথা ঘোষণা কৰিছে। মধুৰাম কোঁৱৰ আদি সাক্ষী আছে। বেণু শৰ্মাৰ কথামতেই ৰাইজ চলে। তেওঁ এনেকৈ হাক দি ফুৰিলে আমি খাজনা তুলিব নোৱাৰো।" মৌজাদাৰৰ এই গুপ্ত বাৰ্ত্তাৰ টিপাটে। গড়গাৱঁলৈ মাৰি পঠিয়ালেও তাৰ শিপাই চাৰিওকো ভেদিলে। সকলোৱে বুজিলে এইবাৰ শেণৰ এজাত। বেণু শৰ্মায়ো ভাবিলে "এনেও কাণী তেনেও কাণী, ভালকৈ দিওঁ শাকত পানী।" ঘৰে ঘৰে আৰু সভা-সমিতিতো খাজনা দিয়া বন্ধ কৰিবলৈ তেখেতে ৰাইজক উচটাবলৈ ধৰিলে। ডিম্বেশ্বৰ ৰাজগুৰুক কোনে পায়, বাটে-পথে ৰিঙিয়াবলৈ ধৰিলে খাজনা নিদিবাইক ঔ ৰাইজ, খাজনা নিদিবা।

কথা গহীন হৈ আহিল। বেণুধৰ শৰ্ম্মা যে চৰকাৰৰ বগা ঘৰত সোমাওঁ সোমাওঁ হৈছে এই কথা জানিবলৈ কাৰো বাকী নাথাকিল। ৰাইজে এক প্ৰকাৰ বিদায় সম্বৰ্দ্ধনাৰে আয়োজন কৰিলে অৰ্থাৎ মৌজাদাৰ ডাঙৰীয়াৰ ঘৰৰ সন্মুখৰ পথাৰতে ডাঙৰ সভা এখন গমগমীয়াকৈ বহিল। এই সভাত বক্তৃতা দিওঁতে বেণু শৰ্ম্মায়ো ৰাইজৰ গুৰিত সাময়িক বিদায়ৰ গোহাৰি বাক্য বুলিলেই "শত্ৰুৱে যেন আমাৰ বৰঘৰ ভেদ কৰিব নোৱাৰে ৰাইজ সতৰ্ক হৈ থাকিব।" সেই সভাতে চাৰিং কংগ্ৰেছৰ স্থলাভিষিক্ত সম্পাদক লোকনাথ কাকতীৰ ডিঙিতো মালা পিন্ধাই উদ্দীপ্ত উৎসাহৰ চিনস্বৰূপে ৰাইজে গগন-চুম্বী জয়ধ্বনি দি তাল-ফাল লগালে। দেশোদ্ধাৰ

কৰ্মীৰ পুৰস্কাৰৰ দিন ওচৰ চাপিল। ১৯২২ চনৰ ২৬ জানুৱাৰীৰ দিনা গ্ৰেপ্তাৰৰ উদ্দেশ্যে আমগুৰি থানাৰ দাৰোগা সদল বলে আহি বেণু শৰ্মাৰ ঘৰত উপস্থিত হ'ল। কথাটো মুহূৰ্তৰ ভিতৰতে কেউপিনে বাষ্ট হৈ গ'ল। চাৰিওফালৰপৰা মানুহ আহি বেণু শৰ্মাৰ চোতাল ভৰি পৰিলহি। দাৰোগাজনক হেনো লপা-থপাও কৰিলে। দাৰোগা আৰু পুলিচৰ মুৰ্ত্তি দেখি চুৰ্ত্তি হেৰাল। তেতিয়াই গ্ৰেপ্তাৰ কৰি নিলে জানোচা কিবা অঘটন ঘটে এই ভাবি শিয়ান দাৰোগাই সেই কাম নকৰি অৰ্থাৎ লগতে ধৰি নিনি জামিনত এৰি যোৱাই বুদ্ধিমানৰ কাম হব বুলি স্থিৰ কৰিলে। জামিন হবলৈকো কোনো নোলোৱাত খিলাফতৰ ছেখ আব্দুলৰ চহী এটা লৈ জামিনৰ নামটো কৰিলে আৰু ৩০ জানুৱাৰীৰ দিনা শিৱসাগৰৰ আদালতত হাজিৰ হোৱাৰ দিন দি গ'ল। ৩০ জানুৱাৰীলৈকে শৰ্মাও ঘৰতে থাকিল।

ঘৰতে থাকিল মানে যে সোমাই আছিল সেইটো নহয়। কামবোৰৰ থৰ লগাই আন্দোলন পূৰ্ণ উদ্যমে চলি থকাৰ ব্যৱস্থা কাৰ যাক যি দিহা দিব লগা আছে তাকো দি, এই কেইদিন ব্যস্ততাৰেহে কটাব লগা হ'ল। তাৰ উপৰি পুলিচৰ আগমনৰ পাছ দিনাই (২৭ জানুৱাৰী) আমগুৰি থানাৰ ওচৰতে ৰাইজে দুদিনীয়াকৈ এটা ভাৱনাৰ ওৰা পাতিছিল ভাৱনাটো আছিল ৰাৱণবধ। এই ভাৱনা মহোৎসৱৰ গুৰি ধৰিছিল আমগুৰি ভূঞাহাট, হিলৈদাৰী গাওঁ প্ৰভৃতি চাৰিওফালৰ গাৱঁৰ মুখিয়াল লোক সকলে। নামত লঙ্কাৰ দহমুৰীয়া ৰাৱণক বধ কৰাৰ ভাও দিয়া হব কিন্তু ভিতৰি মতলব আছিল ইংৰাজৰূপী দশশক্তিধৰ ৰাৱণৰ শাসনৰ অন্ত পেলোৱাৰ কায়দা কৌশলৰ বিষয়েও চৰ্চা কৰা। সেই ভাৱনা মণ্ডপ ওচৰৰ গান্ধী স্বেচ্ছাসেৱকেই তদাৰক কৰিছিল। ওচৰৰ গাৱঁৰ মানুহ যি হিলদ'ল ভাঙি আহিছিলেহে টিয়ক, বামুণপুখুৰী তামুলীছগা, নামাত আদি দূৰণীয়া ঠাইৰ পৰাও চাৱনীয়া আহি গোটেইখন লোকে লোকাৰণ্য কৰিছিল। 'জয়ৰাম বোলা জয় হৰি বোলা' হৰিধ্বনিৰ সমানে সমানে 'মহাত্মা গান্ধী কী জয়' ধ্বনিয়েও আকাশ পাতাল থলক লগাইছিল।

ভাৱনাৰ সূত্ৰধাৰী ওলোৱাৰ আগতে চাৰিং কংগ্ৰেছৰ সূত্ৰধাৰী বেণু শৰ্মাহে ওলাল। ৰাৱণ বধৰ পৰিৱৰ্ত্তে ইংৰাজ খেদোৱাৰ আন্দোলন আৰু মহাত্মা গান্ধীৰ গুণ গান কৰি এক দীঘলীয়া উত্তেজনাপূৰ্ণ বক্তৃতা দিছিল। মানুহেও কেনৈনো ৰাৱণ বধৰ ভাৱনাৰ ঠাইত ইংৰাজৰ লগত লগা অহিংস

যুদ্ধখনৰ কথা কৈছে বুলি সামান্য ভাৱেও উচপিচনি লগোৱা নাছিল। সেই ভাৱনা সম্ভাত পুলিচৰ লোক যি আছিলেই গোপনে গোপনে গুপ্তচৰো এচুকত বহি তেওঁৰ মহাভাৰতৰ সমল গোটাইছিল। গুপ্তচৰজন একালত শিৱসাগৰ গৱৰ্নমেণ্ট হাইস্কুলত পঢ়োঁতে বেণু শৰ্মাৰ সহপাঠী আছিল। তেওঁ মুখেৰে নানা ছলাহী কথা কৈ মানুহক, আনকি বেণু শৰ্মাকো, ভুৱা দি শিৱসাগৰত গৈ মনে সজা কথাৰে এহালিছামান লিখি ৰিপৰ্ট দাখিল কৰিছিল। সেই ৰিপৰ্টৰ কিনো মায়া তাক বিচাৰৰ দিনাহে শৰ্মাই বুজি পাইছিল। পাছদিনাও ভাৱনা হৈছিল, সেই দিনা বোলে পুলিচ বিষয়াজনে হিন্দুৰ পোৱালি হৈও ভাৱনাৰ থাপনাখন ভৰিৰে ঠেলি ওলোটাই পেলাইছিল আৰু এক তাণ্ডৱ ভাৱনাৰ পাতনি মেলিছিল। আমগুৰিৰ ৰাৱণ বধ ভাৱনাৰ সামৰণি পৰিল, তাৰ লগে লগে বেণু শৰ্মাৰো পুৰস্কাৰ প্ৰাপ্তিৰ যোগ্যতা এখোপ চৰিল। পুলিচৰ গুপ্তচৰে মেঘৰ আঁৰৰ পৰা লুকাই মৰা ৰিপৰ্টখনত এনে বহুত কথা আছিল যিবোৰ হয়তো শৰ্মাই কোৱাই নাছিল বা মনিচেও শুনা নাছিলে। কিন্তু মেঘৰ আঁৰৰ পৰা চিত্ৰ-গুপ্তৰূপী চোৰাংচোৱা পুৰুষে শুনিছিল। সেইবোৰ কথাৰ আঁত উলিয়াই পিছত মহকুমাধিপতি গনিং চাহাবে ব্ৰহ্মাস্ত্ৰ গঢ়িবলৈ সুচল পালে। ২৬ জানুৱাৰীৰ দিনা পুলিচে এৰি থৈ আহি যেনিবা অভিযোগ সাব্যস্ত কৰিবলৈ প্ৰমাণ আহৰণৰ এটা সুযোগহে কৰি লৈছিল। ৩০ জানুৱাৰীৰ দিনা শিৱসাগৰ কাছাৰিত হাজিৰ হোৱা দিন ওচৰ চাপিল।

পূৰ্ব্বৰ নিৰ্বন্ধমতে ৩০ জানুৱাৰী সোমবাৰৰ দিনা পুৱা ভাগতে শিৱ-সাগৰলৈ বুলি যাত্ৰা কৰি বেণু শৰ্মাই পিতৃ-মাতৃক সেৱা কৰিলে। যোৱাৰ অৰ্থই যে ফাটেকত সোমোৱা সেই কথা নিজেই বঢ়িয়াকৈ জানিছিল আৰু পিতৃ-মাতৃয়েও বুজিছিল। তেখেতৰ ঘৰৰ পৰা নগা আলিলৈকে পথাৰখন লোকে লোকাৰণ্য হৈ পৰিছিল। নগা আলি পায় মানে মানুহৰ প্ৰতাপত ভিৰ দি সন্ধি পাবলৈ নোহোৱা হ'ল। বাকীখিনি কথা শৰ্মাৰ নিজৰ সৌৰবণৰ মাধুৰ্য্যৰেই শুনা ভাল। —"সিফালে চলিহা আলি মুৰত সোণাৰাম বৰ ভলণ্টিয়াৰে তেওঁলোকৰ হাতীটো তেল টেঙা ঘঁহি সজাই পৰাই থৈছে। পথাৰৰ সেই সাগৰ সদৃশ প্ৰজাৰ হেন্দোলনি পাৰ হৈ নগা আলি পাওঁ মানেই কেউফালৰ পৰা গোট খোৱা ৰাইজে আলি পথাৰ ছানি পেলালেহি। পথৰুৱা আলি আৰু নগা আলিয়ে অহা মানুহৰ সৌত দেখি

এনেহে লাগিছিল যেন সেইদিনা এটাইবোৰ বাটে চাৰিওফালেহে পোৰালি মেলিছে। মূল সমদলটোৰ আগতে কংগ্ৰেছৰ পতাকা লৈ শ্ৰীযুত সোণাৰামৰ হাতী পোৰালিটো, তাৰ পাছে পাছে শ্ৰীযুত লোকনাথ কাকতী (মেনেজৰ), শ্ৰীযুত লোকনাথ ফুকনকে প্ৰমুখ্য কৰি ম'ৰাবজাৰ মৌজাৰ মুখিয়াল মুখিয়াল লোকসকল আৰু স্বয়ং-সেৱকৰ দল। সকলোটি সমদলে ডুবৰা কাকতী গাৱঁৰ মাজেদি গৈ সোণতলী ছিগা পাৰ হৈ গৌৰীসাগৰ পালতে ঝাঁজী, বামুণপুখুৰী, থনামুখ, ভৰলুৱা গাৱঁৰ স্বেচ্ছাসেৱক সকলো লগ লাগিছিলহি। সমদলে বিৰাট আকাৰ ধাৰণ কৰিলে। নামদাঙৰ শিলৰ সাকোঁৰ মূৰতে পুনীয়া সত্ৰাধিকাৰ ৺কমল চন্দ্ৰ দেৱ গোস্বামীয়ে গান্ধীভক্তসকলক শৰাই এখনি দি মোৰ ডিঙিত মালা এধাৰি পিন্ধাই অভিনন্দন জনালে। বলিয়া বাটৰ আলিমূৰৰ কেৰিমেৰি গড়ৰ পৰা জয়সাগৰ আলি কেকুৰিলৈকে পকৰা লানিৰ দৰে বগা টুপীৰ মূৰেৰে লালী পাতি যোৱা প্ৰজাৰ হেন্দোলে ৰংপুৰৰ আলিটো (বৰ আলি) শুৱাই গৈছিল। ৰংঘৰৰ ওচৰ পাওঁতেই শিৱসাগৰত থাকি পঢ়া চাৰিওৰ ছাত্ৰ শ্ৰীযুত অৱনীকান্ত ফুকন, অতুল চন্দ্ৰ ফুকন আদি কেইবাজনো ডেকাই ৰংঘৰৰ ওচৰতে চাহ জলপানেৰে আমাক আদৰি নিলেহি।

*     *

"আমি দিখৌ বাহৰ দলং পাৰ হৈ নগৰ মাটিত ভৰি দিওঁতেই কোনেও জয় নিদিব বুলি অকিচৰ পৰা হাক দিয়া বতৰা আহিল। কিন্তু সেই কথা শুনে কোনে। শ্ৰীযজ্ঞেশ্বৰ বৰদলৈ আৰু শ্ৰীযুত মাণিক চন্দ্ৰ চলিহাই মহাত্মাৰ জয় দি সেৱক বাহিনীক উত্তাৱল কৰিলে। এটাইবে আগুৱাই যাবলৈ উটাপুটা লাগিল। নিষেধাজ্ঞাৰ বাৰ ভাঙি সকলো কাছাৰীমুৱা হৈ শিৱ-দ'লৰ মুখ পাওঁ পাওঁ হ'লগৈ। জিলা কংগ্ৰেছৰ চেক্ৰেটাৰী ৺বিমলা কান্ত বৰুৱাৰে সৈতে মই শিৱ দ'লত সেৱা কৰিবলৈ সোমালো। তাৰ পিছত কাছাৰীলৈ গৈ গনিওৰ এজলাছ পালোগৈ"।

"এনেতে গনিং চাহাবে থাজনা গেৰাজৰ পৰা এক ডৰ্জন সশস্ত্ৰ গুৰ্খা চিপাহী লৈ মোক ধৰবলৈ যোৱা মানুহবিলাকক একালৰ পৰা বেতেৰে কোবাই নিবলৈ ধৰিলে আৰু চিপাহীইতেও বন্দুকৰ চাঙীনেৰে খুঁচি নিলে। হোজা মানুহখিনি "পলায় বাসৱ যেন পাছক নাচায়" হৈ প্ৰাণৰ ভয়ত যেনিয়ে পায় তেনিয়ে পলাল। কোনো দৰ্জীৰ ঘৰত সোমাল, কোনো

দোকানত সোমাল, কোনো খালত পৰিল, কোনো যমুনাত পৰিল, কোনো ধোবাৰ ঘৰৰ জকাত পৰিল, আৰু কোনো পুলৰ তলত সোমাল। চিপাহীহঁতেও পছ খেদা দি খেদি নিবলৈ ধৰিলে। পুলৰ তলত সোমোৱা-বোৰৰ গাটোইতহে তলত আছিল, টিকাটোইত ওলাই আছিল। সেই ওলোৱা টিকাতে চিপাহীয়ে খোঁচ ধৰিলে। ইমান অত্যাচাৰেও নাটিলে, গনিঙে ঔচ ঔচ ধৰ ধৰ বুলি ভুম ভুম কৰে পথাৰৰ ফালে লৰি যোৱা মানুহবোৰৰ পাছত তেওঁৰ কুকুৰটো লগাই দিলে। চাঙীনৰ খোঁচত ৰবদলৈ যজ্ঞেশ্বৰৰ মূৰ ফুটিল। মাণিক চলিহাৰ হাড় ভাগিল।"
( কং: কা: ৰ: পৃ: ১৩৭—৪০ )।

এনেবাকৈ উপৰি উক্ত কথাখিনিৰ উদ্ধৃতি দিয়াৰ উদ্দেশ্য অসহযোগৰ নামত শিক্ষাৰ সুযোগ, ভেম, জাতৰ ৰবমতালি, ঘৰুৱা কাম-কাজ সকলো বিসৰ্জ্জন দি বেণু শৰ্মাই জনসাধাৰণৰ মাজত নিজকে বিলাই দি কেনেকৈ ৰাইজৰ দেহলাও হৈ পৰিছিল তাক দেখুৱাটো। ইতিমধ্যেই যে চাৰিং ৰজাৰ ৰাজদূত অৰ্থাৎ ৰাইজৰূপী ৰজাৰ প্ৰতিভূ বা দূত হৈ পৰিছে তাক শৰ্মাই কিজানি নিজেই গম পোৱা নাছিল। এইখিনি কালত বেণুধৰ শৰ্মা চাৰিং আৰু শিৱসাগৰ জিলাৰ পূব অংশটোৰেই একাতপত্ৰ নেতা আছিল। বকুল বনৰ কবি আনন্দ বৰুৱাই এইজন বেণুধৰকে লক্ষ্য কৰি লিখিছিল—

শ্ৰীও নালাগে দেৱও নালাগে
বিশেষণো একো নাই,
চাৰিং ৰজাৰ ৰাজদূত হৈ
হাতী ধৰিবলৈ যায়। ( অভিনন্দন গ্ৰন্থ )

বকুল বনৰ কবিয়ে কি ভাবি কি লিখিছিল সেই উৰহী গছৰ ওৰ আমাক নালাগে, আমি হলে বুজিছো—চাৰিং ৰজা মানে চাৰিং ৰাইজ আৰু হাতী ধৰা পদে স্বৰাজ লাভ। এইটো ৰূপত বেণুধৰক শ্ৰী'দেৱ' প্ৰভৃতি সন্মান সূচক বাগাড়ম্বৰৰ আৱশ্যক নোহোৱা হৈছে। উকা নাম-টোৰেই সকলো সন্মান আৰু শ্ৰদ্ধা বহন কৰাৰ প্ৰভুত শক্তি আছে।

ৰবপুখুৰী পাৰত লঙ্কা কাণ্ড ঘটাই গনিং চাহাব কাছাৰী ঘৰলৈ সোমাই এজলাচত বহিয়েই শোধ-পোচ নোহোৱাকৈ ৯ ফেব্ৰুৱাৰীতে বিচাৰ হব বুলি আদেশ দিলে আৰু লগতে তেতিয়ালৈকে হাজোতত থাকক বুলি নিৰ্দ্দেশ দিলে। বেণুশৰ্মা বন্দুকধাৰী চিপাহীৰ দ্বাৰা পৰিবেষ্টিত হৈ চিপাহীৰ

খোজত খোজ মিলায়েই বৰপুখুৰীৰ পশ্চিম পাৰে থকা জেলত সোমালগৈ। আগৰে পৰা আলহী থকা অসহযোগৰ সেনাসকলে ফাটেকৰ ডুৱাৰ মেল খোৱাৰ মাত্ৰকতে স্বাগতম্ জনালে। এজনে কলে—"নপুখুৰীৰ পোনে জয় দিয়া শুনিলোঁ, বাহিৰত হাল্লা গোল্লাও শুনিলো, গুৰ্খা চিপাহীৰ খদম-দম লাগিছে বুলিও শুনিলো। এইবোৰ শুনি ভাবিলো—আজি বৌ কি বৰালী কিবা এটা পৰিল হব পায়। সচাঁকৈয়ে পৰিল হয়।"

৯ ফেব্ৰুৱাৰীত বিচাৰ আৰম্ভ হল। অভিযোগৰ প্ৰধান আছিল সেই আমগুৰি সভাৰ এচুকত বহি থকা চোৰাংচোৱা জনৰ ৰিপোৰ্টটো। ৰিপো-ৰ্টটো বুলি এটা দীঘলীয়া ৰিপোৰ্ট। অসহযোগৰ সংক্ৰান্তত পুলিচ বা চি, আই ডি ৰিপোৰ্টলৈ নগৈ গৰগাঁৱৰ বাতৰি কোৱা সাধাৰণ টেটোনীয়া গুণটো সেই ৰিপোৰ্টটো আছিল, আছিল হে নে বাৰুকৈয়ে আছিল। তাৰোপৰি মৌজাদাৰৰ কৰ্মচাৰী দুজন আৰু পুলিচৰ ৰিপোৰ্টত সাক্ষীৰূপে নামো-ল্লেখ কৰা মধুৰাম কোঁৱৰেও সাক্ষ্য দিলে। প্ৰমাণ হৈ গল যে বেণুশৰ্মা চৰকাৰ বিৰোধী, এওঁৱেই ৰাইজক খাজনা নিদি বিদ্ৰোহ কৰিবলৈ উটগুাই ফুৰিছে আৰু নিজেও এজন বিদ্ৰোহী। অহিংস অসহযোগীৰ ধাৰাণামতে আত্ম পক্ষ সমৰ্থন নকৰাত চৰকাৰৰ পক্ষৰ পৰাই এজন উকীল ধৰি দিছিল। উকীল জন যে নামতহে, বৃটিছ শোধৰ ন্যায়-পৰায়ণতা জাহিৰ কৰাৰ খাতিৰত হে তেওঁক সাক্ষীগোপাল কৈ ৰখা হৈছিল, এই কথা মোকদ্দমাৰ আওভাও নুবুজা অজলা এটাকো বুজিবলৈ সৰহ নালাগিলহেতেনে। গৰ্নিং চাহাবৰ কলমৰ পৰা হুকুম নিৰ্গত হল ৩ মাহ সশ্ৰম কাৰাদণ্ড আৰু ৩০০ টকা জৰিমনা, জৰিমনা নিদিলে বা দিব নোৱাৰিলে আৰু তিনিমাহ বিনা শ্ৰমৰ ফাটেক।

ফাটেকত অভিযুক্ত আৰু দণ্ডিত অসহযোগী লগ পাইছিল। সেই সকলৰ সৰহ ভাগেই চিনাকী আৰু আগৰে পৰা বন্ধু আছিল গতিকে দিনবোৰ ফাটেকৰ বান্ধনীৰ তিতাঁকেহাৰ মাজেদি এক প্ৰকাৰ আনন্দতে উকলি গৈছিল। পাছত গৈ গান্ধীৰ ভলন্টিয়াৰক থবলৈ শিৱসাগৰ জেলত ঠায়ে নোজোৰা হল। তাৰ ভিতৰত চাই চাই দুই তিনিজন যোৰহাট জেললৈ স্থানান্তৰ কৰাৰ হুকুম আহে। এনে এটা হুকুম মতে বেণুশৰ্মা আৰু লগৰ দুজন যোৰহাট জেললৈ যাব লগা হল। যোৰহাট জেলো তেতিয়া ভৰপূৰ, সিও বৰদলৈ, চলিহা প্ৰভৃতি বৰ বৰ নেতাৰে। শিমলুগুৰি ষ্টেচনত আসাম

বেজল বেলত উঠি মৰিয়নীত সক বেল অথবা কপলিং ছিগা উপলুঙা নাযেৰে জনাজাত যোৰহাট প্ৰভিঞ্চিয়েল বেলত উঠি চিনামৰাত নামিলেহি। যোৰহাটৰ বৰজেটা ফাটেকলৈকে এই ছয় মাইল বাট খোজ কঢ়াই আনি সঙীন বন্দুক ধাৰী চিপাহীয়ে জেলত সুমুৱালেহি। যোৰহাট জেলত তেতিয়া কৰ্মবীৰ নবীন বৰদলৈ, দেশপ্ৰিয় কুলধৰ চলিহা, দেশপ্ৰাণ ৰোহিনী কান্ত হাতীবৰুৱা, শিৱসাগৰৰ দুৰ্গা প্ৰসাদ বৰঠাকুৰ (প্ৰসাদ উকীল'') কৰ্মগহীন ভুৱন গগৈ আৰু যোৰহাটৰ কৃষ্ণ নাথ শৰ্মা (মামা) দেৱেশ্বৰ শৰ্মা প্ৰভৃতি শীৰ্ষস্থানীয় আৰু অগ্ৰগণ্য নেতাসকল কাৰাৰুদ্ধ হৈ আছিল। ইয়াতে আহি সোমাল চাৰিঙীয়া সাহিত্যিক নেতা বেণুধৰ শৰ্মা, আগৰে পৰা সাহিত্যিক শিল্পী আৰু কথাৰ সাগৰ মহেন্দ্ৰ নাথ ফুকন (পাছত ডেকা ফুকন) আৰু হাস্য ৰসিক আৰু নাট্যকাৰ পজিৰুদ্দিন আহমদ আছিলেই। যোৰহাট জেলত কৰ্মবীৰ নবীন বৰদলৈৰ নেতৃত্বত ভলণ্টিয়াৰ সকলে নামগুণ, প্ৰাৰ্থনা, সংস্কৃত স্তোত্ৰ পাঠ আদিৰে ফাটেকৰ ভিতৰতো এখন সত্ৰৰ পৰিবেশ ৰচিত হৈছিল। ইয়াতো সুখে দুখে, হাঁহি কোলাহল ধেমালি-ধুমুলাৰ মাজত জেলৰ দিন কেইটা এক প্ৰকাৰে চলি গৈছিল। ঘৰলৈ মনতেই নপৰিছিল।

এনেতে বজ্ৰপাত সদৃশ খবৰ এটা আহিল। বেণুশৰ্মাৰ নাতিবৃদ্ধ দেউতাকৰ ২ মে'ত পৰলোক প্ৰাপ্তি ঘটিল। ১৯২১ চনৰ আৰম্ভত দেউতাকৰ গা-ভাল নাছিল। সম্ভৱতঃ পুতেকৰ ফাটেক হোৱাৰ পাছত দুশ্চিন্তাই সেই অসুখ বৃদ্ধি কৰি মৃত্যু আগুৱাই আনিলে। বেণুশৰ্মাই জ্যেষ্ঠ পুত্ৰ আৰু সেই ৰূপে ঔৰ্দ্ধদেহিক কামৰ মুখ্য অধিকাৰী। ইষ্ট কুটুম্বই সেই বাৰ্তা বহন কৰি জেলতে দেখা কৰিলেহি। যেনেকৈ পাৰি জেলৰ পৰা ওলাই শ্ৰাদ্ধ শান্তিৰ দায়িত্বখিনি পালন কৰিবলৈ তেওঁবিলাকে বেণু শৰ্মাক টানি ধৰিলে। দেশৰ আৰু পুত্ৰৰ কৰ্ত্তব্যৰ মাজত টনা-আজোৰা লাগিল। বজ্ৰকঠোৰ মনো এনে অৱস্থাত থৰক বৰক হোৱাৰ কথাই। অৱস্থা বেগতিক দেখি সহকৰ্মীসকলৰ প্ৰায় এটায়েই পিতৃকৰ্মৰ অৰ্থে বেণুশৰ্মাক জেলৰ পৰা ওলাই যাবলৈকে পৰামৰ্শ দিলে, কেৱল কুলধৰ চলিহাই হেনো মিয়াদ শেষ নোহোৱাকৈ যোৱাযাৰ সমৰ্থন নকৰিছিল। ইষ্ট-কুটুম্বৰ হেঁচাত উপায়ান্তৰ নাপাই পিতৃ শ্ৰাদ্ধৰ দায়িত্ব জ্যেষ্ঠ পুত্ৰ হিচাবে পালন কৰাই স্থিৰ কৰিলে। বেণুশৰ্মাৰ ফাটেক হৈছিল ৯

ফেব্ৰুৱাৰীত গভিকে ৯ মে'ত তিনিমাহ পূৰ হলহেতেন। নীতি নিয়ম পালন কৰি দিনে দিনে পিণ্ড দিবলৈ হলে আগতে যাবই লগা হল। আবেদন কৰাত যোৰহাটৰ তেতিয়াৰ উপায়ুক্ত ফিলিপ্‌চন চাহাবে এটা চৰ্ত্তত যাবলৈ হুকুম দিলে। সেই চৰ্ত্তটো হল—মিয়াদৰ বাকী থকা দিন কেইটা অসহযোগৰ কামত লাগিব নোৱাৰিব। প্ৰকৃত পক্ষে এই এটা চৰ্ত্ত বুলিকে কব নোৱাৰি। কাৰণ ৯ মে'ত মিয়াদ শেষ হব লগা আছিল। অথচ বেণুশৰ্মাৰ পিতৃ-শ্ৰাদ্ধ পৰিছিল ১২ মে'ত, তাৰো পিছত গিয়াতালি (মৎস্য স্পৰ্শ) পৰ্য্যন্ত অসহযোগেই নালাগে এনেয়ে ওলাবলৈ সময় নাথাকিব। গতিকে সেই কথাকে লিখি দি "কতীয়া দিনেৰে এক প্ৰকাৰ ম্যাদ পূৰ্ণ কৰিয়েই ৪ মে'ই তাৰিখে জেলৰ পৰা ওলাই ঘৰলৈ আহিল।

শ্ৰাদ্ধ শান্তি যথানিয়মে সুখে দুখে হৈ গল। সেই কেইদিন ব্ৰতে লঘোণে কামৰ মাজত উশাহ লবলৈ সময় নাছিল। তাতে ৰাইজৰ খিট-খিটনি আৰু আত্মীয় স্বজনৰ সমাগমত আন চিন্তা কৰাৰ অৱসৰো নাছিল। শ্ৰাদ্ধৰ লেখাপিথাবোৰ মাৰি উঠাৰ পাছত দেখিলে যে দেশৰ মোট বহুত খিনি সলনি হল—"চৰকাৰে যঁতত দলাদি স্বাধীনতাৰ অদম্য আকাঙ্ক্ষা দলি পেলালে, পাইকাৰী হাৰত। পাইকাৰী জৰিমনা লগাই গাৱেঁ গাৱেঁ বণুৱা চিপাহী সুমুৱাই ৰাইজক থৰ যুগুতি নোহোৱা কৰিলে। বামুণ পুখুৰীত যে পুলিচৰ দৌৰাত্মাই পানীত হাঁহ নচৰা অৱস্থাৰ সৃষ্টি কৰি পেলালে। পণ্ডিত মদন মোহন মালবীয়ও আহি গল অত্যাচাৰ তদন্ত কৰিবলৈ। সেই সময়ত ৰাইজৰ মন ভাগি গৈছিল" দেশৰ পৰিস্থিতি হতাশজনক আৰু বাহী বিয়াৰ দৰে বিড়া। পানী উতলাৰ পিছত নমাই থলেও যেনেকৈ থন্তেকলৈ পাত্ৰৰ ভিতৰতে বকৰকাই থাকে মানুহৰ মনবিলাকো সেই নিচিনাকৈ অলপ দিনলৈ উতল-পাতল হৈ আছিল। নেতৃত্বৰ অভাৱত কামত ধৰাৰ উমঘাম নোহোৱা কেৱল গোৰগোৰাই থকাই সাৰ হল। ইপিনে ঘৰুৱা অৱস্থাও লঠং ঠং হোৱাৰ ফালে ঢাল লৈছে। পিতৃ ডিম্বেশ্বৰ শৰ্মা যিমান দিন আছিল খেতি পথাৰলৈ চকু দিব নালাগিছিল। তেখেতেই চকু দিছিল, দিহা পোহা দিছিল। ভায়েক ধৰ্ম্মেশ্বৰ নাহৰকটীয়া বাগিছাত কেৰেণী কামত সোমাইছেগৈহে, তৃতীয় শ্ৰীগঙ্গাধৰ (প্ৰসাদ) তেতিয়াও ছাত্ৰাৱস্থাত আৰু পাছত নিৰলুৱা। মাতৃ তুলসী দেৱীও (পাহিতা) সদ্য বিধবা আৰু সংসাৰৰ প্ৰতি অনুৎসাহিনী,

আৰু বয়সতো বুঢ়াৰ শাৰীত পৰিছিল। গৃহিণী গৰাকীৰো সংসাৰৰ সমূদায় আওভাও বুজি উঠাৰ বয়স হোৱা নাছিল, মাত্ৰ ১৭।১৮ বছৰীয়া আছিল। ইতিমধ্যে বেণুশৰ্মা জেলত থাকোঁতেই পিতৃ-বিয়োগৰ এসপ্তাহ আগতে প্ৰথম সন্তান অজিতৰ জন্ম হয়। সংসাৰৰ বান্ধে বেণুশৰ্মাক আটি ধৰিলে। আগৰ দৰে ঘৰ এৰি দিহিঙে দিপাঙে অনাই বনাই ফুৰাৰো মুদা মৰিল। সাতে সোতৰে ভাবি চিন্তি তিনিমাহ মান ঘৰতে বহি থাকিল। এক জুলাইৰ দিনা বাকী থকা ৩০০ টকা জৰিমনা আদায় কৰিবলৈ গনিং চাহাবে কোৰোকি জাৰি কৰি পঠালে। জৰিমনা দিব নোৱাৰোঁ বোলাত এজমালি সম্পত্তিকে বেণুশৰ্মাৰ বুলি জব্দ কৰি থলে। ভঁড়ালৰ ধান, লোটা, ঘটি, বাটি, চৰিয়া প্ৰভৃতি মুঠ ৩২৩ টকাৰ মাল জব্দ কৰিছিল। এই খবৰ ১৯২২ চনৰ ৯ জুলাইৰ অসমীয়া কাকতত ওলাইছিল।

# হাতী মহলতো বাস বুৰঞ্জীৰো চৰ্চা

## (১৯২২-১৯২৪)

ফাটেকৰ পৰা ওলাই আহি বেণু শৰ্মা পিতৃ দায়ৰ পৰা ধাৰ ঋণে মুক্ত হ'ল। সংসাৰৰ দায়ে হলে মেৰিয়াই ধৰিলে। ইমান দিনে সংসাৰৰ পিনে চকু দিবলৈ সময় নাপাইছিল। পিতৃ বৰ্ত্তমানে তাৰ প্ৰয়োজনো সিমান নাছিল। পিতৃ অবৰ্ত্তমানত ঘৰখনত বেণু শৰ্মাই এতিয়া বৰগিৰী। ধান উঁৰাল প্ৰায় উদি, তাতে সেই বেলিৰ ধান চপাবলৈ আৰু তিনিমাহ বাকী। শ্ৰাদ্ধ শান্তিৰ কাৰণে তিনি ভায়ে উমৈহতীয়া ভাৱে ধন ধাৰলৈ লৈছিল, তাকো মাৰিব লাগে। কি উপায়ে এইবোৰ বিপত্তিৰ হাত সৰা যায় তাক ভাবি শৰ্মা বিমোৰ হৈ পৰিছিল। এনেতে এটা সুযোগ বা উপায় ওপৰৰ পৰা থপক কৰে পৰাদি পৰিল।

ৰাধাকান্ত ফুকন উজনি অসমৰ এজন প্ৰখ্যাত হাতীগিৰি। তেখেতৰ প্ৰায় ৩০/৪০ টা হাতী আছিল। চাৰিওত এটা প্ৰবাদেই চলিছিল—"ৰাধা ফুকনৰ হাতী, হৰকান্ত ছুবৰাৰ মাটি"। বনৰীয়া হাতী ধৰাত তেখেতৰ দেশজোৰা নাম আছিল। বছৰি বছৰি চৰকাৰৰ পৰা হাতী ধৰিবলৈ মহল পায়। অসহযোগ আন্দোলনত চৰকাৰৰ লগত সমুখ ৰণত নামিবলৈ ইচ্ছা নকৰিছিল, ভিতৰি ভিতৰি দান বৰঙণি আগ-বঢ়োৱাত কাৰ্পণ্য হেনো নকৰিছিল। সাক্ষাৎ ভাৱে সৰস্বতীৰ একান্ত সেৱাত লাগি লক্ষ্মীৰ বিৰাগ ভাজন হব খুজিছিল। কিন্তু আওপকীয়াকৈ সৰস্বতীৰ ৰাজ্য-বিস্তাৰত হাত উজান দিবলৈ পৰাঙ্মুখ নহৈছিল। এবাৰ বেণু শৰ্মাই তেখেতক কিতাপৰ পাৰ্চেল এটা খালাচ কৰি থবলৈ বৰকৈ অনুৰোধ কৰি কৰবালৈ গুচি গ'ল। কিতাপৰ পাৰ্চেল যেতিয়া আহি পালে ফুকনৰ ভৰণি হ'ল ১২০ টকা। পাৰ্চেলটো খালাচ কৰাই অনাই গোসাঁই ঘৰৰ কৰণিত সন্তৰ্পণে থৈ দিলে। বেণু শৰ্মা উলটি আহিলত পাৰ্চেলটো পাৰ্চেল ভাগেই শোধাই কৈছিল "ভাল গেৰা ম'হ দুহালৰ দাম ভৰালা দেও"। ৰাধা ফুকনৰ সৰস্বতীৰ সেৱা এনে বিধৰ আছিল।

পিতৃ শ্ৰাদ্ধাদি কাম সুসাঙ্গ হোৱাৰ পাছত এদিন ফুকনে শৰ্মাক মতাই আনাই কলে—ঘৰতে বহি থাকিনো কি কৰিবা ? বৰ বোপাটিয়ে (তিলকান্ত ফুকনে) মিকিৰ মহলত ডুবছৰলৈ হাতী চিকাৰবো অনুমতি পাইছে, তালৈকে যোৱা। চৰকাৰী চিঠি পত্ৰ লেখি বোপাটিক সহায় কৰি দিবা। দৰ্মহা ললেও লব পাৰা, নললেও গড় বা মেলা চিকাৰৰ ভাগ এটাকে লবা”। অসহযোগ আন্দোলনত দিনে ৰাতিয়ে অক্লান্ত পৰিশ্ৰম কৰি, তাৰ পাছত ফাটেক খাটি আৰু পিতৃ বিয়োগৰ আনুষঙ্গিক জঞ্জালবোৰৰ লেঠাবোৰ মাৰি অঁতাই শৰ্মাই অলপ বিশ্ৰাম বা একান্ত বাস মনে মনে কামনা কৰিছিল। কিন্তু বিশ্ৰাম লবলৈ গলে ঘৰৰ কাম নচলে, এতিয়া পৰিবৰ্ত্তন এটাৰ সুযোগ ঘটিল যেতিয়া উপাৰ্জ্জন বিশ্ৰাম দুয়োটাই একেলগে হব। অসহযোগৰ যাযাবৰ কালত অ'ৰ-ত'ৰ পৰা গোটাই পিটাই অনা পুৰণি পুথিখনচেৰেকো লুটিয়াই চাবলৈ অৱসৰ ওলাব। এইবোৰ ভাবি হাতী মহলৰ 'লেখক' বাব লৈ—তিলক ফুকনৰ লগত যাবলৈকে স্থিৰ কৰিলে। ৰাধা ফুকনৰ প্ৰস্তাৱটোত মান্তি হ'ল। দৰ্মহা বা চিকাৰৰ ভাগ লোৱা একো এটা চৰ্ত্তৰ কথাকে উত্থাপন নকৰিলে, ফুকন পিতা-পুত্ৰৰ ওপৰতে সেই সিদ্ধান্ত কৰাৰ ভাৰ অৰ্পি নিজে নিশ্চিন্ত হ'ল।

ডিগাৰু ৰেল ষ্টেচনৰ পৰা পোনে পোনে দক্ষিণে সোণাপুৰ বাগিছাৰ সিদাঁতিত ডিগাৰু নৈখন পাৰ হৈয়ে গাওঁ এখনৰ এমূৰে তিলকান্ত ফুকনে হাতীমহলৰ প্ৰাথমিক ধুৰা পাতিলে। ইয়াৰ পৰা গৈ প্ৰয়োজন অনুসৰি আন ঠাইতো ধুৰা পাতিবলৈ সুবিধা আছিল। হাতীমহলৰ প্ৰবাস হাতী ধৰা লোকৰ পক্ষে উত্তেজক হলেও 'মাউত, ফান্দী আৰু দলৰ আন কাৰো বাবেই দৈনিন্দিন জীৱন আৰাম দায়ক নহয়। খাৱন-শোৱনৰ অনিয়মতা, বাহিৰৰ জগতখনৰ পৰা বিচ্ছিন্ন হৈ থকাৰ একান্ততা এনে বনবাসী জীৱনৰ সুযোগ দুৰ্যোগ দুয়োটাই। মাছ, মাংস দপনি পিটি খোৱাৰ সুবিধা থাকিলেও মাৰি খোৱাৰ সময়ৰ অভাৱত শুদা ভাত দাইল আলুৱেই সাধাৰণতে ভোজ্য বস্তুৰ তালিকাত ঠাই পায়। ওচৰৰ ডিগাৰু নৈৰ নাৰ বাট ভাঙন মাছ অলপ যত্নতে পোৱা গৈছিল, পাছে সেইবোৰলৈ চকু দিওঁতাই নাই, সময়ো নাই। সকলো সময়ত মাউতে, ফান্দীৰ ওপৰত সতৰ্ক দৃষ্টি ৰাখোঁতেই কাল যায়। শুবলৈ তুলি, মূৰ থবলৈ গাৰু সেইবোৰ বিলাস। নল খাগৰি বা ইকৰা পাতেৰে তলত সমানকৈ পাৰি

পত্তা তৃণশয্যাই হাতীমহলৰ হাততে পোৱা আৰাম।

বেণু শৰ্মাৰ এনে জীৱন যাপন কৰা অভ্যাস নাছিল যদিও কষ্ট সহ্য কৰাৰ অভ্যাস আছিল। প্ৰৱাসত শোকোতাকে মুকুতা বুলি লব পৰা গুণটো তেখেতৰ গাত আছিল। সেই কাৰণে হাতীমহলৰ আৰণ্যক কালচোৱা বিচিত্ৰ অভিজ্ঞতা বুলিয়েই গ্ৰহণ কৰিব পাৰিছিল। হাতী ধৰাৰ শ্ৰমসাধ্য কামবোৰত তেখেতৰ দুখ ভাগৰ কৰাৰ প্ৰয়োজন নাছিল। তেখেতৰ কাম আছিল চিঠি-পত্ৰ লিখা চৰকাৰী জঙ্গলী বিভাগৰ বিষয়াসকলৰ লগত সংযোগ ৰখা আৰু যদি কিবা সূত্ৰে তেওঁবিলাক আহে সোধ পোছ কৰি যথাস্থিতি বুজাই দিয়া। এই সংক্ৰান্তত ডাক ঘৰলৈ নিতৌ অহা যোৱা কৰাও তেখেতৰ নিত্য কাৰ্য্য তালিকাৰ অন্তৰ্গত আছিল। ডাক ঘৰলৈ অহা যোৱা কৰা উপকৰা লাভ এটা হৈছিল খবৰ কাগজ কিখন পঢ়া। খবৰ কাগজ পঢ়া বাতৰি হাতী মহলত সবাৰে আগত মেলি ধৰাও বেণু শৰ্মাৰ এটা প্ৰীতিদায়ক কাম আছিল।

সোণাপুৰ হাতী মহলৰ ধুবাৰ পৰা ডিগাৰু ষ্টেচন আৰু ডাক ঘৰলৈ ডেৰ মাইল মানহে হয়। মাজতে নৈখন মাথোন পাৰ হব লাগে। পাছে তাকে বাগিছাৰ মেনেজাৰৰ হুকুম বিনা যোৱাযাৰ মানাহি। সেই দিনত বাগিছাৰ চাহাব বুলিলে সেই খণ্ডত একোজন দুতি ৰজা। বাগিছাৰ মাজেদি গলেও অপৰাধ, ছাতি মেলি বা ঘোঁৰাত উঠি গলে যি ৰক্ষাই নাই। বাগিছাৰ চাহাবৰ পাবত গজা অধিকাৰ আৰু শ্ৰেণীগৱ চুৰ্ণ কৰিবলৈ চন্দ্ৰ কমল বেজবৰুৱাৰ নিচিনা একোজন উচ্চশীৰ্ষ অসমীয়া পুৰুষৰ প্ৰয়োজন হৈছিল। সিও এক চমক লগা কাহিনী। গতিকে বাগিছাৰ মাজেদি বাট লৈ সেইবোৰ অপহৃতা অসুৰা চপাই লোৱাটো বেণু শৰ্মা বা মহলদাৰ তিলক ফুকন এজনেও উচিত বুলি বিবেচনা নকৰিছিল। এনেয়েও চাহাবজনৰ সহায় সাৰথি পালে বহুত কামত সুচল হয়, নাপালে বিঘিনি ঘটাৰ আশঙ্কাও নোহোৱা হয়। সাতে পাচে শৰ্মাহ চাহাবজনৰ লগত পৰিচয় হবলৈ সুযোগ এটা বিচাৰি আছিল। পোন ছাটেই গৈ বঙলাত উঠিলেগৈ বা কি মূৰ্ত্তি ধৰে, জানোচা জাঙুৰ খাই উঠে এই আশঙ্কাত বেণু শৰ্মায়ো টলকা মাৰি আছিল। সাহ্বৰ বাঁহ বুদ্ধিৰে কাটিবলৈকে মনে মনে স্থিৰ কৰিলে। এনেতে সুযোগ এটা আপোনা আপুনি উপস্থিত হল। মিডিল্টন চাহাবক হঠাতে লগ পালে। সোণাপুৰ চাহ বাগিছাৰ তেতিয়াৰ মেনেজাৰ জনৰ নাম আছিল মিডিল্

টন। তেওঁ বোলে বংশ গৌৰৱত কোনোৰা লৰ্ড পৰিয়ালৰ নাতি। সেই সূত্ৰে ভেম এটাও আছিল ধনঞ্জয় ঢোল মান। বৃটিছ চৰকাৰকো বোলে কথাৰ ভমকত কেতিয়াবা 'ভেম' গৱৰ্ণমেণ্ট বুলিছে উল্লেখ কৰিছিল।

এনেকৈ থাকোঁতে হাতী এটাৰ কিবা ঘা হোৱাত তাৰ বাবে অলপ আয়োদিন আনিবলৈ বাগিছাৰ ডাক্তৰ খানালৈকে বিচাৰি যাব লগা হল। সেই কাম কৰিবলৈ ভাৰ পৰিল বেণু শৰ্মাৰ গাত। এনেও দৈৱৰ গতি, তাতে বাগিছাৰ মেনেজাৰ মিডলটন চাহাবৰ লগত বেণু শৰ্মাৰ সাক্ষাতে মুখামুখি হল। অভিবাদন কৰি শৰ্মাই হাস্পতাললৈ যোৱাৰ কাৰণটো কওঁতে তিল কান্ত ফুকন যে অসমৰ এজন ডাঙৰ হাতীগিৰি আৰু সম্ভ্ৰান্ত মানুহ সেই কথাও কৈ চল চাই কঠীয়া পাৰি থলে। এইকণ পৰিচয়ৰ সুযোগ লৈ এদিন বেণু শৰ্মাই গৈ মিডলটন চাহাবক দেখা কৰি কলে, আমাক দুদিনমানৰ কাৰণে নাওঁ এখন দি সহায় কৰিব পাৰিবনে? আৰু আপোনাৰ বাগিছাৰ মাজেদি ডাক ঘৰলৈ যাবলৈ দিব পাৰিবনে? চাহাবে শলাগি থলে হয় কিন্তু দিব যে পেটে-চিতে সেই কথা বিশ্বাস হলে শৰ্মাই কৰা নাছিল। মিডলটন যেহ সেহ নামগুৰি নোহোৱা বাগিছাৰ চাহাব নাছিল। তেওঁ লৰ্ড পাৰয়ালৰ বংশধৰ, মনটোও উদাৰ আছিল, অসম আৰু অসমীয়াৰ বিষয়েও বহুত কথা পঢ়িছিল আৰু জানিছিল। বাগিছাৰ বঙলাতো কিতাপেৰে শুন্দ থাই থকা এটি ব্যক্তিগত পুথিভঁৰাল আছিল। চাহাবে বেণু শৰ্মাৰ অনুৰোধ শলাগি গোৱাৰ পিছদিনাই পুৰা আঠমান বজাত নিজেই নাওঁ এখন বাই লৈ আহি ফুকনৰ ধুৰাৰ ঘাটত লগাই দিলে। তিলকান্ত ফুকন তেতিয়া নাছিল। গতিকে লগ নাপাই, ধুৰাৰ আন মানুহক ফুকনৰ প্ৰতি অভিবাদন জনালো বুলি কৈ গ্ৰাণ্টত সোমাল। এই পৰিচয়েই অলপ কেইদিনতে মিডলটন চাহাবৰ লগত শৰ্মাৰ পৰিচয় বন্ধুত্বৰ শাৰীলৈ উঠিল। চাহাবৰ বঙলালৈ তেখেতে মাজে সময়ে যাতায়ত আৰম্ভ কৰিলে।

এদিন মিডলটন চাহাবে কথাই কথাই জানিবলৈ পালে যে বেণু শৰ্মাৰ বিশেষ ৰাপ থকা বিষয় বুৰঞ্জী। চাহাব জাপ মাৰি উঠিল, সমগোত্ৰী এজনক হাতত পাই। ততালিকে আন ভাবভুষ কথা এৰি বেণু শৰ্মাক লৈ ওলাই গ'ল। ডেৰ ফাৰলংমান দূৰত থকা পুৰণি মানৰ দিনৰ কোঁঠ এটাৰ ভগ্নাৱশেষ দেখুৱাবলৈ। তাত কোন ঠাইত কি আছিল, কিহক ইংৰাজীত কি বোলে সেইবোৰ চমু চমুকৈ দেখুৱাই উভতি আহোঁতে

সুধিলে— Burmese war took place in 1836. নহয় ? বেণু শৰ্মাই কলে—No in 1816। এইদৰে অলপ দূৰ আহি মিডল্‌টন চাহাবে স্বগত ভাৱে আকৌ সুধিলে "Well Burmese war took plaee in 1836 ? বেণু শৰ্মাই লগে লগে শুধৰাই দিলে 'No in 1816' মিড্‌লটনে বাৰ বাৰ সেই একে কথাকে দোহাৰে আৰু শৰ্মায়ো একে ১৮১৬ চনৰ খুটি নেৰে। এইদৰে বতৰা পাতোঁতে আৰু লাহে লাহে দুয়ো মিডল্‌টনৰ লাইব্ৰেৰীত সোমালগৈ। সোমাই গৈয়েই অলপ বিচাৰোঁতেই হাণ্টাৰ চাহাবৰ 'Statistical Account' নামৰ কিতাপখন পালে। সেই কিতাপৰ পাত লুটিয়াই পালে তাত যথাস্থানত শুধৰাই লিখি থোৱা আছে "Burmese war took place in 1816,"। মিড্‌লটন গুণীৰ মোল বুজা মানুহ, ভুলটো ধৰা পৰাত লাজ পাওক চাৰি আনন্দহে পালে। সেইদিনাই লগতে অসম বুৰঞ্জী সংক্ৰান্ত এভাৰমান কিতাপ বেণু শৰ্মাক দিয়ে দিলে। হাতীৰ পিঠিত তুলি শৰ্মাই ধুৱাঁলৈকে কিতাপখিনি লৈ আহিল।

মিডল্‌টনে দিয়া কিতাপবোৰ কি কি আছিল তাৰ লেখ শৰ্মাই সুকীয়াকৈ ক'তো দিয়া নাই। কথা-বতৰাৰ মাজে মাজে পাছত বৰ আক্ষেপ কৰি কৈছিল যে সেই এটাইবোৰ কিতাপ তেখেতৰ হাতত নাই, দুই এখনহে আছেগৈ। তাৰে এখন মান কেতিয়াবা এই লেখকক কিবা সূত্ৰে উলিয়াই দেখাইছিল। এই কিতাপ অসমৰ ভূগোল, বুৰঞ্জী বৰ্ণন আৰু অসমৰ চাহ উদ্যোগ আদিৰ কথা সম্পৰ্কীয় আছিল। ৩৯ তম বছৰৰ ২ সংখ্যাৰ (১৮৮৯ শক) "আৱাহান"ত বেণু শৰ্মাই "বিদেশী অসম বুৰঞ্জী লেখক, প্ৰত্নতাত্ত্বিক আৰু বুৰঞ্জীবিদ" শীৰ্ষক এটি প্ৰবন্ধ লিখিছিল। তাত ৰেড আৰু গেইট চাহাবকে ধৰি অসমৰ তেৰ চৈধ্যজনৰ খণ্ড বুৰঞ্জী আৰু বৰ্ণনাত্মক বৃত্তান্ত লেখক ইংৰাজৰ নাম দিয়া আছে। সেইবিলাক গ্ৰন্থৰ বিষয়ে একোটা চমু টোকাও আছে। সেই গ্ৰন্থকাৰ সকলৰ নাম কাপ্তান জি. ই. ৱেষ্টমেকট (G, E. westmacott) কাপ্তান ই. টুট্‌ ডেল্‌টন (E. Tuit Dalton) ৱালটাৰ এন এডৱাৰ্ড'ছ (Waltar N. Edwards), লেফটেনেণ্ট কৰ্ণেল গডউইন অষ্টীন (Lft. col. Godwin Austien), হেৰল্ড এইচ মেন (Harold. H. Mann), মেজৰ এচ, এফ হেনে (Major S. F. Hannay)* কাপ্তান কানিংহাম (Capt. Cunningham)

কৰ্ণেল এল ডব্লিউ চেক্সপীয়েৰ ( Col. L. W. shakespeare ), কিংডম ৱাৰ্ড ( Kingdom ward ) ডা: জন পিটাৰ ৱেড ( Dr. John peter wade ) উইলিয়াম ৰবিনচন ( william Robinson ) ডা: জে মেক্‌কোছ ( Dr. J Mokorsh ) আৰু এডৱাৰ্ড গেইট ( Edward Gait )। এই গ্ৰন্থবোৰৰ কিছুমান বেণু শৰ্মাই মিড্‌লটন চাহাবৰ পৰা পাইছিল হবলা। কাৰণ সেই দিনত চাহ বাগিছাত কাম কৰিবলৈ অহা বা চৰকাৰী বৰ চাহাব হৈ অহা কিছু লোক অনুসন্ধিৎসু প্ৰকৃতিৰ আছিল। বিশেষকৈ পাৰিপাৰ্শ্বিক জ্ঞানৰ আধাৰভূমি অলপ থকাটো নিযুক্তিকাৰক সকলৰো অভিপ্ৰায় আছিল। সেই জ্ঞান বহু ক্ষেত্ৰত তেওঁবিলাকৰ কামতো আহিছিল। তেওঁবিলাকে বিলাতৰ বজাৰৰ পৰাই এনেবোৰ কিতাপ লৈ আহিছিল। ভাৰতৰ পৰা উলটি যাবৰ সময়ত লাইব্ৰেৰী বা উপযুক্ত পাত্ৰ পালে দান কৰি গৈছিল। উজনি অসমৰ চাহ বাগিছা সমূহৰ ইউৰূপীয় ক্লাব একোটাতো এনেকুৱা দুই চাৰিখন কিতাপ চকুত পৰে। মিড্‌লটন চাহাবৰ অসম বুৰঞ্জী সম্পৰ্কীয় কিতাপবিলাক সৎপাত্ৰত দান কৰি গ'ল। এই কথা তেওঁ নিজেও ভালকৈ জানিছিল আৰু আজি আমিও ভালকৈ বুজিছোঁ।

মিড্‌লটন চাহাবৰ গ্ৰন্থ দান বেণু শৰ্মাৰ পক্ষে এটি স্মৰণীয় আৰু প্ৰেৰণা-দায়ক ঘটনা। কলিকতাত থাকোঁতে ইম্পিৰিয়েল লাইব্ৰেৰীত অসম বুৰঞ্জীৰ কিছুমান টোকা সংগ্ৰহ কৰিছিল। মিড্‌লটনৰ তাত পোৱা কিতাপ বিলাকে সেই টোকাবিলাকক প্ৰাণ দি সজীৱ কৰিলে। বস্তুতঃ হাতী মহলৰ বৰ স্বৰূপ এই কিতাপবিলাকৰ ওপৰত শৰ্মা উবুৰি খাই পৰিল। বুৰঞ্জীৰ চৰ্চ্চাত এহাতুৱীয়াকৈ লাগিল। আগৰ গল্প কবিতা, প্ৰবন্ধ লিখাৰ ধাউতি মাৰ গৈ বুৰঞ্জী বা বুৰঞ্জীমূলক প্ৰবন্ধত 'আপোন ঘৰ' পোৱাদি পালেগৈ। থুবালৈ লৈ আহি কিতাপবোৰ খোৱা ঠাইৰ অভাৱত কিছুমান চাৰি পাটিৰ তলত পাৰি ললে আৰু কিছুমানেৰে গাৰু নামৰ বস্তুটো ওখকৈ ললে। শৰ্মাৰ আনন্দৰ পাৰ নাইকিয়া হ'ল। নিজে যি পঢ়েই ওচৰ গাৱঁৰ দুই এজন শ্ৰোতা আৰু মাউত কান্দীবিলাককো গোটাই লৈ গধূলি ভাগৱত পঢ়া দিয়ে, ব্যাখ্যাও কৰি শুনায়। শুনোতাৰ বাপ আছে নে নাই, যোল বুজাৰ ক্ষমতা কিমান, তালৈ শৰ্মাৰ ভ্ৰূক্ষেপ নাই। অসম বুৰঞ্জীৰ বিচিত্ৰ কাহিনী কৈ কৈ নিজেই অপাৰ ৰস পাইছিল, ভোল গৈছিল। হাতী

* হেন্নে চাহাবৰ পুস্তিকাৰ অনুবাদ—আৱাহন—৩১ বছৰ ১৮৮৯ শক।

মহলত একান্ত বাস কালত এই কিতাপ কেইখন শৰ্মাৰ পক্ষে বিধাতাৰ দান যেন হ'ল। তেখেত সেইবোৰৰ ওপৰত উবুৰি খাই পৰিল। কলিকতাত থাকোঁতে ইম্পিৰিয়েল লাইব্ৰেৰীত শৰ্মাই যি কাম আৰম্ভ কৰিছিল তাক চৌগুণ কৰাৰ সুযোগ হাতী মহলত প্ৰবাস কৰা বছৰ তিনিটামানতে অৰণ্য বাসৰ বৰ পোৱাদি পালে। আগৰ নিচিনাকৈ কবিতা, গল্প, প্ৰবন্ধ লিখাৰ ধাউতি কমি আহিল। বুৰঞ্জী, বুৰঞ্জীমূলক প্ৰবন্ধ যুগুত কৰাৰ আৰু প্ৰকাশ কৰাৰ ধাউতিহে বাঢ়িবলৈ ধৰিলে। এই কালছোৱাতে কাৰ্চী সাহিত্যৰ অসম বুৰঞ্জী নামৰ দীঘলীয়া প্ৰবন্ধ লানী 'বাঁহী'ত প্ৰকাশ কৰিছিল। ১৯২০ চনতে চিটি কলেজৰ এ. এছ. এল. ক্লাবৰ অধিবেশনত পাঠ কৰা প্ৰবন্ধটো পৰিবৰ্দ্ধিত আকাৰত শিৱসাগৰ ছাত্ৰ সান্মিলনাৰ (১৯২৪) স্মৃতি গ্ৰন্থত প্ৰকাশিত হৈছিল। ১৯২৩ চনতে ছিলঙলৈ পাক এটা মাৰি ৰেড চাহাবৰ 'Account of Assam' নামৰ গ্ৰন্থখনৰ নকল এটা কৰি আনে।

তিলকান্ত ফুকনৰ লগত বেণু শৰ্মাই ১৯২৯ চনত আকৌ এবাৰ হাতী মহলত প্ৰবাস খাটিছিল আৰু ১৯৩০ পৰ্য্যন্ত আছিল। এইছোৱা কালতো বুৰঞ্জী চৰ্চ্চাই লগ এৰা দিয়া নাছিল। এইবাৰ আছিল গাৰো পাহাৰৰ থৈৰাম হাতী মহলত। ইয়াত থাকোতেই 'আসাম ৰিভিউ' নামৰ পত্ৰিকালৈ কেইবাটাও প্ৰবন্ধ লিখিছিল। R. Stevens in Assam in 1836, নামৰ বুৰঞ্জীমূলক প্ৰবন্ধটো তাৰ ভিতৰত প্ৰধান আৰু তথ্যদায়ক আছিল।

কংগ্ৰেছৰ কাঁচিয়লি ৰ'দ গ্ৰন্থত থৈৰেম হাতীমহলত থাকোঁতে মিড্‌লটন চাহাবৰ লগত পৰিচয় হোৱাৰ কথা লিখা আছে। সৌৰৱণৰ আউলত পৰিহে তেনেকৈ লিখিলে। থৈৰেম হাতীমহল গাৰো পাহাৰত। মিড্‌লটন চাহাব আছিল সোণাপুৰ চাহ বাগিছাৰ মেনেজাৰ। থৈৰেম মহলত থাকোঁতে মিড্‌লটনৰ লগত পৰিচয় আৰু সঘন দেখাদেখি হোৱাৰ সম্ভাৱনা নাই। গতিকে সোণাপুৰ বা গৰমপানী মহলত থকা কালতহে মিডিলটনৰ প্ৰসঙ্গ লিখিব লাগিছিল।

দুবাৰকৈ হাতীমহলত থাকোঁতে বেণু শৰ্মাই যিমান কথা দেখিলে, শুনিলে আৰু অনুভৱ কৰিলে সেইবোৰে সাহিত্যিক জীৱনত সিমান অৰিহণা যোগাব নোৱাৰিলে। বেণু শৰ্মা যদি গল্পকাৰ হলহেতেন অৰ্থাৎ

সাহিত্যৰ এই বিভাগটোত মন পুতি লাগিলহেঁতেন অথবা উপন্যাস লিখিবলৈ মন মেলিলেহেঁতেন হাতীমহলৰ অভিজ্ঞতাখিনিৰ সুপ্ৰয়োগ কৰিবলৈ সুযোগ পালেহেঁতেন। এইছোৱা কালৰ কথা নিজেই এইদৰে লিখিছে—"বনৰীয়া হাতী ধৰা খেতত থাকি হাতী, চিকাৰী, ফান্দী, মাউতৰ বোমাঞ্চকৰ দুঃসাহসিকতা আৰু অচল ধৈৰ্য্য সততে দেখিবলৈ পাইছিলোঁ। বনৰীয়া হাতী ধৰি আনি শিকাই বুজাই ঘৰচীয়া কৰালৈকে, ফান্দী মাউতৰ কথাই নাই হাতীগিৰীয়াৰ জীৱনো যে পদে পদে কিমান সংশয়াপন্ন স্বচক্ষে নেদেখিলে কোনোপধ্যেই তাৰ মানসিক প্ৰতিচ্ছবি এখন আঁকিব নোৱাৰি। দেখিলেও আমাৰ পক্ষে তাক কাপৰ আগত তুলিব পৰা একেবাৰে সাধ্যৰ অতীত।" (হাতী খেতৰ কথা, নীলাচল ২য় বঃ ২য় সং ১৯৬৪)

"আমাৰ পক্ষে তাক কাপৰ আগত তুলিব পৰা সাধ্যৰ অতীত" বুলি কৈছে যদিও চেষ্টা কৰিলে বেণু শৰ্মাৰ কাপে তাক তুলিব পাৰিলেহেঁতেন বুলিয়েই আমাৰ বিশ্বাস। বৰ্ণনা আৰু ঘটনা বিৱৰণৰ চাতুৰ্য্য বেণু শৰ্মাৰ বহুত গ্ৰন্থত, প্ৰবন্ধত আৰু কথা-বতৰাত আমি প্ৰমাণ পাইছোঁ। গতিকে নোৱাৰিলেহেঁতেন, এনে কথা কদাপি নহয়। আচলতে বুৰঞ্জীৰ অনুধাৱনে তেখেতৰ মন তেতিয়া আচ্ছন্ন কৰি ৰাখিছিল। তাতে এই অভিজ্ঞতাৰ প্ৰয়োগ কৰিবৰ উপযোগী সাহিত্য ধাৰা কেইটা বেণু শৰ্মাই কেতিয়াবাই একতীয়াকৈ থৈ আন বাটেদি খোজ ললে। গল্প আৰু উপন্যাসৰ বাট এৰি থৈ জীৱনী, সাধুকথা আৰু বুৰঞ্জীৰ আলি বাটত ভৰি দিলেগৈ।

তথাপি বুৰঞ্জীৰ বাহিৰে একো কৰাই নাছিল। কেৱল হাতীমহলৰ চিঠিপত্ৰ লেখা পঢ়া আৰু বুৰঞ্জীৰ চৰ্চ্চাকে কৰিছিল এনে অপবাদে শৰ্মাক পৰশিব নোৱাৰে। হাতী খেতত হাতী ধৰোঁতে, বৰাওঁতে, ঘৰচীয়া কৰোঁতে গোৱা বহুত অসমীয়া হাতী-গীত প্ৰচলিত আছে। সেইবোৰ সাহিত্যৰ সম্পদ স্বৰূপ লোকগীত। শৰ্মাই তাৰ এটি সংগ্ৰহ কৰিছিল। তাৰো এটা স্বকীয় সোৱাদ আৰু ৰূপ আছে। তাৰে কেইটামান "হাতী খেতৰ কথা" নামৰ প্ৰবন্ধ এটা 'নীলাচল' কাকতৰ ষান্মাসিক সংখ্যা এটাত প্ৰকাশ কৰিছিল (২য় বঃ ২য় সঃ ১৯৪৪) হাতীৰ গীত নজনা বা নুশুনা মানুহে যৎকিঞ্চিত জুতি পাব।

হলৌ ললৌ, টলৌ ললৌ
খাগৰিয়ে খায়।
পৰ্ব্বতৰ কাণে কাণে
চাৰেং চলি যায় ঐ চাৰেং চলি যায়।
হলৌ ললৌ টলৌ ললৌ
খাগৰিয়ে খায়
পৰ্ব্বতৰ কাণে কাণে
ফান্দী চলি যায় ঐ ফান্দী চলি যায়।
পৰ্ব্বততে আছিলি তই
কাক গাজ খাই ঐ কাক গাজ খায়
ভৈয়ামলৈ আহিলি তই
ফান্দীৰ চেপা পাই ঐ ফান্দীৰ চেপা পাই।
হাবিৰ কথা হাবিতে এৰিবি
ঘৰৰ কথা মনত লবি
বাবু চাবাইচ বাবু চাবাইচ
বাবু খাত, এই খাত (সকলোৱে মাতিব)।

শৰ্মাই সংগ্ৰহ কৰা হাতীৰ গীতবোৰ কি হল একো গম পোৱা নগল। বহুত কাগজ পত্ৰৰ লগতে সেইবোৰ হেৰাল যেন পাইছোঁ। তথাপি 'নীলাচল' কাকতত দুটামান গীত প্ৰকাশ কৰি এইবিধ লোক সাহিত্যলৈ দৃষ্টি আকৰ্ষণ কৰি এটা ভাল কাম কৰিলে। গুৱালপাৰা, কামৰূপ, শিৱসাগৰ জিলাৰ বিভিন্ন ঠাইত হাতীৰ গীত, সংগ্ৰহ কৰোঁতা ওলালে, পাবলৈ এতিয়াও আছে। কোনোজনে এই কাম হাতত লব পাৰে। লোক সাহিত্য ভঁৰাল টনকিয়াল হব আৰু লোপ পাব খোজা এবিধ সাহিত্যৰ পুনৰুদ্ধাৰ হব। শৰ্মাই নিজে এই গীতখিনি প্ৰকাশ কৰিবলৈ আজৰি নাপালে হবলা।

হাতী খেতৰ অৰণ্যক প্ৰয়াসৰ অৱসৰ সময়ত এইদৰে সাহিত্যৰ চৰ্চ্চা কৰাৰ দৃষ্টান্ত বেগুৰ শৰ্মা ভহে পোৱা যায়। দেশভক্ত তৰুণৰাম ফুকনে হাতী চিকাৰৰ মনোৰম বৰ্ণনা লিখিছিল কিন্তু চিকাৰৰ পৰা উভতি আহি বৰত বহি লিখিছিল। শৰ্মাই হাতীমহলৰ ধুৰাত বহি বুৰঞ্জীৰ চৰ্চ্চা কৰিলে, গীত সংগ্ৰহ কৰিলে আৰু মাজতে খাপ মাৰি ছিলঙলৈ গৈ ৰেড চাহাবৰ বুৰঞ্জীখন নিজহাতে নকল কৰি আনিলে। হাতীগিৰী ৰাধাকান্ত ফুকনে ও ৱাচোৱাৰ্কৈ সৰস্বতীৰ ৰাজ্য বিস্তাৰত হাত উজান দিলে, হয়।

# চাৰিং উন্নয়ন

## ১৯২৪-১৯৩৪

হাতী মহলৰ পৰা উভতি আহি পুনৰ যেতিয়া চাৰিং পায়হি তেতিয়া আন্দোলনৰ কালৰ পৰা চালে দেশ ৰিঙা। সকলো আন্দোলনকাৰী আকৌ নিজ নিজ কামত মন পুতি নামি গৈছে। তাৰ মাজে মাজে থপিয়াই ৰাজনীতিৰ সভা-সমিতিও পাতিছে। স্বৰাজৰ আগ্ৰহৰ উত্তাপটো চেঁচেৰা নপৰাকৈ আৰু পূৰ্বৰ ৰচনাত্মক কামবোৰ নমৰাকৈ জীয়াই ৰাখিবলৈ জৰা-ফুকা কৰি আছে। বিশেষকৈ হাতে কটা সূতাৰ প্ৰচলন তাৰ ভিতৰত এটা ঘাই কাম অৰ্কছিল। চাৰিঙতো সেই ধৰণৰ কামেই চুকে-কোণে মানুহে যি পাৰে কৰি পৰি অহা মনটো উটঙাই ৰাখিবলৈ চেলু একোটা উলিয়াই লৈছিল। ঘৰলৈ উভতি আহি শৰ্মাই হাতী মহলত লেখকৰ কাম কৰি পোৱা ধনেৰে পিতৃ শ্ৰাদ্ধত লগা ধকৰা ধাৰৰ নিজৰ অংশটোৰ ধাৰখিনি পৰিশোধ কৰি এটা চিন্তাৰ হাত সাৰিল। সংসাৰৰ অৱস্থা পানীত হাঁহ নচৰা নহলেও শোচনীয়ৰ ভাগতে পৰিছিল। খেতি পথাৰ আৰু লগতে অলপ উপকৰা আগম বঢ়োৱাৰ প্ৰয়োজন অনুভৱ কৰি ১৯২৫ চনত জীৱন বীমাৰ এজেন্সি এটা ললে। অসহযোগ আন্দোলনত ঘূৰোঁতে আৰু এনেয়েও স্বভাৱৰ গুণতে বহুত আঢ্যৱন্ত লোকৰ লগত পৰিচয় আৰু হলিগলি থকাৰ নিমিত্তে কিছুমান বীমাকাৰী সংগ্ৰহ কৰাত সফল হৈছিল। নেচনেল ইণ্ডিয়ান লাইফ ইঙ্কিওৰেঞ্চৰ এজেন্সি লৈ ৫০ হেজাৰ টকাৰ জীৱন বীমা কেইবছৰমানৰ ভিতৰতে কৰাবলৈ শৰ্মা সফল হৈছিল। সেই সময়ত এই মুঠটো তাকৰ বুলি কব নোৱাৰি। পাছলৈ যদিও বীমাৰ দালালি কাম এৰা পৰিছিল, জৰে এৰিলেও কৰ্পটিয়ে নেৰাৰ দৰে বৃদ্ধ কালতো তাৰ নল মৰি গজালি ওলোৱা দুই এটা জেঙা মাৰিবলৈ লেখা-লেখি আৰু ঘূৰা ঘূৰি কৰিব লগা হৈছিল। ইঙ্কিওৰেঞ্চৰ ব্যৱসায়ৰ পৰা যি এফেৰা আগম হৈছিল তাৰ পৰা সকলো তাৰৰ নমৰিলেও অলপ সকাহ পোৱাত সহায় হৈছিল।

জীৱন বীমাৰ এজেন্সিৰ লগতে আৰু এটা বস্তুৰ এজেন্সি হাতত লৈছিল। পেট্ৰল কম পোৱাৰ পৰা এবিধ বড়ি। পেট্ৰলত মিহলাই দিলে দূৰ অনুসাৰে গাড়ীত যিমান পেট্ৰল খাব লাগে তাতকৈ কম খায়। বস্তুটোৰ নাম আজি-কালি শুনা নাই। চৰকাৰী বিজ্ঞাপনতো কম পেট্ৰল কেনেকৈ পোৱে তাৰ দিহা দিওঁতে আন কিবা কিবিহে পৰামৰ্শ দিয়ে। বড়িটো হেনো জাৰ্মানীত প্ৰস্তুত হৈছিল। পাছে উনৈশ বিশৰ দশকত অসমত গাড়ীৰ সংখ্যা নিচেই তাকৰ আছিল। চাহ বাগিছাৰ মালিক আৰু বৰমূৰীয়া চাহাব কেইজনৰ গাড়ীয়েই সচৰাচৰ দেখিবলৈ পোৱা গৈছিল। আনকি ডাঙৰ ডাঙৰ বিষয়া-বিলাকৰো নিজৰ গাড়ী নাছিল। পেট্ৰলৰো আজিকালিৰ দৰে জুই ছাঁই দাম নাছিল। তেনে অৱস্থাত এই বড়ি নিয়মীয়াকৈ কিনোতা সৰহ নাছিল। এই বড়ি বেচিবলৈ শৰ্মাই বাগিছাৰ চাহাবৰ ওচৰ চাপিছিল। বাগিছাৰ চাহাব বিলাকক দেখা কৰি কাম সৰকোৱা বেণু শৰ্মাৰ এটা সজ হৈ পৰিছিল। সেই বিষয়ে পিছত "বাগিছাৰ চাহাবৰ প্ৰকৃতি" নামেৰে এটা প্ৰবন্ধও 'আলোক' নামৰ কাকতৰ বিশেষ সংখ্যা এটাত প্ৰকাশিত হৈছিল। এজন তেনে উগ্ৰ প্ৰকৃতিৰ বাগিছাৰ চাহাবৰ ওচৰলৈ গৈ কি দশা হৈছিল তাৰ বৰ্ণনা তেখেতৰ নিজ মুখে শুনিহে ৰস লাগিছিল। বাগিছাৰ চাহাব বুলিলে সেই কালত গোটেই দুতি-ৰঙা, এলাপেচা মানুহ ওচৰ চাপিবলৈ ভয়কে কৰিছিল, বঙলালৈ যোৱাযাৰ যে দূৰতো বিদূৰ। পাছে বেণু শৰ্মা এই বিষয়ত পাৰ্গত পুৰুষ আছিল বুলিব লাগে। ক'ত কেনেকৈ টুকুৰিয়ালে বাজিব সেই কথাৰ তেখেতে ভু পাইছিল। এদিন এখন বাগিছাৰ চাহাবৰ বঙলাৰ সমুখৰ ঘাঁহনিখনত থিয় দিছেগৈহে, চাহাবে ভিতৰৰ পৰা who you, who you কৈ যমটো অহাদি সমুখৰ বাৰাণ্ডা পালেহি। চাহাবৰ মুখৰ পৰা who you বজ্ৰ বাক্য ওলাল নেকি যমৰ লগৰীয়া কুকুৰটোৱেও ভৌ ভৌ কৰি খেদা মাৰি আহিল কি। বেণু শৰ্মাৰ সময়ৰ শৰ মনত পৰিল। সৰুতে গাঁৱত থাকোঁতে লগৰ লগত পৰৰ বাৰীৰ জেনেক টেঙা পাৰি থাওঁতে কুকুৰে খেদি আহিল। উপায় নেপাই উভতি লৰ মাৰোঁতে গৈ ডোং এটাত পৰিল গৈ। এজন ভকত শ্ৰেণীৰ মানুহ সেই পিনেদি গৈছিল। ল'ৰা কেইটাৰ দুৰ্দ্দশা দেখি তেওঁৰ বেয়া লাগিল। তেওঁ ল'ৰাকেইটাক এষাৰ উপদেশ দিছিল; বোলে কুকুৰে খেদিলে লৰ নেমাৰি মাটিত থামোচ মাৰি বহি দিব লাগে। কুকুৰ ভেতিয়া

খেদি নাহি বৈ যায়। এতিয়া এই মুহূৰ্ত্তত সেই কথা মনত পৰি বুঢ়াৰ কথা মতে মাটিত থামোচ মাৰি বহি দিলে। কি কথা কুকুৰটো সচাঁকৈ বৈ গ'ল। কুকুৰৰ লগত চাহাবো শাঁত পৰিল। পাছত কথা বতৰা হল কিন্তু বড়ি হলে বিক্ৰী নহল। বাগিছাৰ চাহাবে কিমান দূৰেই বা গাড়ী চলাই ফুৰে? যিবা অলপ ফুৰেও পেট্ৰলৰ খৰচটো চাহাবে গণিতা নকৰে। গতিকে পেট্ৰল কম পোৰোৱা বড়িৰ ব্যৱসায় নচলিল। আজি-কালি হলে কথা বেলেগেই হলহেতেন।

ইতিমধ্যে ১৯২৯ চনত আকৌ তিলক ফুকনৰ লগত গাৰোপাহাৰৰ খইৰেম হাতী মহলত বনবাস খাটিছিল। হঠাতে আকৌ এই ব্যৱসায়ত নমাৰ কাৰণটো অৰ্থৰ প্ৰয়োজন হোৱাৰ উপৰিও অৰণ্য বাসৰ নিৰ্জনতা আৰু লেখা পঢ়া কৰাৰ ছেগ উলিয়াব লোৱাযাবো হব পায়। এই হাতী মহলত থাকোতেই Assam Review পত্ৰিকালৈ কেইবাটাও প্ৰবন্ধ লিখিছিল। যাইকৈ বুৰঞ্জীৰ পুৰণি কথাই আছিল এই প্ৰবাহ কেইটাৰ উপজীব্য। কেইবছৰ মান পিছত ১৯৩১ চনত বেণু শৰ্মাই জীৱিকা মোকলাবলৈ এখন দোকানো পাতি লৈছিল। জীৱিকাৰ লগতে দোকান খনৰ আৰু এটা উদ্দেশ্য আছিল। খদ্দৰ শিল্পৰ প্ৰচাৰ যিমান হৈছিল কামত অৰ্থাৎ শিল্পন উৰনত তাৰ ব্যৱহাৰ যিমান বৃদ্ধি পাব লাগিছিল সিমান হোৱা নাছিল। খদ্দৰৰ কাপোৰ নানা ঠাইৰ পৰা মগাই অনাব লগা হৈছিল। ভলন্টিয়াৰৰ হাতত টাকুৰী একোটা থাকিলেও আৰু দুই এঘৰত যঁতৰ ঘুৰিলেও সি এপাচি কচু শাকত এটা জালুক। অসমৰ নগাঁৱতে খদ্দৰৰ উৎপাদন সৰহকৈ হৈছিল। যোৰহাটৰ কৃষ্ণ নাথ শৰ্মায়ো খদ্দৰ কাপোৰ সৰহীয়াকৈ উৎপাদন কৰাৰ অৰ্থে উদগনি দিছিল আৰু উৎকৃষ্ট জাতীয় কপাহৰ যোগান ধৰিছিল। পাছে পৰত আশা কৰি বনত বাস কৰাৰ দুৰ্যোগ যাতে নহয় সেই দশা আঁতৰাবলৈ এটা উপায় ৰূপে এখন দোকান খুলিলে। তাত কপাহ আৰু খদ্দৰৰ কাপোৰ সুলভ মূল্যত বেচি খদ্দৰৰ প্ৰচলন বৃদ্ধি কৰাত দোকান খনৰপৰা সুফল পোৱা হব বুলি শৰ্মাই ভাবিছিল। দোকান খনৰ নাম ৰাখিলে "আমাৰ দোকান"। 'আমাৰ' এই বহুবচনৰ নামটো জনপ্ৰিয়তাৰ আশাৰেহে ৰখা হৈছিল কিন্তু 'আমি' বোলোঁতে আন কাৰোবাৰ অংশ আছিল এনে নহয়, তাৰ সম্পূৰ্ণ স্বত্ব বেণু শৰ্মাৰ নিজা আছিল। হাতীমহলৰ সঙ্গী তিলক ফুকনৰ

পৰা ৰূপ ৩০০, ধাৰলৈ আনি দোকানখন পাতি লৈছিল। গজপুৰীয়া কাকতি গাঁৱৰ ফটিক চন্দ্ৰ কাকতি অসহযোগত ফাটেক খোৱা মানুহ, এনেয়ে বহি আছিল। তেওঁকে কৈ গাই "আমাৰ দোকানৰ" মেনেজাৰ পাতি ললে।

গধূলিবজাৰ ম'ৰাবজাৰ মৌজাৰ গাওঁবোৰত চোমনিত মুগা পোহা এটা আজৰি বতৰৰ খেতি আছিল বুলিব লাগে। এই ঠাইৰ মুগা-সূতা ভাল বুলি মানুহে আগ্ৰহ কৰি কিনিছিল। সেই সূতাবোৰ কিনি একে আগী কৰি মাদ্ৰাজৰ পিঠাপুৰমলৈ পঠিয়াই তাৰ সলনি খদ্দৰৰ থান কাপোৰ, চুৰিয়া, তলত পৰা, চোলাৰ কাপোৰ ইত্যাদি আনি বেচিছিল। ইয়াত বাদেও পিতলৰ সূতা কটা টাকুৰী, যঁতৰ, নেওঠনি আৰু কপাহো বেচিবলৈ মজুত ৰখা হৈছিল। আন লাগতিয়াল বস্তুৰ উপৰিও 'আমাৰ দোকান'ত তামোলৰ লগত খোৱা চুণা ধপাত, পুৰণি কুঁজি থেকেৰা, ফুলাম গামোছা, চেলেং আনকি পিঠাগুৰি চলা চালনিও বেচিছিল আৰু নানা ঠাইলৈ পাৰ্চেল কৰিও পঠাইছিল। শনিবাৰে দেও বাৰে নাইবা দৰ্মহা পোৱাৰ দিনা ওচৰৰ চাহ বাগিছা চেলেংহাট, ডালিম, হেমলাই, চটাই, নাগিনীজান আদি বাগিছাত হাট বহে। বস্তু বেচিবলৈ বেণু শৰ্মা এখন চাইকেলত খদ্দৰৰ টোপোলা একোটা লৈ সেইবোৰত উপস্থিত হয়গৈ। হাট বেহোৱাও হয়, লগতে বাগিছাৰ য'ত যেনেকৈ বাটত পৰে বন্ধু-বান্ধৱ ইষ্ট কুটুম্বৰ ঘৰত দেখা এটা দি জা-জলপান চাহ পানীৰে ভাগৰটো পলোৱাও হয়। বাগিছাৰ বনুৱাবিলাকেও ৰংচঙীয়া কাপোৰ দেখি খদ্দৰ কাপোৰ কিনে আৰু দামৰ মূল্যটোলৈ নেচায়। এইদৰে বাগিছাৰ কেৰেণী, মহৰী, বনুৱাৰ মাজত স্বদেশী প্ৰচাৰো হৈছিল অলপীয়া আগমো হৈছিল। 'আইৰো বাৰ্ত্তা গঙ্গাৰো যাত্ৰা। এইদৰে টলৌ টলৌ কৈ ফুৰিবলৈ শৰ্মাৰ বাহন আছিল এখন চাইকেল তাত ওলোমাই থোৱা মোনা এটা আৰু মাল কঢ়িওৱা কেঁৰেপখন। বুৰঞ্জী বিদৰ চাইকেলখনৰো এটা বুৰঞ্জী আছে।

'আমাৰ দোকান'ৰ বস্তু বেচিবলৈ ফৰাচী দেশত তৈয়াৰী চাইকেল এখন বেণু শৰ্মাই চন্দন নগৰৰ পৰা অনাই লৈছিল। তাৰ সজা (ফ্ৰেম) আৰু মাডগাৰ্ডৰ ওপৰত জাতীয় পতাকাৰ ত্ৰিবৰ্ণ চিন। 'চাৰিং কংগ্ৰেছ' এই আখৰ কেইটাও তাত চাব মৰা আছিল। সেই চাইকেলতে উঠি

বেণু শৰ্মাই সংসাৰখন ভ্ৰমি ফুৰিছিল। আন নালাগে, সেই কালছোৱাত এনেহে হৈছিল যেন বেণু শৰ্মা নামটো উচ্চাৰণ কৰাৰ লগে লগে টোপোলা যুক্ত চাইকেল আৰোহী কুন্দাই লাখুটি মানুহ এজনলৈ খপহ্ কৰে মনত পৰে। কিনা ইঁহৰ ঠোঁটলৈকে মণ্ডহৰ নিচিনাকৈ সেই চাইকেলখনে তৰণি নেপাইছিল। ১৯৩১ চনলৈকে বাইচাইকেলখন বেণু শৰ্মাৰ লগৰীয়া আছিল। চাইকেলত ফুৰাৰ অধ্যায় এটাৰ সক ঘটনা লৈ লিখিত প্ৰবন্ধ এটাত সজীৱভাৱে বৰ্ণোৱা আছে।

"শ্ৰদ্ধেয় বেণুধৰ শৰ্মাৰ লগত মোৰ কলেজীয়া জীৱনৰ ভিতৰতে প্ৰথম পৰিচয় ঘটে। যি সময়ত তেখেতে ডঃ ৰেডৰ অসম বুৰঞ্জীখন সঙ্কলন কৰি তাকে বেচিবৰ কাৰণে জেঠমহীয়া খৰটো আধা ভগা চাইকেল এপনত আৰোহন কৰি বাগিছাই, বাগিছাই টলৌ টলৌকৈ ঘুৰি ফুৰিছিল। তেতিয়া মই সাহিত্যিকৰ ইও এটা কৰ্ত্তব্যই বুলি ভাবিছিলো। ·· ···এদিন জহৰ দিনত চাইকেল কোবাই ঘূৰি ফুৰা শৰ্মা ডাঙৰীয়া দেখোন ভটং কৰে সোঁশৰীৰে আমাৰ বাগিছাৰ ঘৰত ওলালহি। ঘামে জুকলি হৈছে যদিও তেখেতৰ মুখৰ হাঁহি আৰু চকুৰ জিলিঙনি দেখি মই তম্মান। আমি ঘৰৰ ভিতৰতে তৰণি পোৱা নাই। এই আদহীয়া মানুহজনক কিহে মো গুটিৰ দৰে লকৰাইছে। এতিয়া স্মৰণ হৈছে তেতিয়া সেইদৰে মই ভাবিছিলোঁ। নিৰুদ্বিগ্ন শৰ্মাদেৱে কিন্তু চাইকেলখন ঘৰৰ ছাঁত আওঁজাই (হেন্দোলত বন্ধা কিতাপৰ জোলোঙা সহ) আগ চৰালৈ সোমায়েই বনিয়ন আৰু পাঞ্জাৱী চোলাটো সোলোকাই ৰদত দিবলৈ দি মুখ হাত ধুলে। চোলা কাপোৰ কেইটা মই ধোৱাই সোনকালে শুকাবৰ কাৰণে টান ৰদত মেলি দিবলৈ কোৱা মনত পৰিছে ইয়াৰ পিছতে শৰ্মাদেৱে মোৰ শয্যাখনত দীঘল দি এহাতে বিচনি মাৰি আনখন হাতেৰে বুকুৰ নোমখিনি লিৰিকি বিদাৰি মলা ধপাত এচিলিমৰ অৰ্ডাৰ দিলে। ধপাত আহিলত কাগজৰ ঠোলা এটা সাজি তাত চিলিমটো খাঁজি লৈ কেতিয়াবা চকু মুদি কেতিয়াবা চকু মেলি ভালকৈয়ে হোঁপাদিয়েক দি ললে। তাৰ পিছত অতি আচম্বিতে তেখেতৰ চিন্তাৰ ঢৌবোৰ পাৰ ভাঙি বাগৰিবলৈ ধৰিলে।" (অভিনন্দন গ্ৰন্থ পৃঃ ৪৯—৫০)

কালক্ৰমত চাইকেলখনত মামৰে ধৰিলে। কাপোৰ কপাহ, আৰু লগতে কিতাপ বেচাৰ চক্ৰ ভ্ৰমণো কমি আহিল কিন্তু সেইদিনবোৰৰ সোৱাদ

বা তিক্তা কেহাবোৰ অথলে যোৱা নাছিল। জীৱনৰ একোটা অধ্যায়ৰ খুটি-নাটি সকলো সবিস্তাৰে ধৰি ৰাখিব পৰা এটা লেকেটীয়া স্মৃতি শক্তিৰ তেখেত গৰাকী আছিল। সেইবোৰ ধ'ত যেতিয়া যেনেকৈ মনত পৰিব লাগে নিপানীকৈ মনত পৰে। তেখেতৰ লিখাবোৰ ফঁহিয়ালে মাজে মাজে সেই স্মৃতিবোৰ কেতিয়াবা লুকাই, কেতিয়াবা দেখদেখকৈ পাছ মেলি থকা পোৱা যায়। তেখেতে বহুত মানুহৰ বেহুৰূপ দেখিলে বহুতৰ মতি-গতি চিনি পালে বিবিধ ঘটনাৰ লগত জড়িত হল বা নহলেও গমগতি পালে, সেইবোৰেই সাহিত্যৰ বিষয় যেনেকৈ বঢ়া কৰিলে শব্দৰ ভঁৰাল আৰু তাৰো বিচিত্ৰ প্ৰয়োগ কৌশলবোৰ আয়ত্ত কৰাৰ সুযোগ পালে। এবাৰ কথাৰে কবলৈ গলে বেণু শৰ্মাৰ চাইকেল পৰিক্ৰমা সাহিত্য পথৰ এছোৱা।

চাইকেলত উঠি চাহ বাগিছাই, বাগিছাই গাঁৱে গাঁৱে বেণু শৰ্মাৰ নিচিনা প্ৰতিভাৱান লব্ধগৌৰৱ সাহিত্যিক এজনে চাইকেলৰ বেগত ভৰাই লৈ নিজৰ ৰচিত কিতাপ বেচি ফুৰিব লগা দৃশ্যটো অসমীয়া গ্ৰন্থ-কাৰৰ পক্ষে দুখ লগা। শাৰীৰিক পৰিশ্ৰম মানসিক উদ্বেগ আৰু আৰ্থিক ক্লিষ্টতা এই কেইটা সাহিত্যিকৰ ত্ৰিকটুৰ পৰিচায়ক হলেও অসমীয়া সাহিত্যিকৰ পক্ষে লোভনীয় উদগনি হব নোৱাৰে। বেণু শৰ্মাই খেতি পথাৰো কৰিলে, দোকানো পাতিলে, চাইকেল চোৱাৰী বেপাৰী হৈয়ো ফুৰিছিল, পাছে ধন ঘটাব ফালেদি যথা পূৰ্বং তথা পৰম্। খেতি পথাৰত ভোল যোৱা বা বেহা বেপাৰৰ লাভৰ মোৰ পোৱা মানুহৰ প্ৰকৃতি বেণু শৰ্মাৰ নাছিল। তাতোকৈ হোৱাহোৰে ধন চপোৱাৰ কোনো কামত এদনীয়াকৈ হাতীপূৰ দি লাগি যোৱাৰ ধৈৰ্য্য আৰু মনৰ লেকেটীয়া স্বভাৱ তেখেতৰ নাছিল। গতিকে এৰা ধৰা বা চেলেং পেটেং ভাৱেৰেই দোকানো চলাইছিল খেতিও কৰাইছিল উৰা বেপাৰতো এখুন্দা মাৰিছিল। এই বিষয়ে আত্ম বিশ্লেষণৰ সুৰত শৰ্মাই নিজেই কৈছে।

“ধাৰ ধুৰ মাৰি আমাৰ হাতো জৰ্জ্জৰীয়া হৈছিল। কিন্তু সাতপুৰুষত দোকান দি নোপোৱা, অসমীয়া মানুহে দোকান দি কঁৰীয়া লৈ গাথীৰ খীৰোৱা হবলৈ গৈ যি দশা হয় আমাৰো সেই দশা হ'ল। দুবছৰ মানৰ মূৰত (১৯৩২) আমাৰ দোকানত লালবাতি জ্বলিল অৰ্থাৎ আমাৰ দোকান বন্ধ হ'ল।” আৰৌ আন এঠাইত কৈছে—“আমাৰ দোকান

দিয়াৰ পৰা আমাৰ এই এটা অভিজ্ঞতা হল যে যেই সেই কাৰবাৰ কৰিবলৈ গলে একে হাতে দুই কল ধৰিবলৈ চাব নেলাগে। এহাতে খেতি পথাৰে গৃহস্থীথন, আনহাতে দোকান চলোৱা দুয়োটা কাম সমানে চলিব নোৱাৰে। অসমীয়া গাঁৱলীয়া দোকানীয়ে বন্ধ কৰি বিয়া খাবলৈ যায়; ৰাতি হলে ভাবনা চায়গৈ। দোকানৰ ব্যৱসায়টো তেওঁলোকে হাটৰো বাট মাকৰো ঘৰ বুলিহে ভাবে। এদিনীয়াকৈ দোকানত লাগি নেথাকে। এই হেতুকেই আমাৰ দেশত অসমীয়া ডেকা লৰাই দোকান পোহাৰ দি নিজৰ আৰু দেশৰ অৱস্থা উন্নত কৰিব নোৱাৰে। যেতিয়ালৈকে আমাৰ মানুহে দোকান পোহাৰ দি বেপাৰ বাণিজ্য কৰিবলৈ নিশিকে তেতিয়ালৈকে আমি অনা-অসমীয়া বৈশ্যৰ তলতীয়া হৈ থাকিব লাগিব। বৈশ্য বৃত্তিত সিদ্ধহস্ত হব নোৱাৰিলে স্বৰাজ পোৱা যেই নোপোৱাও সেই। (কং. কা. ৰ পৃঃ ২৬৬)।

উক্ত কেইষাৰ আমাৰ উক্তিৰ লগত অলপ ভাষ্য জুৰি দি আমিও কওঁ যে এহাতে গৃহস্থালি আনহাতে দোকান আৰু এখন হাতে উকলি পুৱা হৈ চাইকেলৰ হেন্দোলত ধৰা আৰু চতুৰ্থ খনেৰে সাহিত্য বা বুৰঞ্জী চৰ্চ্চা কৰি চতুৰ্ভুজ হবলৈ গলে লক্ষ্মীয়ে কৃপা নকৰে। লক্ষ্মী আই সদায় অকলশৰীয়াৰহে বশ্য। বেণু শৰ্মাই লক্ষ্মী আইক আন দেৱীদেউৰ লগতহে ফুল এপাহ দিছিল। তথাপি কিঞ্চিত নকৰিলেও আইয়ে বঞ্চিত কৰা নাছিল। ইতিমধ্যে সংসাৰ বৃদ্ধি ঘটিছিল অজিত শৰ্মাৰ পাছত দুগৰাকী ছোৱালীৰ জন্ম হৈছিল। ভায়েক ধৰ্মেশ্বৰে নাহৰকটীয়া চাহ বাগিছাত কেৰেণী কামত সোমোৱাও ভালে কেইবছৰ হৈছিল। মাটি বাৰীৰ ৰাজহি-ভুতহি মৰাত ধৰ্মেশ্বৰেও মাজে সময়ে সহায় কৰি আছিল। এই দৰেই বেণু শৰ্মাৰ সংসাৰখনৰ তাৰৰ মৰিছিল। তথাপি জগতক বৰ দি আপুনি নওঠা হোৱা স্বভাৱৰ ফলত অৰ্থাৎ জনহিতকৰ কামৰ হেঁচাত নিজৰ বেহাবেপাৰলৈ পিঠিদিয়া স্বভাৱে বেণুশৰ্মাৰ লগ নেৰিছিল। চতুৰ্ভুজ হৈ সকলো কামতে একো খুন্দা মাৰোতে কংগ্ৰেছলৈ পিঠি দিয়া নাছিল। ১৯২৪ চনলৈ দেখাদেখিকৈ আন্দোলন জাতীয় একো নহলেও পৰৱৰ্ত্তী আন্দোলনৰ কাৰণে তলহতীয়া প্ৰস্তুতি চলিয়েই আছিল। এনে সময় ছোৱাতো চাৰিওত কংগ্ৰেছ বুলিলে বেণু শৰ্মাই আছিল একমেৰ। "আমাৰ দোকান" খোলা হৈছিল ১৯৩১ চনত

কিন্তু তাৰ আগৰ পৰাই বিশেষকৈ ১৯২৫ চনৰ পৰা খদ্দৰৰ প্ৰচাৰ, মেলমিটিং কংগ্ৰেছ গঠনৰ কাম চলি আছিল আৰু শৰ্মাই সেইবোৰৰ গুৰি ধৰি আছিল। ১৯২৫ চনতে তেখেত অসম প্ৰদেশ কংগ্ৰেছৰ সদস্য নিৰ্ব্বাচিত হৈছিল আৰু ১৯৩৭ চনলৈকে একেৰাহে এই সদস্যত্ব অব্যাহত ৰূপে তেখেতৰ ভাগত আছিল। ১৯২৬ চনত পাণ্ডুত ভাৰতীয় জাতীয় মহাসভাৰ একচত্বাৰিংশ অধিবেশন হৈছিল। সভাপতি আছিল শ্ৰীনিবাস আয়েঙ্গাৰ। দেশভক্ত তৰুণ ৰাম আৰু কৰ্মবীৰ নবীন বৰদলৈৰ নেতৃত্বত গোটেই অসমতে পাণ্ডু কংগ্ৰেছ মহাসভাৰ কাৰণে ৰাইজৰ মাজত উথল-মাথল লাগিছিল। চাবিং কংগ্ৰেছৰ ফালৰ পৰাও প্ৰতিনিধিসকল আহিছিল। প্ৰদেশ কংগ্ৰেছৰ সদস্য হিচাপে বেণুধৰ শৰ্মাই বিভিন্ন কামত আগ ভাগ নহলেও পালি ভাগ লৈ ব্যস্ত আছিল। বিশেষকৈ শৰ্মাৰ ভাগত পৰিছিল 'কংগ্ৰেছ গাইড' এখন লিখাৰ। অভ্যৰ্থনা সমিতিৰ সহকাৰী সম্পাদক ৰোহিণী কান্ত হাতীবৰুৱাই যোগ্যজনক যোগ্য ভাৰ দি বেণু শৰ্মাৰ হতুৱাই এই 'গাইড' লেখোৱাইছিল। এই গাইডখন অসমৰ এখন সৰু দাপোন যেন হৈছিল আৰু সকলো লোকে প্ৰশংসা কৰিছিল। অকল অসমীয়া ভাষাতে তেখেতৰ লিখনি চোকা টেকেলা আছিল এনে নহয় ইংৰাজী লিখোঁতেও কলমে পদে পদে দৰক লৰ লগা নহৈছিল। ইংৰাজীত দুই এটা প্ৰবন্ধ ইয়াৰ আগতো লিখিছিল কিন্তু সেইবোৰ সাময়িক বাতৰি কাকতত। বুৰঞ্জী সেৱাৰ ভিতৰতে এই গাইডখনো ধৰিব পাৰি।

পাণ্ডু কংগ্ৰেছৰ পৰা উভতি গৈ চাবিং কংগ্ৰেছ টনকিয়াল কৰাৰ উপৰিও বিবিধ ৰাইজীয়া কামত হাত দিলে, দিলে মানে পৰিস্থিতিয়ে বাধ্য কৰালে। চাবিং একালৰ দুতি ৰাজধানী বুলি পোনতে আমি বৰ্ণাই আহিছিলো হয় পাছে বেণু শৰ্মাৰ দিনত ফাট দিয়া বসুমতী পাতালে পলাও অৱস্থাত। আলি-পদুলি গছ-গছনিয়েই নগৰ বা চহৰ (নগ=গছ)। ১৯২৫/২৬ চনত চাবিঙৰ এখন গাৱঁৰ পৰা আন এখন গাৱঁলৈ যাবলৈ পথৰুৱা বকিয়াত বাদে আলি বুলিব পৰা বাট নাছিলেই। একোটা আউটিলৈ যোৱা পথেই নাছিল। যিবা নগা আলি বুলি চাবিঙৰ কামীহাড় যেন ৰজাদিনীয়া আলিটো আছিল সিও বোলে ১৯২৩ চনলৈকে আলি নুবুলি গৰু, ম'হ, হাতী যোৱা এটা থাৱৈ বুলিব পৰাহে আছিল। চাবিঙৰ বাট পথৰ গোটেই পুৰাণখন শৰ্মাৰ ভাষাৰে শুনাহে ভাল

হব। সেই দশাত কি বুজিবে কেনেকৈ চাউল কোমলালে তাক বুজিবলৈ উক্ত হব।

"স্বৰ্গদেউসকলে পোন প্ৰথমেই দুটা আলি কৰাইছিল তথাপি তাৰ প্ৰতিও চকু দিওঁতা নাই। লোকেল বোৰ্ডে মন গলে বছৰি এচপৰা দুচপৰা মাটি পেলোৱায়, কিন্তু বাৰিষা হলেই সেই মাটি উটি যায়। মুঠতে ১৯২৩ চনলৈকে নগা আলিটো আলি বুবুলি হাতী ম'হ গৰু ঘোৰা খাবৈ বুলিব পৰাহে আছিল। আলিৰ অৱস্থা এনেকুৱা শোচনীয় আছিল যে যোৰহাট প্ৰবাসী শ্ৰীযুত নকুল চন্দ্ৰ ভূঞাৰ কলমটো যেন বাতৰি কাকতত নগা আলিৰ বিষয়ে লেখিবলৈকে জনম ধৰিছিল।" অসহযোগৰ জুই কুৰা টিমাই অহাৰ সময়ত যদুনাথ হাজৰিকা, টেপুৰাম গগৈ, শ্ৰীসকমন গগৈয়ে গাৰ্হলীয়া ঠাইবোৰ সুগম কৰাত দেহা উবুৰিয়াই লাগিছিল। নামডাঙৰ শিলসাকোৰ পৰা ধোদৰ আলিলৈকে ৯ মাইল মান বাটৰ ভিতৰত ২১ খন দলং বছৰি সজাই থাকিবলগীয়া হোৱাত লোকেল বোৰ্ডে নগা আলি আওতোৱা কামত টকা খৰচ কৰা কামত হাত ধৰি চলিছিল। বহুত দিনৰ পিছত তাৰা প্ৰসাদ চলিহা বেৰিষ্টাৰ চেয়াৰমেন হোৱা কালত ৰাধাকান্ত ফুকন ডাঙৰীয়াই ৭০০০ টকা বৰ্ডক ধাৰলৈ দি নগা আলিটো সঁচাসঁচি আলিমুৱা কৰিলে।" (কংকাৰ পৃঃ ১৭৮-৭৯) পাছে নগা আলিক আলিমুৱা কৰিবলৈ সাত হেজাৰ টকা উলিয়াই দিবলৈ ৰাধাকান্ত ফুকন হেন হিচাপী অথচ বদান্য পুৰুষজনক কোনে হেচুকিলে সেই কথাও এক কথা।

সেই সময়ত শিৱসাগৰ লোকেল বোৰ্ড ৰ চেয়াৰমেন আছিল বেৰিষ্টাৰ তাৰা প্ৰসাদ চলিহা। নগা আলিৰ শোচনীয় অৱস্থা আৰু দলংবোৰ পুৰণি আৰু হেলেকলেকীয়া হোৱাত ওপৰেদি যোৱা দুখন গৰুৰ গাড়ীৰ গৰু ঘুনীয়া হয়। তাকে চেলু পাই বেণু শৰ্মাই নিনাওকৈ অসমীয়া কাকতলৈ এখন চিঠি পঠিয়ালে। সেই চিঠিত আওপকীয়াকৈ চেয়াৰমেনকো দোষাৰোপ কৰা হৈছিল। চাৰিওভ অলপ মৃদু আলোড়ণ এটা সকলোৱে অনুভৱ কৰিলে। চেয়াৰমেন চলিহা জানোবা অসন্তুষ্ট হয় এই বুলি ভাবি স্বয়ং ৰাধাকান্ত ফুকনে স্বনামে এখন প্ৰত্যুত্তৰ পত্ৰ অসমীয়া কাকতলৈ পঠিয়ালে। ফুকনে তাত লিখিছিল "নগা আলিটো মোৰ দুৱাৰ মুখৰ আলি। সেই আলিয়েদি সদায় মটৰ গাড়ী, গৰু গাড়ী আদি নিৰ্বিঘিনিয়ে চলি থাকে। যিজনে চেয়াৰমেনক কণা বুলি অভিযোগ কৰিছে সেই জনেইহে কণা।"

চিঠিখন প্ৰকাশ হোৱাৰ অলপ দিন পাছতে চেয়াৰমেন চলিহা নিজৰ মটৰ গাড়ীৰে চাৰিঙলৈ নগা আলিয়েদি কাৰ্য্য গতিকে আহক। কিবা স্বৰূপত-মটৰ গাড়ীখন আলিৰ পিছল অথচ ওখোৰা মোখোৰা বাটত খৰ হেকৰাই আলিৰ দাঁতিৰ পথাৰৰ দলনিত পৰিলগৈ। সেই পৰা গাড়ীখন বাইজে ধৰি মেলি তুলি দিলে। বেৰিষ্টাৰ চলিহা ডাঙৰীয়াও অলপ বেলিৰ পিছত সুস্থ হল। চলিহা ডাঙৰীয়াই বুজিলে অসমীয়া কাকতত অযথাই দোষাৰোপ কৰা হোৱা নাছিল। বেণু শৰ্মায়ো ছেগ বুজি চুঙা চাই সোপা দি কলে, তাকো ৰাধাকান্ত ফুকন ডাঙৰীয়াৰ সাক্ষাতে 'কণা কোন এতিয়া ওলাই পৰিল'। চেয়াৰমেন চাহাবক বেণু শৰ্মায়ে বুধি দিলে আলি বন্ধোৱাৰ ভাৰটো ৰাধা ফুকনকে দিবলৈ, তাৰ য'দওবা নলয় অন্ততঃ হেজাৰ চেৰেক টকাকে বৰ্ডক ধাৰ স্বৰূপে দি আলিটো বন্ধোৱাৰ ব্যৱস্থা কৰিব লাগে। চলিহা ডাঙৰীয়াই বুদ্ধিটো হাততে পাই ভালেই পালে। ফুকনো নিৰুপায় যেন হল। চলিহাৰ অনুৰোধ অথলে যাবলৈ নিদি সাত হেজাৰ টকা ধাৰে দিবলৈ মান্তি হ'ল। সেই টকাৰে নগা আলিটো বহলো হল ওখও হল। নগা আলি আলিমুৱা হোৱাৰ কাৰণ হল চেয়াৰমেন তাৰা প্ৰসাদ চলিহাৰ মটৰ যান বিপৰ্য্যয়, ৰাধাকান্ত ফুকনৰ ধাৰেকৈ হলেও আগবঢ়োৱা টকা, কিন্তু এই আটাইবোৰৰ গুৰিতে নিমিত্ত স্বৰূপ আছিল বেণুধৰ শৰ্ম্মা।

চাৰিঙত তেতিয়া এটা ডাকঘৰো নাছিল। চাৰিঙৰ নিমিত্তে ডাকঘৰ বুলিবলৈ আছিল দুটা। এটা জাঁজী গড়মূৰত আৰু আনটো গৌৰী সাগৰত। দুয়োটা ডাক ঘৰলৈ চাৰিঙৰ পৰা চাৰি পাঁচ মাইল মান হব। তাকে যেনিবা গৌৰী সাগৰ সোঁহতীয়া আৰু জাঁজী ডাক ঘৰ চাৰিঙৰ মানুহৰ নিমিত্তে আওহতীয়া যেন আছিল। চিঠি এখন পেলাবলৈ কাৰ্ড বা লেফাফা এটা কিনো বুলিবলৈ এটা কণা কুঁজা ডাকঘৰ হে নেলাগে পি বা পিয়ন এটাই মধ্যভাৱে গুড দি আছিল তাকো আয় আগম নাই বুলি অলপ দিনৰ পিছত গুচাই পেলোৱা হৈছিল। মানুহে নিজে গৈ চিঠি পত্ৰ আনিবগৈ লাগে। দৈনিক বাতৰি কাকত ৩/৪ দিন মানৰ গোট খালে এদিন গৈ আনি বাহী বাতৰিকে চপাই মেলি সংবাদ বুভুক্ষা মাৰ নিয়াব লগা হৈছিল। অথচ এটা যে ডাকঘৰ লাগে তাক অনুভৱ কৰা লোকৰো চাৰিঙত একাল পৰা নাছিল কিন্তু ডাকঘৰ এটা প্ৰতিষ্ঠাৰ নিমিত্তে গা লাগি কাম কৰোঁতা হে নাছিল। ডাক ঘৰৰ অসুবিধাখিনি আটাইতকৈ বেছিকৈ ভুগিবলগীয়া

হৈছিল বেণু শৰ্ম্মাই নিজে। তেখেতে লিখিছে "২১--২২ চনত ধুমধাম কংগ্ৰেছৰ কাম চলাই থাকোঁতে শ্যাম সুন্দৰ চক্ৰৱৰ্ত্তী সম্পাদিত কলিকতীয়া দৈনিক কাকত 'চাৰ্ভেন্ট'খন আনিবলৈকে দিনৌ গৌৰী সাগৰলৈ যাবলগীয়া হৈছিল। নিতৌ অহা যোৱা কৰা বৰ টান কাম। পিয়ন নাথেই, বিপুৰা নো কিমান ধৰিম। বহুত কটজটৰ মূৰত কেতিয়াবাহে বিশ্বাসী মানুহ এজন দুজন পোৱা যায়।" সেইদেখি অগত্যা বেণু শৰ্ম্মায়ে চাৰিঙত ডাক ঘৰ এটা প্ৰতিষ্ঠাৰ কামত উঠি পৰি লাগিল।

চাৰিঙত ডাকঘৰ এটা লাগে বুলি তথ্যপাতি দি ডাক বিভাগৰ ওপৰৱালা সকললৈ শৰ্ম্মাই খনে খনে দৰ্খাস্ত দিবলৈ ধৰিলে। আবেদন নিবেদনৰ লানি নিছিগা ধাৰেও চুপৰিণ্টেণ্ডেণ্ট অফিচৰ মূধচত থকা বিষয়াৰ গাকে লৰাব নোৱাৰিলে। মূৰকত এখন চিঠি আহিল বোলে চাৰিঙত ডাকঘৰ দিব নোৱাৰি। এনেকৈ থাকোঁতেই ৰেড চাহাবৰ বুৰঞ্জী ছপোৱা কামৰ তদাৰক কৰিবলৈ বেণু শৰ্ম্মা কলিকতালৈ যাবলগীয়া হল। কলিকতাত গৈ তেখেতৰ ভাষাৰেই বুলিব লাগিলে পুৰুষ সিংহ চন্দ্ৰ কমল বেজবৰুৱাৰ লগত থাকিলগৈ। চন্দ্ৰ কমল বেজবৰুৱাই তেতিয়া বাগিছাৰ চাহাবৰ লগত বাগিছাৰ সোঁমাজে বাট ব্যৱহাৰ কৰাৰ অধিকাৰ লৈ থৈয়া নথৈয়া ৰণ চলাই আছিল আৰু তেখেতৰ পক্ষ সমৰ্থন কৰিছিল আন এজন বেৰিষ্টাৰ সিংহ দেশভক্ত তৰুণ ৰাম ফুকনে। তাতে বেণু শৰ্ম্মাই ফুকনক লগ পাই মাথি মাৰিবলৈ বৰটোপ টোৱাবৰ বুদ্ধি কৰিলে। চাৰিঙত ডাকঘৰ এটা বৰকৈ লগা হৈছে কিন্তু আবেদন নিবেদন সকলো হাতীৰ গালৈ তৰাৰ ফৰ্ম্মুটি যেন হৈছিল। সেই কথা ফুকনক বুজাই দিলে। এই কথা শুনি ফুকন ডাঙৰীয়াই শৰ্ম্মাক লগত লৈ সদৌ ভাৰতৰ ডাক-তাঁৰ বিভাগৰ উচ্চতম বিষয়া জনৰ ওচৰলৈ গল আৰু চাৰিংখন যে শিৱসাগৰৰ ভিতৰতে শিক্ষিত সম্ভ্ৰান্ত লোকৰ বসতিস্থান তাক বুজাই তাত এটা ডাকঘৰ দিবলৈ অনুৰোধ কৰিলে। ফুকনৰ কথাৰ ওপৰত দ্বিতীয় এষাৰ বাক্য সেই বৰমূৰীয়া বিষয়া জনে নুসুধিলেই। বেণু শৰ্ম্মাৰ হাতৰ পৰা দৰ্খাস্ত খন লৈয়েই সন্মতিৰ লক্ষণ প্ৰকাশ কৰিলে।

মাহদিয়েকৰ পিছত এদিন গৌৰীসাগৰ ডাকঘৰলৈ যাওঁতে ডাকঘৰৰ পৰিদৰ্শকজনেও সেইদিনা সেই ডাকঘৰ পৰিদৰ্শন কৰি আছিল। তেওঁক বেণু শৰ্ম্মাই ইংৰাজীৰে চাৰিং ডাকঘৰৰ বিষয়ে কথা সোধে। তেওঁ তাৰ উত্তৰ দিয়ে বঙলাৰে। এইকণ কথাই অসমীয়াগৌৰৱী বিস্ফুৰ্জ্জিত

তেজা বেণুধৰক বিছাই ডকাদি ডাকিলে। মুহূৰ্ত্ততে দাং খাই উঠি তেওঁ কলে— “ Were there a single European soul, I think you would have licked his feet and given him a post office.” পৰিদৰ্শকজনৰ যেন জোকৰ মুখত চুণ পৰিল। মুখৰো মাত হৰিল। এনেতে যেনিবা পোষ্ট মাষ্টৰজনে বেণু শৰ্মাক আজোৰ মাৰি ভিতৰ ফালে লৈ গৈ আগন্তুক বিসদৃশ পৰিস্থিতি এটা কলিতে মোহাৰি থলে।

শিৱসাগৰৰ ডাকোৱাল পালেহি, ডাক টোপোলাত ডেপুটি পোষ্ট মাষ্টৰ জেনেৰেলৰ এখন চিঠি ওলাল বেণু শৰ্মাৰ নামত। চিঠিখনৰ মৰ্ম্ম আছিল পৰীক্ষামূলকভাৱে ডাকঘৰ এটা দিব পৰা যায়, কিন্তু ৩০০ টকা জামিন দি ঘৰ এটা দিব লাগিব। ইও এক কাকতালীয় সংযোগ। বেণু শৰ্মাক তেতিয়া কোনে পায়। গধূলি ঘৰত আহি কেইবাজনো লগ লাগি পাতি ইাহ মাৰি ভোজ খালে। সকলো চৰ্ত্ত পূৰাই চাবিঙত ডাক ঘৰ এটা হ’ল। তাকে পাতোতে সকলোৱে যি যেনেকৈ পাৰিছিল সহায় বৰঙাণ হাতে হাতে আগচাইছিল। ৺ হেমকান্ত দুৱৰাই লিখিছে “প্ৰথম অৱস্থাত ডাক ঘৰৰ স্থায়িত্ব আৰু উন্নতিৰ বাবে ডাক কঢ়িওৱাৰ পৰা চিঠি বিলোৱা-লৈকে প্ৰায় সকলোখিনি কামকেই তেখেতে নিজেই কৰিছিল। পিছলৈ তেখেতৰ সহকৰ্মীসকলে সাল-সলনিকৈ এই কাম কৰি ৰাইজৰ উপকাৰ সাধন কৰিছিল।” সকলোৱে উমৈহতীয়া আৰু আশাশুধীয়া সহায়-সহানু-ভূতিত নিৰ্ভৰ কৰি চাবিঙৰ ডাকঘৰটি সুপ্ৰতিষ্ঠিত কৰিব পৰা হ’ল হয়, পাছে সূত্ৰধাৰ স্বৰূপ বেণু শৰ্মাই “আহে সভাসদ লোক” বুলি ডাক ছাড়িলে বুলিহে তাকে হবলৈ পাইছিল। ১৯২৮ চনৰ ১৬ জুলাইৰ পৰা সাত ঘোকত চাবিং ডাক ঘৰৰ যোগে বাকী পৃথিৱীৰ লগত চাবিং সংযুক্ত হ’ল।

১৯২৯ চনৰ এপ্ৰিলত চাবিঙত বৰ উদ্দীপনাৰে সৈতে চাবিংছাত্ৰ সভাৰ এখন বিশেষ উল্লেখনীয় অধিবেশন হৈছিল। এনেয়ে ছাত্ৰ সভা প্ৰায় অঞ্চলে অঞ্চলে একোখনকৈ গজি উঠিছিল। বছৰে একে প্ৰকাৰ কাৰ্য্যসূচীৰে একোখন সন্মিলনো ধুমধামেৰে অনুষ্ঠিত হৈছিল। তাত নতুনত্ব কেতিয়াবা কাচিৎহে দেখা গৈছিল। চাবিঙত পতা এইখন ছাত্ৰ সভা কেইবাটাও দিশৰ পৰাই গুৰুত্বপূৰ্ণ আছিল। চাবিঙত ছাত্ৰ সভা এখন আগতেও আছিল কিন্তু নামত, কলচপ কলচপ অৱস্থাত। স্থানীয় শিক্ষাবিদ আৰু ছাত্ৰহিতৈষীসকলৰ লগত পৰামৰ্শ কৰি এই ছাত্ৰ সভাখন সজীৱ

আৰু কৰ্মকুশল কৰিবলৈ বেণু শৰ্মাই পৰোক্ষ নেতৃত্ব গ্ৰহণ কৰিলে। ২৯ চনৰ ১৫/১৬ এপ্ৰিলত সাহিত্যৰথী পদ্মধৰ চলিহাৰ সভাপতিত্বত এই পুনৰ্জীৱিত চাবিং ছাত্ৰ সভা পয়োভৰেৰে অনুষ্ঠিত হৈছিল। সভাপতি চলিহাই ভাৰণত দেশৰ আৰু ছাত্ৰ জীৱনৰ কৰ্ত্তব্য সম্পৰ্কে সকলো দিশ সামৰিছিল। চলিহা ডাঙৰীয়াৰ উদ্দীপনাময়ী ভাষণে ছাত্ৰসকলকে নহয় উপস্থিত ৰাইজকো অনুপ্ৰাণিত আৰু কৰ্মপ্ৰৱণ কৰিছিল। উঠি অহা ছাত্ৰসকলৰ কথাই নাই, এনেয়ে সেই চনটোৰ ২৬ জানুৱাৰীত লাহোৰ কংগ্ৰেছ মহাসভাৰ অধিবেশনত পূৰ্ণ স্বৰাজহে ভাৰতৰ লক্ষ্য বুলি কৰা সভাপতি জৱাহৰলালৰ বজ্ৰ উদ্দোষে ভাৰতৰ অন্তস্তল ভেদ কৰি থৈছিল, তেনে সময়তে চাবিং ছাত্ৰ সভাই স্থানস্থ ছাত্ৰৰেই নহয় গোটেই শিৱসাগৰ মহকুমাৰ পশ্চিমাঞ্চলটোৰ ডেকা শক্তিক স্বদেশ উদ্ধাৰৰ মন্ত্ৰত উন্মদ কৰি পেলালে। এই ছাত্ৰ সভাত দেহে-কেহে লগা ছাত্ৰ মুঠিয়েই পাছৰ ১৯৩০ চনৰ আইন অমান্য আন্দোলনত আৰু ৪২ ৰ বিপ্লৱত মৰেঁ৷ জীওঁকৈ থিয় জাপ দিছিল। সাক্ষাৎ ভাৱে নহলেও ক্ষেণ বুজি ছাত্ৰ সভাখন পুনৰুজ্জীৱিত কৰাৰ গুৰিতে বেণুধৰ শৰ্মা। সেই সভাত তেখেতেই আছিল "বন্ধুচ পিতা ত্বমেৱ"।

১৯২০ চনতে বঙালী অধ্যাপকেৰে ফেৰিয়াফেৰি লাগি ইম্পৰিয়াল লাইব্ৰেৰীত ঘণ্টাৰ পিছত ঘণ্টা বহি প্ৰথম স্বাধীনতা যুঁজৰ ধুমুহাৰ অসমৰ ছাটি বা যিজনে বলাইছিল তেওঁৰ কাৰ্য্যাৱলী উদঘাটন কৰি অসমৰ গৌৰৱ জ্যোতি উলাহি ধৰি বেণু শৰ্মাই তেতিয়াই চমক লগাইছিল। কলিকতাৰ চিটি কলেজ ভৱনত বহা এ. এছ ক্লাবৰ অধিবেশনত ৫৭ ছাল নামৰ এটি প্ৰবন্ধ পাঠ কৰি মণিৰাম দেৱানৰ চমু জীৱনী আৰু সেই সংক্ৰান্ততে স্বাধীনতা আন্দোলনত অসমতো দা ধৰোৱাৰ কথাৰ আলচ কৰিছিল। অভিনন্দন গ্ৰন্থত অতুলানন্দ গোস্বামীয়ে লিখিছে যে "১৯২০ চনতে অসমীয়া ছাত্ৰই স্বাধীনতা যুঁজৰ কথা উপলব্ধি কৰিছিল আৰু তাত সংশ্লিষ্ট থকা লোকসকলৰ বিলুপ্ত স্মৃতি উদ্ধাৰ কৰিবলৈ দৃঢ় সংকল্প হৈছিল।" সেই প্ৰবন্ধটোকে বহলিয়াই নতুন তথ্যপাতি সংযোগ কৰি ১৯২৪ চনত কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ সভাপতিত্বত হোৱা অসম ছাত্ৰ সন্মিলনীৰ স্মৃতি গ্ৰন্থত "সাতাৱন ছাল" নাম দি এটা প্ৰবন্ধ লিখিছিল। এই প্ৰবন্ধৰ উষ্ণতা অনুভৱ কৰি এদিনাখন উজনি মুৰা ৰেলত এবেলগে যাওঁতে গুৱাহাটীৰ খ্যাতনামা

উকীল, জজ আৰু সমাজসেৱক কামাখ্যা ৰাম বৰুৱা ডাঙৰীয়াই কৈছিল "তোমালোক ডেকা ল'ৰা সদায় উষ্ণ আৰু অলপ মৃদু হবলৈ শিকিবা।" (কর্মযোগী কামাখ্যা ৰাম বৰুৱা পৃঃ ১২০)। স্বৰ্গীয় বৰুৱা ডাঙৰীয়াৰ উপদেশ গল কথা শুচিল কিন্তু বেণু শৰ্মাৰ উষ্ণতা শাঁত হলে নপৰিল। ভিতৰি গপগপীয়া হৈয়ে থাকিল তাৰেই ফল স্বৰূপে 'মণিৰাম দেৱান' গ্ৰন্থৰ প্ৰনয়ণ। ১৯৩১ চনত মণিৰাম দেৱান গ্ৰন্থ তেতিয়াও নেপথ্যৰ চোঁ-ঘৰতহে। তাৰ আগতে ৩০ চনৰ আন্দোলনৰ জোকাৰণিয়ে আন বিলাকৰো উষ্ণতা এখোপ বঢ়াই গল যদিও তাক শান্ত হবলৈ নিদিয়াকৈ ৰখাৰ দিহা কৰিবলৈ বেণু শৰ্মাই আয়োজন কৰিলে—মণিৰাম দেৱানৰ তিথি উৎসৱ, দেৱানৰ ফাঁচীৰ মঞ্চত উঠাৰ দিনটোত ২৬ ফেব্ৰুৱাৰীত। মণিৰামৰ তিথিয়ে অসমীয়া মানুহৰ হীনমন্যতাৰ মানসিক চামনিখন উটুৱাই নিব, ঘৰৰ চুকতে পাহৰণিৰ জাবৰত পোত খাই থকা স্বপ্ৰভ মণি এটাৰ পুনৰুদ্ধাৰ হব। দুৰণিৰ বীৰ বীৰাঙ্গনাৰ আদৰ্শ দাঙি ধৰাতকৈ ঘৰৰ কাষৰে গাতে পোৱা পুৰণি কাহিনীৰে উজ্জল হৈ থকা এজন পুৰুষৰ চানেকিয়েহে মুহ্যমান হৈ থকা জাতি এটাক গা উতভাবলৈ সামৰ্থ্য দান কৰিব। পৰাধীনতাৰ ফেঁচজালিতে ইংৰাজ ৰাজত্বৰ মাৰ চিন্তিবলৈ গৈ আপোনাকে উৎসৰ্গ কৰা দিগ্‌গজ পুৰুষ মণিৰামৰ কথাই যদি অসমীয়াক মানুহমুৱা হবলৈ উদগনি দিব নোৱাৰে তেনেহলে আৰু কিহে দিব। এইবোৰ ভাবি গুণিয়ে মণিৰাম দেৱানৰ তিথি উৎসৱ পাতিবলৈ বেণু শৰ্মা দৃঢ়সংকল্প হৈছিল। কংগ্ৰেছ কৰ্মী বেণুধৰ শৰ্মা কিছুদিনৰ কাৰণে মণিৰাম দেৱান ময় হৈ পৰিল।

মণিৰাম দেৱানৰ প্ৰথম তিথি উৎসৱৰ সভাপতি আছিল নীলমণি ফুকন। নীলমণি ফুকন তেতিয়াও 'ককা' হোৱা নাছিল, খদ্দৰৰ গান্ধী টুপিও শিৰোভূষণ নাছিল, কথাই কামে ৰাজভক্ত বাগিছাৰ মালিক। তেনেজন লোকে যে সভাপতি হবলৈ স্বীকাৰ কৰিলে সেইটোৱেই দেৱানৰ কল্পমূৰ্ত্তিৰ মহিমা ঘোষণা কৰে। বেণু শৰ্মাৰ উৎসাহ, উদ্যম আৰু ৰতন চিনাৰ ক্ষমতাৰ কথাও লগতে সুঁৱৰিব লাগিব। ফুকনৰ সভাপতিত্বত হোৱা এই উৎসৱ চাৰিংহে নেলাগে গোটেই অসমতে নতুন আৰু গা ৰণজিৎ লগা অনুষ্ঠান হৈছিল। তাৰ আগতে এনেকুৱা উৎসৱ হৈছিল কেৱল জয়সাগৰৰ

পাৰত আৰু জাঁজীত হোৱা নাচিত মেলা। মনিৰাম দেৱানৰ উৎসৱ নামতহে চাৰিঙত, তাত শিৱসাগৰ মহকুমাৰ গোটেই গণ্য মান্য লোক উপস্থিত আছিল। চাৰিং, জাঁজী, আমগুৰি, গৌৰীসাগৰ প্ৰভৃতি ওচৰৰ ঠাইৰ বাইজেই জাওৰ খাই পৰিছিল। উৎসৱৰ সভাৰ পৰা উভতি যোৱা সকলো মানুহে ধইন ধইন বুলিলে, একেবাক্যে সকলোৱে কলে এনে উৎসৱ সঁচাকৈয়ে 'ন ভূতো ন ভৱিষ্যতি'। পিছে তাৰ কাৰণে বেণু শৰ্ম্মাই কি কৰিলে, কিমান ৰ'দত শুকাল, কিমান বৰষুণত তিতিল, কিমান মানুহৰ নঙলাই নঙলাই উকি মাৰিলে, কিমান বাগিছাৰ চাহাবৰ লগত মিতিৰালি পাতিলে অথবা কাজিয়া কৰিলে তাৰ লেখ আজি কোনে দিব। কংগ্ৰেছৰ কাঁটিয়ালি ৰ'দত নিজৰ কথা যিকণ লিখি গৈছে সি এপাছি কচুশাকৰ এটা জালুক। অথচ চাৰিঙৰ ৰৰঘৰৰ জীয়ৰী বোৱাৰীয়েও মনিৰাম উৎসৱৰ সফলতাৰ যশস্যা অৰ্জ্জাত কিমান কপালৰ ঘাম মাটিত পেলালে তাৰ লেখ শৰ্ম্মাই নিগুটি নিগুটিকৈ লৈ গৈছে।

ফিৰিঙতিৰ পৰা খাণ্ডৱ দাহ হোৱাদি গোটেই চাৰিং জকাইচুক আৰু শলগুৰি মৌজাৰ ৰাইজ এটা সৰু কথাৰ পৰাই, একগোট হব লগা হল। সৰু বুলিছোঁহে পাছে এই সৰু ঘটনাৰ বীজৰ পৰাই এজোপা ৰৰবিহৰ গছে ছাটি ধৰাৰ আশঙ্কা হৈছিল। ম'ৰাবজাৰ আৰু শলগুৰি মৌজাৰ সীমাতে ৰেলিমুখীয়া গ্ৰেজিংখন চৰকাৰী আছিল আৰু চাৰিং শলগুৰি এই দুয়ো মৌজাৰে ৰাইজৰ চৰণীয়া পথাৰ আছিল। গৰু ম'হ যি চৰেই তাতে থকা ওৱাকচোং বোলা হাবিখনৰ পৰা খৰি কাঠো সংগ্ৰহ কৰিছিল। ১৯৩৩ চনত কিছুমান মাটি থকুৱাই তাৰ মাটি বেদখল কৰি তাতে ঘৰদুৱাৰ সাজি গৰু ম'হ ৰাখি নিগাজীকৈ বসতি কৰিবলৈ ললে। লগে লগে তাকে কিন্তু চেলু লৈ এনে বেদখল বসতি দুবৰি বনৰ দৰে যে এদোপ দুদোপকৈ বাঢ়ি যাব সেই ভয় আৰু অমূলক হৈ নেথাকিল। জোৰ আহি হাত নৌ পাওঁতেই প্ৰতিবিধান কৰাৰ প্ৰয়োজন বুজি কেইখনমান গাৱঁৰ ৰাইজে মুঠ বান্ধি এদিন বেদখলকাৰী মানুহৰ ঘৰ কেইটামান ভাঙি পেলায় আৰু জুই লগাই দিয়ে। বেদখলকাৰী উচ্ছেদীকৃত মানুহবিলাকে আমগুৰি থানাত এজাহাৰ দিলেগৈ। পুলিচে আহি তদন্ত কৰি ৫৫ জন মানুহক আপাততদোষী যেন পাই একেলগে গ্ৰেপ্তাৰ নকৰি পাছদিনা থানাত গৈ হাজিৰ হবলৈ কড়া হুকুম শুনাই থৈ গ'ল। সেই

বাতিয়েই পুলিচৰ কৱলত পৰা মানুহৰ একাংশ অগতিৰ গতি বেণু শৰ্মাৰ ওচৰ চাপিল। কথাৰ আঁত ধৰি শুৰিৰ পৰা আগলৈকে আউটি চোৱাৰ আৰু সেইমতে কৰণীয় বিষয়ৰ কিটিপ উলিওৱাত পাৰংগত বেণুধৰ শৰ্মাই বুধি দিলে "তোমালোক কোনো নেযাবাহঁক, পুলিচে কি কৰে কৰকচোন বাৰু"। দুৰ্গতিত পৰা ৰাইজো সেইষাৰ বচনতে প্ৰত্যয় গৈ পুলিচ থানালৈ নগৈ ঘৰতে বহি থাকিল। ইপিনে বেণু শৰ্মাই পাছদিনা পুৱাই শিৱসাগৰলৈ গল আৰু পুৰণি কেডেষ্টেল মেপ এখন দেখুৱাই মহকুমাধিপতিক জনালে যে বেলিমুখীয়া গ্ৰেজিং ১৮৬০ চনৰ পৰাই চৰকাৰী হৈ আছে। খিলঞ্জীয়া মানুহে এতিয়াও তাক মহাৰাণীৰ গ্ৰেজিং বোলে। তাৰ লগে লগে এখন তঁাৰ আবেদন পঠালে অসম উপত্যকাৰ কমিছনাৰ চাহাবলৈ। আবেদনৰ ফলত মহকুমাধিপতিয়ে নিজে গোটেই ঘটনাৰ চৰজমিনে তদন্ত কৰি গল। ৰাইজৰ গুজৰ যে সঁচা তাৰ প্ৰমাণ পাই কথাৰ সিমানতে ওৰ পেলালে। পুলিচৰ য'ৰে ৰিপোৰ্ট ত'তে থাকিল। ৰাইজৰ টেটুৰ পৰা পুলিচে লগোৱা জৰীডাল আপোনা আপুনি কেনিবা উৰি গল। বেলিমুখীয়া চৰণীয়া পথাৰ বেদখল মুক্ত হৈ আগৰ দৰেই মহাৰাণীৰ গ্ৰেজিং হৈ থাকিল।

সক ঘটনা হল কি হল, বেলিমুখীয়া গ্ৰেজিং বাহিনীয়ে বেণু শৰ্মাক আৰু আনকো বাধ্য কৰালে যে ৰাইজে মাৰ বান্ধিলে জাককৰা নাও বামেও চলে। বেণু শৰ্মাই মনে মনে আলচ কৰিলে "ধপকৰে খেতিয়কৰ মন প্ৰত্যক্ষ বিপ্লৱৰ ফালে ঢাল খুওৱা টান ...... সেই গুণে খেতিয়কৰ উমৈহতীয়া বিক্ষোভত বা দিব পাৰিলেই জাককৰা জাগৰণৰ অগ্নিপৰ্বত এটা অনায়াসে নিৰ্মাণ কৰিব পাৰি। অসন্তোষীয়া স্বাৰ্থটো উমৈহতীয়া নহলে বাৰ বেবেঞ্জীয়া মানুহ কেতিয়াও একগোট নহয়। সেই বাবে কামোৰ মাৰিব পৰা তেনেকুৱা ছেগ এটালৈ খাপ দি থাকিব লগা হল।" ওপৰত কোৱা বেলিমুখীয়া গ্ৰেজিং সংক্ৰান্ত ঘটনাটোতেই সেই ছেগ। সেই অভিপ্ৰেত ছেগটো খাপ মাৰি ধৰি ওচৰৰ ৰাইজক এক গোট হবলৈ আৰু গ্ৰেজিংখন লৈ উন্তৰ হোৱা একতাক স্থায়ী কৰিবলৈ এখন ৰায়ত সভা পাতিবলৈ বেণু শৰ্মাই স্থিৰ কৰিলে আৰু সেই অৰ্থে ৰাইজকো উদগাবলৈ ধৰিলে। তাৰ ফলত "চাৰিং শলগুৰি ৰায়ত সভা"ৰ উদ্ভৱ হল। দুয়োটা মৌজাৰ ৰায়তে হিয়া নধৰা উৎসাহেৰে সভাখন পাতি-বলৈ বাতিয়ে দিনে সমানে উজাইছিল। বৌমাৰী বিলৰ মুকলি পথাৰত

এই সভা অনুষ্ঠিত হৈছিল। শৰ্মাৰ ভাষাত "সভাৰ দিনা বানৰ মুখত থকা চন্দা মাছৰ দৰে ইমান হেঁচা টেপা হৈছিল যে তেলীয়াল, মহছাল গড়কাযৰীয়া আৰু কৈবৰ্ত্ত গাৱঁৰ মাজেদি কাঁড় এটা সৰকি যাবলৈও সন্ধি নোহোৱা হৈছিল। দুয়ো বাতি ভাওনা চোৱা মানুহৰ কিৰিলি ভাৱৰীয়াৰ বচন আৰু গায়ন বায়নৰ গিৰগিৰণিত ৰৌমাৰি বিলৰ চৌপাশে থকা মানুহে টোপনিৰ নামত চকুৰ টিপ এটাও মাৰিব পৰা নাছিল। এই সভাত নিয়মাৱলী ৰচনা কৰি এখন স্থায়ী সভাৰ ৰূপ দি নাম থোৱা হল "চাবিং শলগুৰি ৰায়ত সভা"। তাত কেইবাটাও প্ৰস্তাৱৰ উৎসাহপূৰ্ণ আলোচনা হৈছিল আৰু সৰ্বসম্মতি ক্ৰমে পাৰিত হৈছিল। তাৰে এটি আছিল চাবিঙত এটি হাস্পতাল স্থাপন কৰা। সভাখনৰ পাছৰ অধিবেশন কেইবাটাও জাক-জমক আৰু উৎসাহৰ ভৰপূৰতাৰ মাজত অনুষ্ঠিত হৈছিল। খেমদৌ পুখুৰী পাৰত হোৱা দ্বিতীয়খন ৰায়ত সভা উল্লেখ কৰি চাবিঙৰ সেই হেমকান্ত দুৱৰাই কৈছে "খেমদৌ পুখুৰীৰ পাৰ কেইবাটাও মৌজাৰ ৰাইজ গোটাই ৰায়ত সভা পাতি ৰাইজৰ মাজত যি জাগৰণৰ সোঁত বোৱাইছিল (বেণু শৰ্মাই) তাৰ স্মৃতি হয়তো বহুতৰ মনত এতিয়াও সজীৱ হৈ আছে।" (অ: গ্ৰ: ১০০)। ১৯৩৩ চনত আন এখন ৰায়ত সভাৰ সভাপতি হৈ এটা উদ্দীপনাময়ী ভাষণ দিছিল। সেই বাৰ সভা হৈছিল নাহৰকটীয়াত ১৯৩৩ চনত। সেই ৰায়ত সভাৰ জাল সেই অঞ্চলত বহুদিনলৈকে আছিল।

"চাবিং শলগুৰি ৰায়ত সভা"ৰ প্ৰথম অধিবেশনতে চাবিঙত যি এটা হাস্পতাল স্থাপন কৰিবলৈ সংকল্প লোৱা হৈছিল, তাক কাৰ্যত পৰিণত কৰিবলৈকো পোনতে আগৰণুৱা হৈ গল বেণু শৰ্মা দেৱ। যদিও নামত হাস্পতাল এটা স্থাপিত হওঁতে বহুত দিন লাগিছিল, তথাপি ইয়াৰ বাবে প্ৰাথমিক কামবোৰ ৰায়ত সভাৰ পাছতে হাতত লোৱা হৈছিল। সেই কাৰণে চাবিং হাস্পতাল আখ্যান এই খিনিতেই থোৱতে কৈ থোৱা ভাল হব। এই কামত বেণু শৰ্মাই দেহা মাৰি চাইকেল ঘূৰাই যি ফুৰিছিলেই মান অপমানৰ সোৱাদো বাৰুকৈয়ে পাইছিল। বাগিচাৰ চাহাবৰ পৰা মান বটা পাইছিল আৰু গাৰ নোম স্থানীয় ৰাইজৰ থাই-পাত ফলা এচামে মিছা অপবাদ উলিয়াই হেনস্তাও কৰিছিল। চৰকাৰৰ ঘৰৰপৰা তেতিয়াৰ স্বায়ত্ব শাসনৰ মন্ত্ৰী কনকলাল বৰুৱাৰ

পৰা আশাজনক প্ৰত্যুত্তৰ পালে "তোমালোকে ঘৰ এটা সাজা। দুৱৰ পাতি যি লাগে চৰকাৰে দিব। লোকেল বোৰ্ডৰ পৰা দাবীৰ অনুমোদন টোকা পালেই হব। ঘৰ সজা হলেই তোমালৈ বাক মোৰ হাত খৰচৰ পৰা ২০০ টকা পঠাম।" মন্ত্ৰী ডাঙৰীয়াৰ চিঠি পাই হাস্পতালৰ নিমিত্তে মুৰ পুতি লাগিবলৈ বেণু শৰ্মাৰ গা উঠিল। বহুত খটবাদ্ধৰ মুৰত ৩০০ টকাত মাটি এডোখৰ ঠিক হ'ল যদিও দাম দিবলৈ আক ঘৰ সাজিবলৈ টকা নাই। নাহৰকটীয়া বাগানত তেতিয়া কেৰাণী কাম কৰি শৰ্মাৰ ভায়েক ধৰ্মেশ্বৰৰ পৰা ধাৰ তিনিশ ধাৰলৈ আনি অধি গ্ৰহণ কৰা মাটিৰ দামটো ট্ৰেজেৰীত জমা দিছিল। হাস্পতালৈ সহায় খুজি বহুত মানুহৰ ওচৰ চাপিছিল আক বহুতোলৈ দান বিচাৰি অনুৰোধ পত্ৰ পঠিয়াইছিল। তাৰে ভিতৰত আমগুৰি বাগিছাৰ ৱাৰেন চাহাবৰ কথা বিশেষভাৱে উল্লেখযোগ্য বুলি মনত ধৰে। প্ৰথমতে চিঠিৰ ওপৰত চিঠি দি ৱাৰেন চাহাবৰ পৰা নিৰাশ-জনক উত্তৰ পাই বেণু শৰ্মাই টান চিঠি এখন লিখি পঠিয়ালে বোলে "আপোনাক ইমান অমানৱীয় বুলি ভবা নাছিলো। ভাবিছিলো আপুনি চাৰ জেমচ্‌ বকিংহামৰ উত্তৰাধিকাৰী, বকিংহামৰ দৰে আপোনাৰো মানৱীয়তা আছে। আপোনাৰ অন্তৰত তেনে মহৎ গুণৰ অভাৱ হোৱা দেখি আচৰিত হৈছো।" ( কঃ কাঃ ৰ পৃঃ ২৫৯ ) চিঠি পাই ৱাৰেন চাহাবে শৰ্মাক মাতি পঠিয়ালে। শৰ্মা আমগুৰি বাগিছাৰ বঙলা পাওঁতে চাহাবে তেখেতক দেখি পোন প্ৰথম সম্বোধন কৰিছিল 'Do not call me inhuman' অৰ্থাৎ মোক নিষ্ঠুৰ নুবুলিব বুলি ক্ষমা খুজিছিল। লগে লগে বৰ কেৰাণীক তৎক্ষণাত ধন ২০ টকা দিবলৈ কলে। এইখিনি হ'ল হাস্পতালৰ বাবে নগদ দান। তাৰ উপৰিও পুৰণি টিনপাত আক দুজোপা গছসৰৈ গছ দিবলৈকো মান্তি হ'ল।

এই প্ৰসঙ্গতে বকিংহাম চাহাবৰ কথা ওলালত বেণু শৰ্মাই 'আসাম বিভিউত' বকিংহামৰ বিষয়ে লিখা প্ৰবন্ধটোৰ কথা উলিয়ালে। চাহাবে লগে লগে সেই বাগিছাৰ সংগ্ৰহত থকা সেই বিশেষ কপিটো চাই বৰ বং পালে। বঙতে ৫০ টকা পুৰস্কাৰ যি দিলেই ব্লকৰো খৰচা দিলে। সেই টোটোকে ৰোটো কৰি চাৰিওৰ ভুজনমানে উলিয়াই দিলে বোলে বেণু শৰ্মাই আমগুৰি বাগিছাৰপৰা ২০০ টকা আদায় কৰি হাস্পতালৰ ভঁৰালত মুঠে ২০ টকাহে জমা দিলে। শৰ্মাৰ মন ভাগি গ'ল। ইয়াৰ পিছতো নিজে ফুৰা

চকা, ঠাই চিকুণোৱা, আন আন খৰচৰ বাবদ যি ধন খৰচ হৈছিল তাকো এজন মানুহৰ পৰা ধাৰলৈ আনিছিল। সেই টকাও শেষত নিজৰ মাটি এটুকুৰা বেচিহে পৰিশোধ কৰিবলগীয়া হৈছিল। উচটাই বাজী গৰু হাল বোওৱা বিলাকে বিধি পথালি নিদিয়া হলে ১৯৩৬ চনতে চাৰিঙত এটি প্ৰথম শ্ৰেণীৰ চিকিৎসালয় স্থাপিত হলহেঁতেন। তথাপি ইমানবোৰ সত্বেও চাৰিঙৰ শিৱকান্ত দুৱৰা, ডাক্তৰ হৰকান্ত দুৱৰা প্ৰভৃতিৰ অমোল সহায়তাৰ কথা বেণু শৰ্মাই শ্ৰদ্ধাৰে সুঁৱৰিছে।

যিডোখৰ ঠাইত এতিয়া আস্পতাল আছে তাক দখল লবলৈ যাওঁতে মাটিৰ আগৰ গিৰিহঁতজনে শৰ্মাক কুঠাৰেৰে কাটিবলৈ খেদি আহিছিল। জেওৰা দি বেৰাই থোৱা দেখি কেইজনমান উদ্ধত আৰু জেঙা উলিয়াবলৈ ছল চাই ফুৰা ডেকাই জেওৰাৰ খৰিৰে বেণু শৰ্মাৰ জুমুধি পুৰিছো বুলি জুই ধৰি চিঞৰ বাখৰ কৰিছিল। বাজহুৱা কামত অমৃত মথিবলৈ যাওঁতে বেণু শৰ্মাই বজা ঘৰৰ কোপত জেল খোৱাৰ পাছত ৰাইজৰ কোপত পৰি এই প্ৰথম বিষপান কৰিবলগীয়া হৈছিল। এইখিনি অৱশ্যে আমাৰ বৰ্ত্তমানে আলোচ্য কালছোৱাৰ পাছৰ পৰ্ব্বহে। তথাপি আস্পতাল পৰ্ব্বৰ শুৰি এইছোৱা কালতে দেখি সবিশেষ পাছৰ কথাও লগতে কৈ মোখনি মাৰি থোৱা হ'ল।

আলোচ্য কালছোৱাত ১৯৩০ চনৰ আইন অমান্য আন্দোলন ভাৰতৰ ইতিহাসৰ অন্যতম অহিংস স্বৰাজৰ মূল ৰণ। ১৯২১-২২ চনৰ অসহযোগত সৰ্ব্বস্বান্ত হোৱা সংসাৰ বেহুত মেৰপাক খোৱা আৰু বয়সৰ হেঁচাত কৰ্মঠ হৈ নথকা বহুতজনে এই আন্দোলনত পাছৰ পৰা বল দিলেও ফাটেক খাব লগাকৈ সমুখ সমৰত টঙ্কাৰ মৰা নাছিল। নাথাকিলেও কংগ্ৰেছৰ গঠনমূলক কামত, ভলন্টিয়াৰ সংগঠন, বিলাতী বৰ্জ্জন প্ৰভৃতি কামত দেহেকেহে ডেকাবিলাকৰ লগত উজাইছিল। ৩০ চনৰ আন্দোলনত বেণু শৰ্মা ৩৬ বছৰীয়া কৰ্ম্মঠ পুৰুষ কিন্তু সংসাৰৰ হেঁচাই পেপুৱা নকৰিলেও আহুকলীয়া দশাৰ সৃষ্টি কৰিছিল। সেইদেখি ফাটেক খোৱাকৈ আইন অমান্য কৰি পুলিচৰ হাতত ধৰা দিয়া নাছিল। নাছিল হে নাছিল, কংগ্ৰেছৰ বাকী-বিলাক কাৰ্য্যক্ৰমত লগে-ভাগে আগুৱাবলৈ পিছ হোঁহোকা মৰা নাছিল। ১৯২১ চনৰ অসহযোগ আন্দোলনৰ আন বীৰসকলেও যথাসাধ্য বৰঙণি যোগাই আছিল। চাৰিং কংগ্ৰেছৰ সকলো কথাতে সেইদৰে বেণু শৰ্মাৰ

পৰামৰ্শ নহলে নচলিছিল। এই বিষয়ত চাবিঙৰ ধাত্ৰুকীসকলৰ উপৰিও শিৱসাগৰৰ সোণাৰাম দত্ত বেণু শৰ্মাৰ প্ৰধান লগৰীয়া আছিল। পাছে আইন অমান্য আন্দোলনত ক্ষাটেক খাই যিখিনি কৰিলেহঁতেন, সেই আন্দোলন চেচেৰা পৰোঁ পৰোঁ হওঁতে যি কুৰা দপদপীয়া জুই বেণু শৰ্মাই জলালে তাৰ মূল্য অসমত জাতীয় চেতনাৰ জাগৰণ ইতিসাহত অতুলনীয়। এই জুইকুৰাই হ'ল ১৯৩১ চনৰ ফেব্ৰুৱাৰীত চাবিঙত পতা অভূতপূৰ্ব্ব অনুষ্ঠান মণিৰাম দেৱানৰ তিথি উৎসৱ। এই উৎসৱৰ সাফল্যৰ অৰ্থে চাবিঙৰ আবালবৃদ্ধবনিতা উবুৰি খাই পৰিছিল সঁচা কিন্তু সেই বিৰাট আৰু বহুমুখী কাৰ্য্য পৰম্পৰাৰ মধ্যমণি আছিল মণিৰামপ্ৰাণ বেণুধৰ শৰ্মা।

৩৪ চনত অস্পৃশ্যতা নিবাৰণৰ অভিযানত গান্ধী মহাত্মা ১৮ এপ্ৰিলৰ দিনা শিৱসাগৰলৈ যায়। বাটত টিয়ক, জাঁজী আদি কংগ্ৰেছৰ প্ৰধান ঠাইত গান্ধীক জয় মাল্য দিবলৈ উদ্যোক্তাসকলে সুযোগ নিদিলে। সেই ক্ষোভতে জাঁজীৰ মানুহে বাতৰিত লিখিছিল বোলে "জাঁজীত মহাত্মাজীতো নৰলেই, চলিহা (কুলধৰ) ডাঙৰীয়াইও শকুনি হাঁহি মাৰিহে আমাৰ ফাললৈ চাই গ'ল"। সেই মহাত্মাক দুই মিনিটৰ কাৰণে হলেও, মাছ খোৱা গড়ৰ দাঁতিৰ নেওগ গোহাঁই পুখুৰী পাৰত ৰখাই সম্বৰ্দ্ধনাৰ অনুমতি আদায় কৰিলে কাৰ্য্যৰ ভাও বুজা বেণু শৰ্মাই খাটিলুটি।

গাৱঁৰে এমূৰত মহাত্মাই পদাৰ্পণ কৰি এক মুহূৰ্ত্ত ৰহিব বুলি গোটেই চাবিঙৰ মানুহে উবুৰি খাই হাতে পতি কাম কৰিবলৈ লাগি গ'ল। "এদিন এৰাতিৰ ভিতৰতে চাবিং কংগ্ৰেছৰ সেৱক সৰকিনীয়ে নেৰানেপেৰাকৈ কাম কৰাত পুখুৰী পাৰটো ফু মাৰি ভাত খাব পৰা হ'ল।" মহাত্মা গান্ধী সেইখিনি পোৱাৰ কথা আছিল দুপৰীয়া কিন্তু বেলিটো ওলাবলৈহে পালে নেওগ গোহাঁই পুখুৰীৰ চাৰিও পিনে থকা মুকলি পথাৰত গুৰি পকৰাৰ দৰে মানুহৰ লানীনিছিগা হ'ল। গান্ধীজী যথা সময়ত আহি পালেহি। গান্ধীক যিখন মটৰে বহন কৰি আনিছিল সেইখন আছিল বেণুধৰ শৰ্মাৰে ভগ্নীপতি ঔৰাটিং বাগিছাৰ অন্যতম স্বত্বাধিকাৰী মহেন্দ্ৰ নাথ শৰ্মাৰ। বেণু শৰ্মাই আগতে টিপ দি থোৱা মতেই থুলশালা মহেন্দ্ৰই মহাত্মাজীক লৈ তেওঁৰ মটৰ গাড়ীখন সাউৎ কৰে মণ্ডপৰ মুখ পোৱালেহি। কেতিয়ানো সাৰস্বৰ নোহোৱাকৈ গাড়ীখন আহি ৰাইজৰ মাজলৈ সোমাল কোনেও তৰকিবই নোৱাৰিলে। আগতে কথা আছিল মহাত্মাৰ গাড়ীখন বাটতে

বখাই বাইজৰ টোপোলা আৰু সম্বৰ্দ্ধনা পত্ৰখন দিবলৈ সুযোগ এটা মাত্ৰ দিয়াৰ। মহাত্মাজীৰ গাড়ী আহি মণ্ডপৰ মুখ পোৱাত মহাত্মাও নামিব লগা হ'ল। নামিয়েই ওখ বেদীত গৈ থিয় দিলে। বাদ্ধি দিয়া দুই মিনিট সময়নো কি? কিন্তু তাৰ ভিতৰতে ১০১ টকাৰ টোপোলা আৰু এখন অভিনন্দন পত্ৰ পাঠৰ সময় ক'ত। সেইবোৰ একোলৈকে গণিত্য নকৰি বেণু শৰ্মাই অভিনন্দন পত্ৰ পাঠ কৰি গ'ল। ৰাইজেও নিতাল মাৰি শুনিলে। শিৱসাগৰ জিলা কংগ্ৰেছৰ অনুমোদন নোহোৱাকৈ মহাত্মাক চাবিভত ৰাখি ২৪ মিনিট পলম কৰোৱা বাবে পাছত বেণু শৰ্মাই কৈফিয়ত দিব লগা হৈছিল। মহাত্মাৰ সন্মুখত শৰ্মাৰ কি দশা হৈছিল শুনক—

"সেই পত্ৰখন (অভিনন্দন) পঢ়োঁতে মোৰ গাটো ঠক্ ঠক কৰে কঁপি আছিল আৰু এশ এটকাৰ টোপোলাটো আগবঢ়াই দিওঁতে, মূৰৰ পৰা ভৰিলৈকে জৰ ঘামে গোটেই গাটো ঘামিবলৈ ধৰিলে। মুখৰ মাতো খোকাখুকি হ'ল। গৰ্বৰৰ পৰা গাওঁবুঢ়ালৈকে কথ-বতৰা পাতিলো। কতো ভয়-সংশয়ে মোক অলপমানো কেকোঁৰা কৰিব নোৱাৰিলে। কিন্তু কি আচৰিত মহাত্মাৰ হাতত টোপোলাটো অৰ্পণ কৰোঁতেই গান্ধী মহাত্মাৰ আগত মোৰ সকলো গৰ্ব্ব অহংকাৰ ভম্ম হৈ গ'ল। ভাবিলোঁ—শ্ৰীমোহন চাঁদ কৰমচাঁদ গান্ধী সাধাৰণ পুৰুষ নহয়, ঐন্দ্ৰজালিৰ গুণ সম্পন্ন কুৰিশতিকাৰ কোনোবা যাদুকৰহে" (কংকাৰ পৃঃ ২৫৪)।

**সাহিত্য চৰ্য্যা :—**

হাতীমহলৰ পৰা অহাৰ পাছৰ পৰাই সংসাৰ যাত্ৰা নিৰ্ব্বাহৰ পৰা আৰম্ভ কৰি ব্যৱসায়, চক্ৰবৎ ভ্ৰমণ, ৰাইজীয়া জনহিতকৰ কাম আৰু মাজতে আইন অমান্য আন্দোলন সকলোবোৰে বেণু শৰ্মাক বনৰীয়া লতাই মেৰি-ওৱাদি মেৰাই ধৰিছিল। তাৰ নাগপাশৰ পৰা নিজকে মুকলি কৰি বা আঁতৰ হৈ সাহিত্য চৰ্চ্চা বা তেখেতৰ প্ৰিয় বিষ্যা বুৰঞ্জীৰ অনুধাৱন কৰিবলৈ চোঁতে পৰ মাৰি আজৰি উলিয়াব পাৰিছিল। এই কথা কলেও মানুহ পতিয়ন নগলহেঁতেন যদিহে সেইবোৰ চৰ্চ্চাৰ নিদৰ্শন নাথাকিলহেঁতেন। পাছে যাৰ যি প্ৰকৃতি তেওঁ তাক অটব্য অৰণ্যৰ মাজতো এৰিব নোৱাৰে। হাতীমহলত থাকোঁতে সাহিত্য চৰ্চ্চা কৰিব পৰা মানুহজনে চাবিং হেন ঠাইতো জহল কৰ্ম বাশিৰ মাজতো যে একোটো নকৰাকৈ বহি থাকিব এনে আশা কৰিব নোৱাৰি। আলোচিত সময়ছোৱাত (১৯২৪-৩৪) "বাঁহী" কাকতৰ যোগেদিয়ে শৰ্মাৰ সাহিত্য চৰ্চ্চাৰ প্ৰস্ৰৱণ বৈ আছিল।

বাঁহীৰ তেৱিয়া পয়োভৰৰ যুগ। মাজুতাৰ চৰম চূড়ান্ত সৃষ্টিৰ হৈ অসমীয়া মাহেকীয়া কাকতৰ গুণ মান ৰক্ষা কৰি বেজবৰুৱাৰ সম্পাদনাত "বাঁহী" নিয়মিত ওলাই আছিল। এইখিনি সময়ত শৰ্মাৰ সাহিত্য কৰ্মৰ থাই উপজীৱ্য আছিল বুৰঞ্জী। হাতীখেতৰ পৰাই শৰ্মাই বুৰঞ্জীক লাগী সৰস্বতীৰূপে গ্ৰহণ কৰি একশৰণীয়া সাহিত্যিকতাৰ কালে ঢাল লৈছিল। এইখিনি সময়তো বুৰঞ্জী অথবা বুৰঞ্জীৰে হাত ধৰাধৰি কৰি যাব পৰা বিষয়তে তেখেতে প্ৰবন্ধাদি লিখিছিল। "বাঁহী"ত প্ৰকাশিত হোৱা 'বাহৰাম গৌৰ শঙ্কৰজাৰ ওচৰলৈ অহা, দোৱৰীয়া,' 'আপদীয়া বঙ্গযাত্ৰাৰ কাহিনী' খণ্ড বিলাক (পাছত কিতাপ আকাৰে ছপা হৈছিল ১৯৫৫ চনত) আদি প্ৰবন্ধ প্ৰকাশিত হয়। এইখিনি সময়তে বেণুধৰ শুচি 'সুতুলি' নাম লৈ কেইটামান মাহ অসমীয়া সাহিত্য চ'ৰাৰ একুকত বহিছিল। "সুতুলি" নামত প্ৰকাশ পোৱা চুটি চুটি টোকাবোৰ বৰ উপাদেয় আছিল। কিছুমান বুৰঞ্জী আৰু সাহিত্য সম্পৰ্কীয় সৰু সৰু টোকা মন গলেই আৰু সুযোগ পালেই "বাঁহী"লৈ লিখি পঠিয়াইছিল ২৫।২৬ চনৰ কৰ্মবহুল, সংসাৰৰ চাউল কথা মোকোলোৱাৰ টায়নত ঘূৰি ফুৰা দিন কেইটাতো। ছাত্ৰ সন্মিলনৰ মুখপত্ৰ 'মিলন'ত 'হলিৰাম ফুকন' আৰু গঙ্গা গোবিন্দ ফুকন', আৱাহনত 'জৱহৰলাল নেহৰু' আৰু যাদুৰাম ডেকা বৰুৱাৰ জীৱনী প্ৰভৃতি জীৱনী প্ৰবন্ধও এই সময়ছোৱাতে লিখা।

১৯৩৪ চনৰ আৱাহনত ওলোৱা ( ৪ৰ্থ বঃ ১২ শ নং ) কটকী চৰিত বেণুশৰ্মাৰ এটা আলোড়ণকাৰী প্ৰবন্ধ আছিল। ততোধিক পানী ঘোলা পোৱা আছিল 'দেশদ্ৰোহী কোন' ? ( আৱাহন ৫ম/৮ম নং ১৮৫৬ শক ৪৪ চন )। দুয়োটা প্ৰবন্ধই বুৰঞ্জীৰ ঘটনাৰ তীক্ষ্ণ বিশ্লেষণ আৰু অনুধাৱন মূলক সমীক্ষাপূৰ্ণ প্ৰবন্ধ। কটকী-চৰিত লিখাৰ পাছত আহোম সভাৰ পৰা তীব্ৰ গৰিহনা 'হজম' কৰিবলগীয়া হৈছিল। স্বৰ্গদেউসকলে আহোমৰ কটকী গুচাই বামুণ কটকী নিয়োগ কৰাৰ কাৰণ আৰু তাৰ আগ গুৰিৰ সন্ধান কৰি শৰ্মাই এই প্ৰবন্ধ লিখিছিল। তাত শৰ্মাৰ স্বাভাৱসুলভ ওজঃ গুণ আৰু অতিশয়তা যুক্ত বাক্যও কেইটামান আছিল। সেই কথাত আহোম সভাৰ এচাম সদস্যই বৰ বিষম পালে। বছৰেকীয়া সভাত "বিষয় বাসনা বিহীন বামুণ বেণুধৰ"ক গৰিহণা দি এটা প্ৰস্তাৱকে লৈ পেলালে। সেই অধিবেশনৰ সভাপতি আছিল দানবীৰ সাহিত্য প্ৰেৰয়িতা ৰাধাকান্ত

সন্দিকৈ। পাছত এদিন শৰ্মাদেউ সন্দিকৈ ডাঙৰীয়াৰ ঘৰলৈ গৈছিল। ডাঙৰীয়াই বৰ আগ্ৰহ আৰু স্নেহেৰে বেণুশৰ্মাৰ লগত কথা হৈছিল। লগতে কথাৰ মাজতে হাঁহি এটা মাৰি হেনো সুধিছিল 'পালা মজাটো'?" তেওঁৰ কথাৰ লাচটো এনেহে আছিল যেন আহোম সভাৰ প্ৰস্তাৱটো দকৈ মনত বহুৱাই লোৱা কথাই নহয়। গল্প কথা গুচিল। কিছুমান দিন পাছত উত্তৰ লক্ষীমপুৰত সাহিত্য সভাৰ সপ্তদশ অধিবেশন হওক। সেই বেলি সভাপতি আছিল জ্ঞানদাভিৰাম বৰুৱা। সেই উপলক্ষে মাজুলীৰ উত্তৰে লুইত পাৰ হওঁতে নাৱেৰে পাৰ হব লগা হৈছিল। দৈৱবশতঃ সেই নাৱৰ আন দুজন আৰোহী আহোম সভাৰ অন্যতম অত্যুৎসাহী অথচ সাহিত্য সভাৰো প্ৰতিনিধি আছিল। তৰ্ক বিতৰ্ক কৰি থাকোঁতে তেওঁবিলাক দুজন উগ্ৰভাবাপন্ন হৈ উঠিল আৰু মাজনৈত বেণুশৰ্মাক পেলাই দিব খুজিছিল। সচাঁসচিকৈয়ে নৈত পেলাই মাৰিম বুলি স্থিৰ কৰিছিল নে গুৰৰ জালত ভয়হে দেখুৱাইছিল আজি জনাৰ উপায় নাই। তেওঁবিলাকৰ ভীতি প্ৰদৰ্শনৰ উত্তৰত বেণু শৰ্ম্মাই কৈছিল "এক বামুণ বেণুধৰ শৰ্ম্মাক লুইতত বুৰাই মাৰিলেও ঢেৰ শৰ্ম্মা ওলাব। বেণুশৰ্ম্মা বুৰঞ্জীৰ চহীদ হব কিন্তু আহোমৰ কুখ্যাতি কাললৈ থাকিব। পেলোৱা যদি পেলোৱা।" শৰ্মাৰ নিভীৰ্ক উত্তৰত দুয়ো থমকি ৰ'ল। সেই দুয়োজনৰ নাম শৰ্ম্মাই বুৰঞ্জী চৰ্চ্চাৰ বিপদৰ প্ৰসঙ্গত কৈছিল কিন্তু এই জীৱনীত সেই নাম প্ৰকাশ কৰাটোৰ উচিত কথা হব বু'ল নাভাবিলো।

'দেশদ্ৰোহী কোন?' নামৰ প্ৰাসঙ্গিক প্ৰবন্ধটো লৈয়ো এচাম মানুহ অসন্তুষ্ট হৈছিল আৰু পূৰ্ণানন্দ বুঢ়া গোহাঁইৰ বংশধৰ দুই এজে মকাদ্দমা কৰাৰ কথাও বোলে ভাবিছিল। ইমান দিনলৈ অসম বুৰঞ্জীৰ কথা যি আছে তাকে লিখাই নিয়ম আছিল। সকলো ঘটনা চালি জাৰি আৰু কাৰ্য্যকাৰণ সম্বন্ধ ঠাৱৰ কৰি কোনো সিদ্ধান্তত উপস্থিত হোৱা প্ৰথম আলোচনা অসমীয়া সাহিত্য জগতত কটকী চৰিত্ৰ আৰু দেশদ্ৰোহী কোন? এই দুটা প্ৰবন্ধই পটিকটীয়া আছিল। তাৰে মোলবুজি বিৰিঞ্চি কুমাৰ বৰুৱা প্ৰভৃতিয়ে আই এ, আৰু আই, এছ্‌, চিৰ অসমীয়া সাহিত্যৰ বাছনিত তাক ঠাই দিছিল। সেই প্ৰবন্ধৰ ভাষা আৰু ৰচনা শৈলীয়ে ছাত্ৰসকলক এটা নতুন বাটৰ সন্ধান দিছিল। বুৰঞ্জী-চৰ্চ্চাৰ বিপদ সম্পৰ্কে জীৱনৰ এইবিলাক কথা বেণুশৰ্ম্মাই বহুইচ্‌ লগাই কৈছিল।

এই ছোৱা কালৰ এটাইতকৈ গুৰুত্ব পূৰ্ণ বুৰঞ্জী উদ্ঘাটনৰ কাম হৈছে ডাক্তৰ জন পিটাৰ ৱেডৰ অসম বুৰঞ্জীৰ প্ৰকাশ।

১৮০৫ চনত প্ৰকাশিত "এচিয়াটিক এনুৱেল ৰেজিষ্টাৰ'ত প্ৰকাশিত ছোৱা অসমৰ ভৌগলিক চমু বিবৰণ ( Geographical Sketch of Assam. ) নামৰ জে, পি ৱেডে লিখা প্ৰবন্ধ এটা লুটিয়াই ঘুটিয়াই চাওঁতে তাত ডাঃ ৱেডেই লিখা স্বৰ্গদেউ গৌৰীনাথ সিংহৰ দিনৰ বিষয়ে এখন বিস্তাৰিত বুৰঞ্জীৰ সমুল্লেখ এটা পাই শৰ্ম্মা চমংকৃত হল। সেইবোৰ কথা টুকি-টাকি ৰাখিছিল। এই সন্ধান পোৱা বাতৰিতো ১৯২৩ চনৰ "বাঁহী"ত এটা টোকাৰূপে প্ৰকাশো কৰিছিল। পাছে সেই টোকা পঢ়ি কোনো কোনোৱে ৱেড্ নামৰ কোনো বুৰঞ্জীলেখক নাই বুলি সন্দেহ প্ৰকাশ কৰিলে/ Dr. wise নামটোকে কিজানি কোনোবাই ভুলকৈ ৱেড বুলি লিখিছে এনে অনুমান কৰি কোনোবা এজনে হেনো জনাটো দেখুৱাইছিল। যিহওক বেণু শৰ্ম্মাই অনুসন্ধান এৰি দিয়া নাছিল। লণ্ডনৰ ইণ্ডিয়া অফিচৰ লেখিয়াৰ গ্ৰন্থপালকৈ লিখালিখি কৰিলত গ্ৰন্থপালজনে উত্তৰ দিলে ( ১৩।১২।২২ ) যে ডাঃ ৱেড চাহাবে লিখা অসম বুৰঞ্জীৰ অমুদ্ৰিত কপি এটা আছে। তাক চাবলৈ হলে প্ৰদেশৰ চৰকাৰৰ জৰীয়তে লিখিব লাগিব। ইম্পিৰিয়েল লাইব্ৰেৰীৰ গ্ৰন্থপাল জে, এ, চেপমেনেও এই বিষয়ত প্ৰভুত সহায় কৰিছিল। এই অনুক্ৰমে অসম চৰকাৰৰ তত্বাৱধানতে ইণ্ডিয়া-অফিচৰ পৰা ৱেডৰ বুৰঞ্জীৰ অমুদ্ৰিত কপিটো আহি পালে। চৰকাৰৰ অনুমতি লৈ শৰ্ম্মাই দেখে যে সেইখন ৱেডৰ লিখা গৌৰী সিংহ স্বৰ্গদেৱৰ দিনৰ বিস্তাৰিত বুৰঞ্জী নহয় কিন্তু পুৰণি অসম বুৰঞ্জীৰ ৱেডে কৰা সুন্দৰ ইংৰাজী ভাঙনি এটাহে। তথাপি ইয়াৰো ঐতিহাসিক মূল্য আছিল গুৰুত্বপূৰ্ণ। ইমান দিনে অৰ্থাৎ লিখাৰ সময়ৰ পৰা এক শতাব্দীৰো অধিক কালৰ পাছত সেইখন ইণ্ডিয়া অফিচৰ পৰা বেণুশৰ্ম্মাৰ যত্নত উদ্ধাৰ পালে।

১৯২৩ চনৰ আগষ্টত হাতীমহলত থাকোঁতেই শৰ্ম্মাই এই খবৰ পাই অলপো পলম নকৰি চিলঙলৈ গৈ নকল কৰিবলৈ লোৱাৰ কথা ইতিপূৰ্বে উনুকিওৱা হৈছে। বহুত পৰিশ্ৰম কৰি কিতাপখনৰ সুসম্পাদিত প্ৰকাশোপযোগী কপি মজুত কৰিলে যদিও প্ৰকাশ কৰোঁতাৰ অভাৱত অলপ দিন বাট চোৱাৰ বাহিৰে উপায় নাছিল। শেহত উত্তৰ লক্ষীমপুৰৰ মধুপুৰ চাহ বাগিছাৰ স্বত্বাধিকাৰী জেঠেৰিয়েক ৰামেশ্বৰ শৰ্ম্মাৰ বদান্যতা

আৰু বিদ্যোৎসাহিতাৰ গুণত ১৯২৭ চনত বেতৰ বুৰঞ্জী প্ৰকাশ পালে। ইয়াৰ আগলৈকে হেমচন্দ্ৰ গোস্বামীৰ দ্বাৰা সম্পাদিত পুৰণি বুৰঞ্জীৰ বাহিৰে এখনো পুৰণি বুৰঞ্জী সম্পাদিত আৰু মুদ্ৰিত হৈ প্ৰকাশিত হোৱা নাছিল। এই বিষয়ত হেমচন্দ্ৰ গোস্বামীৰ প্ৰথম যোগ্য অনুগামী হোৱাৰ কীৰ্ত্তি বেণু শৰ্ম্মাই অৰ্জ্জন কৰিছিল। ১৯২৭ ৰ আগতে 'গোসাঁই'ৰ পুৰণি অসম বুৰঞ্জী আৰু কাশীনাথ তামুলী ফুকনৰ অসম বুৰঞ্জীহে ছপা হৈছিল।

১৯২৮ চনৰ ডিচেম্বৰ মাহত গুৱাহাটীত বহা সদৌ অসম সাহিত্য সভালৈকো দহোৱন কাতি কৰি ঢোতে থৰ মাৰ বেণু শৰ্ম্মাই চাৰিওৰ পৰা আহি যোগ দিছিল। সেই সভাত ৩০ বছৰীয়া ডেকা সাহিত্যিকজনে বুৰঞ্জী-মূলক প্ৰবন্ধ পাঠৰ যোগে ইতিমধ্যে সু-সাহিত্যিকৰ শাৰীত এখনি আসন পাইছিল। সাহিত্য সভাত প্ৰাচীন স্বনামধন্য সাহিত্যিকসকলৰ সুবৰ্ণ সমাগমে শৰ্ম্মাৰ মনত এটা নবোন্মেষৰ সৃষ্টি কৰিছিল। তাৰ প্ৰমাণ স্বৰূপে তেখেতে মন মণিপদ্মত সাঁচি থোৱা দুটামান স্মৃতিৰ কণিকা পঢ়িলেই ওলাই পৰিব। গধূলিলৈ বিষয় বাছনি সভাত পদ্মনাথ গোহাঞিৰ বৰুৱা হঠাতে ওলালহি। সোমায়েই সভাপতিক কৰমৰ্দ্দন কৰি কলে " Mr. Bejbarua, we meet after twenty years." অসমীয়া সাহিত্যৰ দুজন জয়-বিজয় সদৃশ ওজা পুৰুষে এনেকৈ সৌহাৰ্দ্দ্য আৰু আবেগত হাত জোকৰা-জোকৰি কৰা দেখি সভাস্থসকল আপ্লুত হৈ চকুৰ পচাৰতে সসম্ভ্ৰমে থিয় হ'ল। এনে গা ৰণজিৎ ৰণজিৎ কৰা দৃশ্যটো উপভোগ্য যি হৈছিলেই অবিস্মৰণীয়ও আছিল। পিছত টাইমছ্ অৱ্ আসামৰ বাৰ্তাৰ যোগনিয়াৰে হেনো দৃশ্যটো বৰ্ণাই মোখনি মাৰিছিল। It was a sight for gods to see ( এই দৃশ্য দেৱতাৰো দৰ্শনীয় আছিল )।

এই অধিবেশনতে শৰ্ম্মাক অসম সাহিত্য সভাৰ প্ৰচাৰক হিচাপে সভাই নিযুক্ত দিয়ে। প্ৰচাৰকৰ বাব আজিকালি নাই, কিন্তু তেতিয়া প্ৰয়োজন হৈছিল। প্ৰচাৰ কিমান কৰিলে বা কি কৰিলে বিৱৰণ নাই কিন্তু এই নিযুক্তিয়ে শৰ্ম্মাক অসম সাহিত্যৰ ভিতৰ চৰালৈ আনিলে। সেই যে সপ্তম অধিবেশন, তাৰ পাছৰ অধিবেশনবোৰত আবৰতৰূপে যোগ দি আছিল। এই অধিবেশনে শৰ্ম্মাক প্ৰচুৰ প্ৰেৰণা দিলে, তাকে হৃদয়ত লৈ চাৰিওলৈ উভতি গ'ল। তেনে প্ৰেৰণাতে নৈশ প্ৰদীপৰ মৃদু পোহৰত সাহিত্য চৰ্চ্চা কৰিবলৈ বুল পাইছিল। সত্যাগ্ৰহ, আইন-অমান্য, জনহিতকৰ কাম, ৰায়ত

সভা, মণিৰাম উৎসৱ এই সকলো চক্ৰব্যূহৰ মাজত কৰ্মব্যস্ত থাকিও সাহিত্য-চৰ্চাক পিঠি দি থৈ নাছিলেই, অখণ্ড প্ৰদীপৰ দৰে তাক জ্বলাইহে ৰাখিছিল। সাহিত্য জগতত বেণু শৰ্মা সব্যসাচী যি সব্যসাচীয়েই।

১৯২৪।৩৪ চনৰ ভিতৰতে পুৰণি বুৰঞ্জী সংগ্ৰহৰ কামো ছেগ পালেই এৰা নাছিল। অসহযোগ কালত কনক ফুকন আদিৰ যোগে পুৰণি পুথি, বিশেষকৈ বুৰঞ্জী, যেতিয়াই য'তে পাইছিল সংগ্ৰহ কৰিছিল বা নকল কৰিছিল। নিতান্ত নোৱাৰিলে পঢ়ি চাই ওলোটাই দিছিল। বাগিছাৰ চাহাবৰ পৰাও এনে বুৰঞ্জী সৰকাইছিল। সেইকালৰ দুই এজন বাগিছাৰ চাহাব সংস্কৃতিমান ব্যক্তি আছিল। অসমৰ পুৰাতত্ত্বৰ সম্পৰ্কে তেওঁবিলাকৰ বিশেষ আগ্ৰহ আছিল। এনে কেইজনমানৰ নাম বিশেষভাৱে উল্লেখযোগ্য যদিও সেইবিলাক কাম বেণু শৰ্মাৰ বাহিৰে কৰোতা ওলোৱা নাই। এনে এজন উদাৰ হৃদয় পৰোপকাৰ জ্ঞান পিপাসু চাহাব আছিল শিৱসাগৰ জিলাৰ আমগুৰি বাগিছাৰ বৰ চাহাব চাৰ জেমচ্ বকিংহাম। আসাম ৰিভিউ-পত্ৰিকাত বেণু শৰ্মাই এই বকিংহাম চাহাবৰ কথা লিখি পাছৰজন বৰচাহাবৰ পৰা সমাদৰ পোৱা কথা ইতিমধ্যেই কোৱা হৈছে। বাকিংহাম চাহাবৰ মৃত্যুৰ পাছত তেওঁৰ সংগৃহীত কিতাপ-পত্ৰ আৰু পুথি তেওঁৰ বিধবা পত্নীয়ে কিছু লৈ গল, আৰু কিছু আক তাক দি গল। আসাম ৰিভিউত বকিংহাম চাহাবৰ বিষয়ে লিখাৰ কথা বকিংহামৰ বিধবা পত্নীয়ে জানিছিল আৰু বেণুধৰ শৰ্মাৰ বুৰঞ্জী স্পৃহাৰ বিষয়েও ভালকৈ জানিছিল। বেণুশৰ্মাক মতাই নি তাৰে দুখনমান পুথি দি গৈছিল। তাৰে এখন আছিল পাৎচ্ছা বুৰঞ্জী। দিল্লীৰ চুলতান সকলৰ লেখকে চুলতান সকলৰ কাৰ্য্যাৱলী সম্বন্ধে বিৱৰি কোৱা পুথি বোৰক পাৎচ্ছা বুৰঞ্জী বোলা হয়। তেনে এখন বুৰঞ্জী শৰ্মাই বকিংহামৰ পত্নীৰ পৰা উদ্ধাৰ কৰিছিল। ১৯২৯ চনৰ প্ৰথম বছৰৰ ৩য় সংখ্যা "আৱাহন"ত (২৪৪ পৃঃ) এই বিষয়ে অসম বুৰঞ্জীৰ অন্যতম সুধী পুৰুষ সূৰ্য্যকুমাৰ ভূঞাই বকিংহাম পত্নীৰ পৰা সংগ্ৰহ কৰা পুথি সম্বন্ধে লিখিছিল—"আজি কেইবছৰমান পূৰ্ব্বে শ্ৰীযুত বেণুধৰ শৰ্মাই গুৱাহাটীৰ কামৰূপ অনুসন্ধান সমিতিৰ কাৰণে তাৰ নকল এটি তৈয়াৰ কৰিছিল।" বেণু শৰ্মাই ৰাইজীয়া কামত বহুতৰ পৰা সহযোগ পাইছিল, বহুতে লগত উজাইছিল কিন্তু সাহিত্য কৰ্মত যেখেত অকলশৰীয়া, এজন লেখক বা ব্যক্তিগত সহকাৰীও নাছিল। একেহাতে

সকলো কাম কৰিছিল, কাচিৎ কদাচিতহে আনৰ সহায়তা পোৱাৰ সুযোগ ঘটিছিল। তথাপি পুৰণি পুথিৰ সংগ্ৰহ আৰু তাৰ নকল কৰিবলৈ কোনো কালে সময়ৰ নাটনি বুলি পাছ হুহঁকিছিল। তেখেতৰ সংগ্ৰহত অসংখ্য হাতে লিখা পুথি আছিল। এজন সুযোগ্য ছেক্ৰেটাৰীৰ অভাৱত সেইবোৰৰ সৰহ ভাগেই আজি ঘৰত নাই। কেতিয়াবা কিবা জঁক উঠি কাৰবাক দান বা বিক্ৰীও কৰিলে। আমি আগতে সব্যসাচী বুলিছো হয় পাছে সব্যসাচী হোৱাজনকো এজন বিশ্বস্ত কৰ্মঠ আৰু হাতুৱা সহকাৰী লাগে বিশেষকৈ শৰ্মাৰ নিচিনা মানুহক। অসমীয়া সাহিত্যিকৰ কাচিৎ এজন বা দুজনৰহে সেই সৌভাগ্য হয়।

# সাংবাদিকতাত এজোবোৰা

## ( ১৯৩৫-৪১ )

৩৩-৩৪ চনত চাৰিঙতে থাকি ষবৰ খেতি পথাৰ চলাই কৰাই বেণু শৰ্মাই ইম্পিৰিওবেঙ্কৰ এজেন্সি আৰু লগে লগে পেট্ৰোল কম পোবোৰা বড়ি বেচি ফুৰিছিল। এৰাধৰাকৈ কৰা কামত সফলতা কেতিয়াও মনৰ জোখাই হব নোৱাৰে। সেইদেখি এনে ব্যৱসায়ত আনবোৰে যিমান সুবিধা কৰে সিমান কৰিব নোৱাৰিলে। ইপিনে চাৰিঙৰ বাহিৰৰ পিনৰ পৰাও সভা সমিতিৰ সভাপতি বা তেনে স্থানীয় বাব দি আহ্বান আহিবলৈ ধৰিলে। বকতাত লাচিত উৎসৱ, নাহৰকটীয়া ৰায়ত সভা, সোণাৰিত ভগৱতী প্ৰসাদৰ শোক সভাৰ সভাপতি, এইদৰে আজি ইখন কালি সিখন লাগিয়েই থাকিল। সেইবিলাকে উপাৰ্জনৰ বাটত যি বিধি-পথালি কৰিলেই উপৰন্তু ধন ঘটাৰ কামত টলৌ টলৈকৈ ঘূৰি ফুৰাৰ প্ৰতিও বিতৃষ্ণা আনিলে। এনে সময়তে "দৈনিক বাতৰি"ৰ সম্পাদক নীলমণি ফুকনৰ পৰা এখন চিঠি পালে। চিঠি পদে নিয়োগ পত্ৰও বুলিব পাৰি, ফুচুলনি পত্ৰও বুলিব পাৰি। ফুচুলনিত ভোল যোৱা স্বভাৱটিও বেণু শৰ্মাৰ অলপ অচৰপ আছিল। ইয়াৰ পাছতো ডাঃ সূৰ্য্য কুমাৰ ভূঞাৰ ফুচুলনিত পৰি 'নেচেনেল ওৱাৰ ফ্ৰণ্ট''ত যোগ দি পাছত ভাল নকৰিলো বুলি অনুশোচনাও কৰিছিল। নীলমণি ফুকনৰ লগত আগৰে পৰিচয় আছিল যদিও ১৯৩১ চনৰ মণিৰাম দেৱান তিথি উৎসৱৰ পৰা সৌহাৰ্দ্দ্য গভীৰতৰ হল। সেই সৌহাৰ্দ্দ্যৰ গৰিলা লৈ ফুকনে শৰ্মালৈ "দৈনিক বাতৰি"ত সহকাৰী সম্পাদক ৰূপে যোগ দিবলৈ অনুৰোধ পত্ৰ লিখিলে। শৰ্মাৰ উপাৰ্জনৰ পথ ঠেক হৈ আহিছিল, তাতে সাংবাদিকতাৰ লগত সাহিত্য চৰ্চাৰ সুযোগ পাম বুলি ভাবি তেখেতে এই পদ গ্ৰহণ কৰিলে। সাংবাদিকতাৰ লগত আগতে পোনপটীয়া সম্বন্ধ নাথাকিলেও কোনো কালে যে ছাতো ভৰি দিয়া নাছিল এনেও নহয়। ইয়াৰো বহুত আগৰে পৰা পায়নীয়েৰ, অমৃত বজাৰ পত্ৰিকা, টাইমচ্,

অৰ আছাম, আছাম ৰিভিউ আদি পত্ৰিকালৈ চিঠিপত্ৰ আৰু কেতিয়াবা একোটা সৰু সৰু টোকা পঠিয়াই সাংবাদিকতাৰ আথৰা কৰি আছিল। গতিকে সংবাদ পত্ৰ সেৱা তেখেতৰ মনত পাৰত পজা হৈঁপাহ এটা বুলি উলাই কৰিব নোৱাৰি।

শ্ৰীমন্ত চাহ খেতিয়ক ৰায় বাহাদুৰ শিৱ প্ৰসাদ বৰুৱাই 'বাতৰি' কাকতখন আৰম্ভ কৰিছিল পোনতে সাপ্তাহিক বাতৰি কাকত হিচাপে। 'বাতৰি' কাকত উলিওৱাৰ উৎসাহৰ যোগান ধৰিছিল নীলমণি ফুকনেই। সেইবুলি ৰায় বাহাদুৰ নিজেও ঘৰত আৰু মনতো নিৰ্ভাজ অসমীয়া। বাতৰি কাকত প্ৰথমে যোৰহাটৰ পৰাই ওলাইছিল, ছপা হৈছিল দাস কোম্পানীৰ আসাম প্ৰিণ্টিং ওৱাৰ্কচত। ৰায় বাহাদুৰ বৰুৱাই কাকতখনক দৈনিক ৰূপে ৰূপান্তৰৰ মনস্থ কৰিলে। সেই নিমিত্তে নিজাকৈ ডাঙৰ প্ৰেছ এটা অনাই যোৰহাটৰ পৰা আঁঠ মাইল দূৰত ঠেঙালবাৰীৰ নিজৰ ঘৰত পাতিলে। ইয়াৰ আগলৈকে বকুল বনৰ কবি আনন্দ চন্দ্ৰ বৰুৱাই সহকাৰী সম্পাদকৰূপে কিছুদিন কাম কৰিছিল। কিন্তু তেখেতৰ নিজ ঘৰতে একান্ত বাস কৰি সাহিত্য চৰ্চ্চা কৰিবলৈ এটা অদম্য হেঁপাহ উপজিল। তেখেত কাকতৰ কাম এৰি নিজঘৰ সোমালগৈ। ৰায় বাহাদুৰে মতাই মতাই অনাব নোৱাৰিলে। লব্ধপ্ৰতিষ্ঠ সাহিত্যিক এজনৰ সেৱাৰ পৰা বঞ্চিত হৈ দৈনিক হৈও এপিনৰ পৰা কাকতখন দুৰ্বল যেন হৈছিল। বেণুশৰ্মাক মতাই অনাৰ গুৰিতে আনন্দ বৰুৱাৰ মনলৈ আৰণ্যক আশ্ৰমৰ আহ্বান। চাৰিওৰ পৰা ওলাই শৰ্মাই ঠেঙাল-বাৰীৰ "দৈনিক বাতৰি" অফিচ আৰু সহঃ সম্পাদকৰ আবাস গৃহত বাসা বান্ধিলে। নীলমণি ফুকনে যোৰহাটৰ চক্ বজাৰৰ পাছ ফালে থকা ৰায় বাহাদুৰৰ ঘৰটোত খোপনি পুতি তাৰ পৰাই সম্পাদকীয় লিখি পঠায় আৰু "আদেশ নিৰ্দ্দেশ ডাবি ধমকিৰে কাকতখন চলাবলৈ ধৰিলে।"

"দৈনিক বাতৰি"ত পোনতে কৰুণা কান্ত গগৈ, ৰাজীৱ লোচন বৰুৱা আৰু এজনে সৈতে তিনিজন উৎসাহী ডেকাই সম্পাদকীয় বিভাগত কাম কৰিছিল। এনেতে ৩২ চনৰ মাজ ভাগত "দৈনিক বাতৰি"ৰ সম্পাদক গোষ্ঠীৰ অন্যতমৰূপে বেণু শৰ্মায়ো যোগ দিলেহি। অলপ দিন পাছতে শৰ্মাৰ পৰম বন্ধু সাংবাদিক-আচাৰ্য্য লক্ষ্মীনাথ ফুকনেও "বাতৰি"ৰ মাজত সোমাই মণিকাঞ্চন সহযোগৰ সৌষ্ঠৱ আধান কৰিলে। অসমৰ তেতিয়াৰ

দিনৰ একমাত্ৰ দৈনিক কাকত হিচাপে যে সম্পাদকৰ সংখ্যা সৰহীয়া হৈছিল এনে নহয়। এওঁবিলাক সকলোৱে ভাগৰ জিৰণি নোলোৱাকৈ কাম কৰিব লগা হৈছিল।

বেণুশৰ্মাৰ ভাগত কাম পৰিছিল ৰয়টাৰ আৰু এছছিয়েটেড প্ৰেছৰ টেলিগ্ৰামবোৰ অসমীয়া কৰা আৰু টেলিগ্ৰামত অহা বাতৰিবোৰৰ একোটা চাঞ্চল্যকৰ হেডিং বা শিতান দিয়া, অৱশ্যে বাতৰি নীতিৰ লগত ৰজিতা খুৱাই। টেলিগ্ৰামৰ 'কড্' বোৰ তেতিয়া ভালকৈ জনা নথকাত প্ৰথমতে থোতা মোজা লাগিছিল বুলি শৰ্মাই নিজেই এঠাইত লিখিছিল। এনে কামতো শৰ্মাই অসমীয়া ভাষাৰ শুদ্ধি আৰু ঠাঁচৰ প্ৰতি বিশেষ লক্ষ্য ৰাখিছিল। এজন অভিজ্ঞ সাংবাদিকৰ মতে তেখেতে "সাংবাদিক-তাৰ তথাকথিত বস্তু-ধৰ্মী ভাষাকো জাতে-পাতে থলুৱা ভাষাৰ শাৰীলৈ তুলিছিল" ( তিলক হাজৰীকা অঃ গ্ৰঃ ৮৩ )। সেই কথা মানি লৈও আৰু এখোপ উধাই গৈ কলে ভাল হব যে সাংবাদিকতাৰ নীৰস ভাষাকো তেখেতে ভাষাৰ সৌষ্ঠৱেৰে ৰসাল ৰচনাৰ শাৰীলৈ তুলিছিল। বাতৰিৰ ভাষা সৌষ্ঠৱৰ গুৰিতে নীলমণি ফুকন আৰু বেণুশৰ্মাৰ বৰঙণি অতুলনীয়। দুয়োজনেই অসমীয়া সমৃদ্ধ গদ্যৰ খ্যাতনামা লেখক। বঙলুৱা কাকতৰ শব্দাৱলীয়ে যাতে অসমীয়া সংবাদ পত্ৰৰ ভাষাত চোৰাংকৈ সোমাই উঠিৰজা হৈ নপৰে তাৰ প্ৰতি এটাই কেউজন সম্পাদকেই সতৰ্ক আছিল। সতৰ্কতাৰ পহৰীয়া আছিল বেণুশৰ্মা। শব্দৰ খনিকৰ এজনৰ সান্নিধ্য আৰু তেখেতৰ তৎকালিক শব্দ গঠনৰ ক্ষমতাই দৈনিক বাতৰিৰ ভাষাৰ সৌষ্ঠৱেৰে মহিমান্বিত কৰিছিল।

নীতিৰ ফালৰপৰা "দৈনিক বাতৰি"য়ে চৰকাৰৰ লগত সন্মুখ বিৰোধ এৰাই চলিছিল। অসমীয়া জাতীয় স্বাৰ্থ ৰক্ষাত কিন্তু মৰকামোৰ নেৰিছিল। ৰায় বাহাদুৰ আৰু নীলমণি ফুকন দুয়োজনেই তেতিয়া ৰাজনীতিত সহযোগী দলৰ অন্তৰ্গত। গতিকে 'দৈনিক বাতৰি'য়ে কস্মিন-কালেও ইংৰাজ চৰকাৰৰ কোনোৰ বাহত জুই দিবলৈ নগৈছিল। কিবা স্বৰূপে যদি কেবেলুৱাৰ নিচিনা স্পৰ্শকাতৰ ইংৰাজ চৰকাৰৰ গা টেঙাই যোৱা কিবা বাতৰি ওলাবলৈহে পালে তেনেহলে সম্পাদক ফুকন আতঙ্কিত হৈ "হে হে কি কৰিলা" বুলি উঠিছিল। এনে পৰিস্থিতিৰ মেৰপাকত

পৰি বেণুশৰ্মাৰ বহুতবাৰ ফুকনৰ লগত ভুখিৰাতখি লাগিছিল। এই গ'ল ৰাজনীতিৰ ক্ষেত্ৰত অথমহিৰ সংযোগৰ কথা। ব্যক্তিগত চৰিত্ৰতো দুয়োজন কাঠত কাঠ। নীলমণি ফুকন আত্মগৌৰবী আৰু কৰ্তৃত্ব-কঠোৰ, বেণুশৰ্মাও সেও হৰ নজনা উগ্ৰধতুৰা পুৰুষ। কৰ্তৃত্বৰ তাপ সহিব পৰা ধাতু শৰ্মাৰ মুঠেই নাই। ফুকনেও নিজৰ কৰ্তৃত্ব অৱহেলিত হলে বাহু জাপি উঠে। এনে কাঠত কাঠে ঘৰ্ষণ হলে জুই নেলাগিলেও উত্তপ্ত অৱস্থাৰ উদ্ভৱ হবলৈ কেতপৰ লাগিছে। শেহাস্তত সেয়ে হলগৈ। "দৈনিক বাতৰি"ৰ কৰ্ত্তপক্ষই বেণুশৰ্মাক জনালে যে বাতৰিৰ কাম অনুসাৰে মানুহ বেছি এতেকে অতিৰিক্ত মানুহ আঁতৰাব লগা হৈছে। বেণুশৰ্মাক সধন্তবাদে বিদায় দিলে।

"দৈনিক বাতৰি" এৰাৰ সাক্ষাৎ কাৰণটো শৰ্মাই 'সাংবাদিকৰ বিপৰ্যয়' নামৰ প্ৰবন্ধত এইদৰে কৈছে ঃ—

"ফুকন ডাঙৰীয়াৰ লেখাৰ ওপৰত আমি হাত দিবহ নোৱাৰো। দুবাৰ নে এবাৰ হেমকোষৰ মতে বৰ্ণাশুদ্ধি কাটি শুধৰোৱা শব্দ কেইটা আছিল লাগৰ্ত্তিয়াল, নাহাকিয়া, ফুলনি, বিশিষ্টতা। আছিল লাগতীয়াল, নাহকীয়া, ফুলনী আৰু বৈশিষ্ট্যতা। সম্পাদকে তাকে দেখি পিছাদনা দায় ধৰি গৰ্জ্জি উঠিল। "খবৰদাৰ আজিৰ পৰা তোমালোকে মোৰ প্ৰবন্ধত হাত নিদিবা। মই Passed বুলি লিখা যেই সেই প্ৰবন্ধ বা চিঠি তোমালোকে কাট-কুট নকৰিবা।" সেইদিনাৰ পৰা তেখেতে Passed বুলি দিয়া বাতাৰ, প্ৰবন্ধ, চিঠিত যেনেদৰেই লিখা থাকে তেনেদৰে ছপাই পেলাবলৈ ধৰিলো। এদিন এজন ওজা সাহিত্যিকে লিখা প্ৰবন্ধ এটা ফুকনে গড়গঞা কটাৰী ভাবেও কাটে বুলি ধৰি লৈ নোচোৱাকৈ 'পাছড্' কৰি দিলে, তাত এঠাইত 'সাতনী বঙ্গ ভাষা' বুলি কিবা এষাৰ কথা আছিল। সহ সম্পাদক কিজনে যথাদৃষ্টং তথা ছাপিতং কৰি দিলে। এনেকৈ মাজে মাজে হ্লোৱাত পাঠকৰ মাজত বু-বু বা-বা শুনিবলৈ পোৱা গল। আখৰ যোটানয়েই যি নাজানে, কি বাতাৰ কাকত চলাব? ফুকনৰ কাণত পৰিল। ফুকনে বাতাৰ কাকতৰ আফচত সোমাই ছপাশালৰ আখৰ বাছোঁতা, ছপাশাল চলাওঁতা, ছপাৰ কাম চাওঁতা, আহি কাকত চাওঁতা, সহকাৰী সম্পাদক সমন্বিতে সকলোকে সম্পাদকীয় প্ৰভুত্বৰে কঢ় বচন বুলিলে। সেই খণ্ডতে ফুকন নথকাত তেখেতৰ সম্পাদকীয়

নোপোৱাত সম্পাদকীয় নোহোৱাকৈয়ে 'বাতৰি' উলিয়াই দিলে।

সম্পাদক নহলে সহকাৰী সম্পাদকে সম্পাদকীয় স্তম্ভ পূৰাব লাগিছিল। বেণুশৰ্মাই পূৰ্ব্ব কথা মনে স্মৰি তাকে নকৰিলে। এই দায়িত্ব সমাধা নকৰা বাবেই অনতি পলমে "বাতৰি"ৰ লগতে সম্পৰ্ক ছেদ কৰিবলগীয়া হল। "বাতৰি"ত প্ৰায় ডেৰ বছৰ কাল আছিল। এই ডেৰ বছৰতে সাংবাদিকতাৰ অভিজ্ঞতা ভালেমান অৰ্জ্জন কৰিলে। এই অভিজ্ঞতাৰ ওপৰত ভেটি কৰিয়েই তেখেতে পাছত এবাৰ এইদৰে লিখিছিল।

"প্ৰতিষ্ঠাপক, সম্পাদক, সহকাৰী সহসম্পাদক, প্ৰবন্ধ আৰু আহিঁ কাকত চাওঁতা সকলোৰে মত ইজনৰ লগত সিজনৰ নিমিলিলে কোনো বাতৰি কাকতেই সৰবৰহী আৰু স্থায়ী হব নোৱাৰে" (সজম ৩য় বঃ ২য় খণ্ড, পৃ ২১)।

বাতৰি এৰি আহি আকৌ চাৰিঙৰ ৰাজনীতিত সোমাই পৰি শৰ্ম্মা ৰাইজীয়া কামত বুৰ গল। আলি পদূলি নিৰ্ম্মাণ কাৰ্য্যত আৰু অন্যান্য জনহিতকৰ কামত বেণু শৰ্ম্মা নহলে এখোজো নচলা হল। চাৰিঙৰে মুখিয়াল লোক বৰ্তমান প্ৰধান শিক্ষক হেমকান্ত ডুৱৰাই সেই কালৰ কথা সুঁৱৰি লিখিছে......"শৰ্ম্মা ডাঙৰীয়া ঘৰত থাকিলে তেখেতৰ ওচৰলৈ অহা মানুহৰ লানি নিছিগে, কাৰণ বহুত। বিশেষকৈ চৰকাৰৰ ঘৰলৈ কোনো আবেদন বা অভাৱ অভিযোগ দৰ্খাস্ত লেখাবলৈ তেখেতৰ ওচৰলৈ মানুহ ঢপলিয়াই যায়। সকলোৰে বিশ্বাস যে, বেণুশৰ্ম্মাৰ কলমৰ ওপৰত আৰু কলম ধৰোঁতা নাই। কাৰণ তেখেতে আঁৰ কেকোঁৰ মাৰি যেনেকৈ কথা একোষাৰ লেখি দিব, তাক ওকৰাই কোনে? গাঁৱলীয়া সমাজখনত তেখেতে এনেকৈয়ে সকলোৰে লগত জীণ গৈ প্ৰভাৱ বিস্তাৰ কৰি আছিল। সমাজৰ সকলো শ্ৰেণীৰ মানুহৰ প্ৰতি তেখেতৰ সহানুভূতি আৰু আকৰ্ষণ আছে। ... চাৰিঙলৈ আহিলেই পূৰণি লগৰীয়াসকলক লগ ধৰি মাত এষাৰ লগাবলৈ নেপায় মানে শৰ্ম্মা ডাঙৰীয়াৰ মনটো শাঁত নপৰে। বেণুশৰ্ম্মা আহিছে বুলিলেই তেখেতৰ পূৰণি লগৰীয়া আৰু আপোন জনেও লগ পাবলৈ উদ্‌গ্ৰীৱ হৈ পৰে। তেখেতৰ অনুগামীসকলে ইজনে সিজনৰ পৰা শৰ্ম্মা ডাঙৰীয়া অহাৰ বাতৰি লৈ তেখেত যতে আছে ততে ওলায়গৈ। প্ৰথম দৰ্শনতে তেখেতৰ মিচিকিয়া হাঁহিটিয়ে দূৰৈৰ পৰাই চুম্বক লোৰে টনাদি বন্ধু বান্ধৱসকলক ওচৰলৈ টানি লৈ যায়। কোনোবা এঘৰিত

সোমোৱাৰ লগে লগে ঘৰখনিত এটি উদাহৰণ দেখিবলৈ পোৱা যায়। প্ৰথমে দঁপাত এচিলিমেৰে 'বেণু বাপুটিক' আদৰণি জনোৱাটো সকলোৰে নিয়ম। তেখেত অহা গম পালে এতিয়াও ভাল বস্তু একেবা পালে আত্মীয়াকৈ থোৱা অভ্যাসটি বহুতৰে আছে। শৰ্মা ডাঙৰীয়াইও পাৰিলে পক্কে ওচৰসমীপৰ গাওঁ কিথনৰ পুৰণি চামৰ বুঢ়া মেথা কিজনক দেখা এটা দি আহিবলৈ যত্নৰ ত্ৰুটী নকৰে।" (অ: গ্ৰ: পৃ: ১০২-৩)।

এদৰাকৈ এজন চাবিতীয়াৰ কথা তুলি দিয়াৰ উদ্দেশ্য হল মানুহজনৰ জনপ্ৰিয়তা আৰু জনপ্ৰেমৰ দুয়োটাৰ বিষয়ে নাম মাত্ৰ আভাষ দিয়া। একে জনপ্ৰিয় আৰু জনপ্ৰেমী মানুহ গাঁৱত থাকিলেও গুদাই বহি থাকিবৰ সাধ্য নাই। এনেবিলাক মানুহৰ নিজৰ কাম, পৰৰ কাম আৰু দেশীয় কামক সুকীয়া চিন-মোকাম বিলোপ পায়। বেণুশৰ্মাৰো তেনে দশা হৈছিল। এনেতে আহিল ১৯৩৭ চনত শিৱসাগৰ লোকেল বোৰ্ডৰ নিৰ্ব্বাচন।

এই নিৰ্ব্বাচনত কংগ্ৰেছৰ ফালৰ পৰা প্ৰতিদ্বন্দ্বিতা কৰাৰ সিদ্ধান্ত হল। অৰিয়াঅৰি লাগিল দুজনৰ মাজত, পীতাম্বৰ হাজৰীকা আৰু বেণুধৰ শৰ্মা। দুয়োজনেই চাৰিঙৰ, দুয়োজনেই প্ৰাৰ্থী হবৰ কাৰণে শিৱসাগৰ কংগ্ৰেছৰ ওচৰত আবেদন কৰিলে। পীতাম্বৰ হাজৰীকা যদিও চাৰিঙৰে আছিল তথাপি ওকালতি ব্যৱসায় কৰি শিৱসাগৰ নগৰতে থাকে। সেইদেখি স্থানীয় কংগ্ৰেছৰ সৰহ ভাগে বেণুশৰ্মাৰ প্ৰাৰ্থিত্বৰ প্ৰতিহে সমৰ্থন দিছিল। দিলে কি হব? তেতিয়াৰ কংগ্ৰেছ যদিও গাঁৱত বিয়পি আছিল বিধানসভা বা লোকেল বোৰ্ডৰ প্ৰাৰ্থিত্বৰ বেলিকা নগৰীয়া নেতাবিলাকেহে কাৰ্য্যতঃ অগ্ৰাধিকাৰ পাইছিল। প্ৰায় সকলো জিলাতে ইচ্ছাকৃত ভাবেই হওক অথবা এলাপাকতে হওক এনেদশা ঘটিছিল। বেণুশৰ্মাই এনে ব্যৱস্থাৰ যি সমৰ্থন নকৰিছিলেই বিৰোধিতাহে কৰিছিল। তেখেতৰ মতে গাঁৱৰ সুবিধা অসুবিধাৰ কথা সুখ-দুখৰ বতৰা গাঁৱতে থকা মানুহে বেছিকৈ বুজে। নগৰীয়া উকীল মুক্তিয়াৰ ধৰি ভাক বুজোৱাবাৰ আওপকীয়া নীতি। চাৰিং আৰু আশে-পাশে থকা বাইজেও এইমত শিৱসাগৰ কংগ্ৰেছ কৰ্ত্তৃপক্ষৰ কাণত পেলাইছিল। সেইবোৰ গালো-বালো থোলাকটিৰ তাল হল। কংগ্ৰেছ সমিতিৰ বৰমূৰীয়া সকলে লগ লাগি শেহস্তত পীতাম্বৰ হাজৰিকা উকীলকহে মনোনয়ন দিলে। বেণুশৰ্ম্মা আৰু লগৰ এচাম বাইজে এনে বিচাৰত চলিত কংগ্ৰেছৰ ওপৰত হত-বিশ্বাস হৈ কংগ্ৰেছৰ পৰা কাটি গৈ

খাৰত সুকীয়া কংগ্ৰেছ স্থাপন কৰাকে একমাত্ৰ উপায় বুলি স্থিৰ কৰিলে। তাৰ ফলত উদ্ভৱ হল 'নগৰকলীয়া কংগ্ৰেছ' বুলি পৰিচিত হোৱা এখন নতুন কংগ্ৰেছৰ। বেণুশৰ্মা কংগ্ৰেছ প্ৰাৰ্থীক বিৰোধ কৰি লোকেল বোৰ্ডৰ সদস্য পদৰ বাবে নিৰ্ব্বাচনত নামিল। কংগ্ৰেছ দুফাল হল।

কংগ্ৰেছৰ অনুমোদিত প্ৰাৰ্থী হাজৰিকা তেতিয়া উপাৰ্জ্জনবহুল উকীল, তাতে কংগ্ৰেছৰ ধন-জন দুয়োটাই তেওঁৰ সোঁৱে-বাঁৱে। বেণুধৰ শৰ্মাৰ সমৰ্থক থাকিলেও ধন নাই, জন থাকিলেও কামৰ বেলিকা নিৰ্ব্বাচন-পটু নহয়। কোনোৱে মুখেৰে উপদেশ দি পাছত মোটোকা মাৰিলে। যান-বাহন বুলিবলৈ আছিল সেই লগৰ নগৰী চাইকেলখন। জাঁজী গড়মূৰৰ ভিতৰুৱা গাঁৱৰ পৰা নিজৰ হকে প্ৰচাৰ কৰি উভতি আহোঁতে মাজতে সক ছিগা এডোখৰত হাতেৰে চাইকেলখন ঠেলি পাৰ হওঁতেই এই লেখকে লগ পোৱা দৃশ্যটো বহুত পাহৰা কথাৰ স্মৃকডাই সৰকি আজিও মনত ওপঙি পৰিছে। তথাপি বহুত নিষ্ঠাযুক্ত আৰু উগ্ৰ কংগ্ৰেছীয়েও বেণুশৰ্মাক সমৰ্থন কৰিছিল। কলাই চন্দ্ৰাৰ ওৰফে কালিৰাম বৰুৱা নামৰ চাৰিঙৰে এজন ভব্য লোকে নিৰ্ব্বাচনী সভাত কৈছিল— "নগৰৰ কংগ্ৰেছে বাছি দিয়া জনক আমি কেতিয়াও সমৰ্থন নকৰোঁ। কোন কেনেকুৱা আমিহে জানো। যিজনে আমাৰ লগত দেহেকেহে খাটি আহিছে সেই জন স্থানীয় লোকক আমি ভোট দিমেই দিম। তেহেলৈ হেজাৰ নগৰীয়া কংগ্ৰেছে তেওঁক অপদাৰ্থ বোলক"। এনে অকপট সমৰ্থন পালেও কংগ্ৰেছৰ বল তেতিয়া বেছি আছিল। ৭টা ভোটৰ ব্যৱধানত বেণুশৰ্মাৰ পৰাজয় বৰণ কৰিবলগীয়া হল। এইটো এটা শৰ্মাৰ জীৱনৰ স্মৰণীয় ঘটনা। জয়-পৰাজয়ৰ বাবে নহয়, শৰ্মাৰ জীৱন পথৰ কেঁকুৰি-নিৰ্ণায়ক ৰূপেহে।

নিৰ্ব্বাচন হৈ যোৱাৰ পাছত শিৱসাগৰ কংগ্ৰেছ সমিতিয়ে হোৰ তোলা কামত মনোনিবেশ কৰিলে। কংগ্ৰেছৰ পৰা ফাটি গৈ কংগ্ৰেছকে প্ৰতিদ্বন্দ্বিতা কৰাৰ অনুশাসন হীনতাৰ দায় ধৰি আজীৱন কংগ্ৰেছ সেৱী বেণুধৰ শৰ্মাক দুবছৰৰ কাৰণে কংগ্ৰেছৰ পৰা বাদ দি থলে। সেই দিয়াই দিয়া, শৰ্মাই নিজেও শপত খালে-'কংগ্ৰেছত আৰু যোগ নিদিওঁ।" অকল কংগ্ৰেছহে নে? ৰাজনীতিকে তস্মৈ নমঃ বুলি পৰিহাৰ কৰিলে। সেই যে এৰিলে, সেই এৰাই এৰা, অইন কোনো ৰাজনৈতিক দলৰ ওচৰ নাচাপিলে। প্ৰকৃতপক্ষে কোনো দলৰ নীতিৰ লগতে শৰ্মাই নিজক জীণ নিয়াব

যে পাৰিলেহেঁতেন সেই বিষয়েও সন্দেহ উপস্থিত হয়। প্ৰত্যক্ষ ৰূপে নীতিৰ একোটা ছাঁও তেখেতৰ ভাৱত আছিল, কিন্তু সকলো দিশ সামৰি-লোৱা এটা স্পষ্ট আৰু পুষ্ট ৰাজনৈতিক ভাৱগুচ্ছ তেখেতে আউটি লৈছিল বুলি আমাৰ মনে নধৰে। কোনো কেনোৱে কয় বেণুশৰ্মাই এৰি নিদি লাগি থকা হেঁতেন হয়তো জীৱনৰ ধাৰা পৰিবৰ্ত্তন হৈ গলহেঁতেন, ব্যক্তিগত উন্নতিৰ কালৰ পৰা। সেই কথাও আমাৰ বিশ্বাস নহয়। তেখেতৰ উধামুধা স্বভাৱৰ কথালৈ ভাবিলে মনলৈ আহে যে কেতিয়া কোন মুহূৰ্ত্তত কোন সময়ত উছাট মাৰি দল এৰি গুচি আহিলহেঁতেন তাক আগতে কোনেও তৰকিব নোৱাৰিলোহেঁতেন। ৰাজনীতিত বৰ মানুহে তাও জুৰি হয় হয় কৈ থাকি চুকত থাকি গোৰ মাৰিবও পাৰে। বেণুশৰ্মাৰ নিচিনা খাবাংখাচ আৰু ভড়ভড়ীয়া মানুহে তাও জুৰি হয় হয় কৰিব নোৱাৰিলেহেঁতেন। জীৱনীৰ আৰু বুৰঞ্জীৰ 'যদি' আৰু 'হেঁতেন' বোৰ লৈ বৌদ্ধিক খেল খেলিব পাৰি আৰু ভৱিষ্যতৰ বাবে শিক্ষাৰ পাঠ লোৱাৰ সহায়তা পাব পাৰি। হৈ যোৱাখিনিহে আমাৰ অনুধাবনৰ বিষয়। ৰাজনীতিৰ মেৰপাকত সাঁত খাই পৰাহেঁতেন আজি তাৰাৰ খনিকৰ বুৰঞ্জী সাহিত্যকাৰ বেণুধৰ শৰ্মাক নাপালোহেঁতেন নে কি? ঈশ্বৰে যি কৰে ভাললৈকে কৰে।

## তৰুণ অসম—

১৯৩৯ চনত ডিব্ৰুগড়ৰ খ্যাতনামা চাহখেতিয়ক আৰু উদ্যমশীল ব্যৱসায়ী প্ৰাচীন অসমীয়া নন্দেশ্বৰ চক্ৰৱৰ্ত্তী ডাঙৰীয়াই 'তৰুণ অসম' নাম দি এখন সাপ্তাহিক কাকত উলিয়াবলৈ মনস্থ কৰিলে। এই কামত সততে উদগাই আছিল মহৰ্ষি কমলাকান্ত ভটাচাৰ্য্যৰ পুত্ৰ তৰুণ ভটাচাৰ্য্যই। তৰুণ ভটাচাৰ্য্যই এবা দি যোৱাত বেণু শৰ্মাক মাতি অনাই সম্পাদকৰ দায়িত্ব দিলে ১৯৩৯ চনৰ ৩১ জুলাইত। চক্ৰৱৰ্ত্তী ডাঙৰীয়াৰ লগত শৰ্মাৰ শিৱসাগৰীয়া ছাত্ৰ জীৱনৰ পৰাই পৰিচয় আছিল। শিৱসাগৰত পঢ়ি থাকোঁতেই এবাৰ ডিব্ৰুগড় চাবলৈ যাওঁতে বেণুশৰ্মা এই চক্ৰৱৰ্ত্তীৰ ঘৰতে আছিল। লগতে আলোচনী সভা নামৰ সভা (আলোচনী কাকতৰ জন্ম দাতা) অধিবেশন এটাও চাই আৰু শুনি প্ৰেৰণা আহৰণ কৰিছিল। চক্ৰৱৰ্ত্তী ডাঙৰীয়াই তেতিয়াই তীক্ষ্ণধীসম্পন্ন চেঙেলীয়া ডেকাজনৰ সাহিত্যিক

উদীয়মানতাৰ প্ৰতি লক্ষ্য কৰিছিল। পাছতো বহুত বাৰ দেখাশুনা হোৱাত সেই ধাৰণা প্ৰবলতৰ হৈছিল। দৈনিক বাতৰিৰ পৰা অব্যাহতি লোৱাৰ খবৰ পাই মনতে এইজন ভাবাত তুখুং, ভাৰত অসম জাতীয়তাৰ উগ্ৰ-সমৰ্থকেই উপযুক্ত সম্পাদক হব বুলি থিৰাং কৰিছিল। 'দৈনিক বাতৰি'ৰ নিচিনাকৈ চক্ৰবৰ্ত্তীৰ 'তৰুণ অসমো' পোনপটীয়াকৈ চৰকাৰ বিৰোধী নাছিল। স্বৰাজ আন্দোলনৰ লগত সাক্ষাৎ বিৰোধিতা নকৰিছিল। এজন সাংবাদিকৰ মতে 'তৰুণ অসম'ৰ মূলনীতি আছিল "বান্দৰৰ কল ভুকুওৱাই সকওৱা আৰু বান্দৰী উচটাই জোল খোৱা। (তিলক হাজৰীকা)।

ইতিমধ্যে ৰাজনীতি পৰিত্যাগ কৰি বেণু শৰ্ম্মা মৌন হৈছিল। মৌন হলেও এবাৰ স্বৰাজৰ হকে যুঁজ কৰি কাৰ্য্যৰ গতিকে নিজম পৰিহে আছিল ভিতৰত ইংৰাজৰ বিৰোধৰ জুইকুৰা উমাজালে জ্বলি আছিল। সেইজন লোকে 'তৰুণ অসম'ৰ ভাৰ লোৱাযাৰ দেখাত বিষম যেন লাগিলেও অসমীয়াস্বাৰ্থৰ ফালৰ পৰা এফেৰিমান কৰিব পৰাৰ আশা আৰু সাংবাদিক ভাবাবো কিবা এটা গঢ় দিয়াৰ মানসেৰে এই দায়িত্ব মূৰ পাতি ললে। পাছে তেতিয়া দ্বিতীয় মহাযুদ্ধৰ আৰম্ভণি কাল, ইংৰাজ শাসকৰ ছাঁয়াব্যা-ত্ৰনীতিয়ে বেণু শৰ্ম্মাক সেই কেইটা দিন লাৱে লাৱে পানী খুৱাইছিল। স্বত্বাধিকাৰী - চক্ৰবৰ্ত্তীৰ প্ৰতি চৰকাৰী বৰ বিষয়াসকল সিমান বিৰূপ আছিল বুলি মনে নধৰে কিন্তু কংগ্ৰেছত জোবোৰা থাই অহা বেণু শৰ্ম্মাৰ লেখাবোৰত ছাঁটোকে বাঘটো যেন দেখিছিল। সি যে কেনেকুৱা আছিল দুই এটা সামান্য ঘটনাই তাৰ উমান দিয়ে। তাক নিজৰ উক্তিৰ মাজেদি জনাই ভাল।

"বৃটিছ সাম্ৰাজ্য দুতৰত পৰা এই সমস্যাটোতে সাম্ৰাজ্যৰ স্বাৰ্থৰক্ষী 'তৰুণ অসম'ৰ বাতৰি শিতানত প্ৰকাশ হল 'হিটলাৰে লেটা কুন্দাইছে'। অসমীয়া সুবুজা বঙালী চি, আই ডিয়ে ৰিপৰ্ট দিলে, "তৰুণ অসমে হিটলাৰৰ জয় জয় ঘোষণা কৰিছে।" ৰিপৰ্ট পাই উঠিল গৰ্জ্জি মিঃ চি এছ গনিং আৰু তৎক্ষণাৎ দুটা চিপাহী পঠিয়াই তৰুণ অসম অফিচৰ পৰা মোক নিয়ালে ধৰাই। আন কাল গনিঙৰ ওচৰলৈ গলেই শ্লিপখন ( ভিজিটিং কাৰ্ড নাছিল ) দিয়া মাত্ৰকে মোক ওপৰলৈ মাতি নিয়ে আৰু "গুডমৰ্নিং চাৰ" বুলি চেলাম দিলেই, চাহাবেও মৰমতে পমি যোৱাৰ দৰে লেনিয়াই গু উদ মৰৰন ইউ বেণু ইউ ধৰ বুলি সম্ভাষণ জনাইছিল। সেই দিনা পাওঁতে দেখোন

লাখুটি ডালতে ভেজা লৈ চাহাব বঙলাৰ খটখটিতে থিয় হৈ আছে। যেন মোলৈকে ৰৈহে আছে। মই চেলাম দিবলৈ নৌপাওঁতেই তেওঁ বাঘে ধৰাদি খেচ্ খেচ কৰে ধৰিলেই “Well Benudhar, what do you mean by হিটলাৰে লেটা কুন্দাইছে? মোৰ খৰযুগুতি হেৰাল। কৰ পৰানো মনত পৰিল কব নোৱাৰো। হঠাৎকৰে মুখৰ পৰা ওলাল Hitler is digging his own grave sir (হিটলাৰ মৰিবলৈ ওলাইছে)। How (কেনেকৈ) বুলি মোক কথাষাৰ বুজাই দিবলৈ ওপৰলৈ মাতি নিলে। দেখিলোগৈ তেওঁৰ মেজত হেমকোষ, চন্দ্ৰকান্ত অভিধান, মাধৱ চলিহা আৰু বুদ্ধীন্দ্ৰ ভটাচাৰ্য্যৰ অভিধান কেউখন থাক পাতি থোৱা আছে। ওপৰলৈ উঠি যাওঁতে মোৰো ভয়ত এক প্ৰকাৰ চুলিৰ আগে জীৰ উৰি যাওঁ যেন হৈছিল। সেই দিনা মোৰ কপালো ভালেই আছিল, কাৰণ ৰাতিপুৱা কিবা এটা কথাত ৰবিঞ্চন চাহাবৰ অসম বুৰঞ্জীখন পঢ়িবলগীয়া হৈছিল। তাকে পঢ়োঁতে মুগা পলুৱে কেনেকৈ লেটা কুন্দাই মুগাৰ বাহ বান্ধে তাৰ ইংৰাজী শব্দ কেইটা মনত আছিল। এতিয়া কুঁজৰ মূৰত কিল বহুৱাবলগীয়া হোৱাত, পলুৰ পৰিবৰ্তনটো বুজাই দিবলৈ চল ওলাল। ৰবিঞ্চনৰ শব্দৰেই চকৰা চকৰী পখিলাৰ পৰা আৰম্ভ কৰি ছাই ওলাই লেটা হোৱালৈকে গোটেইখিনি ৰূপান্তৰৰ কথা ফঁহিয়াই দিলোঁ। শেহত পলুটোৱে আপোনা আপুনি মৰিবলৈকে, বাহ বান্ধে বুলিও দোহাৰি কলোঁ। এই বাহ বন্ধাকে লেটা কুন্দোৱা বোলে। সেই পলুৰ দৰেই এতিয়া হিটলাৰেও লেটা কুন্দোৱাৰ দৰে দেশ জয় কৰিছে, পাছত তাৰ মাজতে সোমাই সি মৰি থাকিব। সেই দেখিহে লেখিছিলোঁ ‘হিটলাৰে লেটা কুন্দাইছে’ অৰ্থাৎ আপোনাৰ মৰণ আপুনি মাতি আনিছে নাইবা আপোনঘাতী হব খুজিছে। মোৰ ব্যাখ্যাটো হেমকোষৰ অৰ্থৰ লগত ৰজিতা খাই যোৱা দেখি গনিঙে বুঢ়াগৈ হয়া হাঁহি এটি মাৰি কলমটো থৈ “That is alright, Benudhar” বুলি হাত জোকাৰি বিদায় দিলে। (গনিং চাহাবৰ বৃটিছ মৌলি—সঙ্গম, ১ম বঃ ১ম খণ্ড পৃঃ ২).

বৃটিছৰ দিনত অসমীয়া বাতৰি কাকত চলোৱা এটা বৰ বিপদজনক কাম আছিল। ইংৰাজীতকৈও অসমীয়া শব্দ ব্যৱহাৰ কৰোঁতে বিশেষ সাৱধান হবলগীয়া হৈছিল। একোটা সামান্য শব্দ পাকতে ব্যৱহাৰ কৰাৰ ফলত কেতিয়াবা বহুত লটিঘটি হৈছিল। তাৰে এটা দৃষ্টান্ত শৰ্ম্মাৰ ভাষতে:—

"“তৰুণ অসমৰ কোনোবা এটা সংখ্যাত এখন চিঠি আৰু চিঠিকে ভেটি কৰি লেখা এটা সম্পাদকীয় প্ৰবন্ধ ওলাইছিল। চিঠিখন লিখিছিল সদিয়াৰ হৰিনাথ গগৈ নামৰ এজন সংবাদদাতাই। চিঠি খনৰ মূল বস্তু আছিল সদিয়া হাইস্কুলত বঙালী শিক্ষক এজন নিযুক্ত কৰাৰ প্ৰতিবাদ। সেই শিক্ষক জন সদিয়া পলিটিকেল অফিচৰ কেৰেণীৰ কোনোবা সম্পৰ্কীয় আছিল। চিঠিখনৰ ভাষা অৱশ্যে চোকাই আছিল কিন্তু সম্পূৰ্ণ সত্য। সেই চিঠিতে ভেজা দি সম্পাদকীয়ত লিখিলো যাৰ আভাষ এই—

"অসমৰ মাজতালু সদিয়া চহৰত বঙালী মাষ্টৰ নিয়োগ। কি চমৎকাৰ খবৰ। অসমীয়া ডেকা কোন ক'ত আছা হেপোৰ পিটি ডেও দিয়াইতক আৰু থেৱৰ ঘৰ বোৰত জুই লগাই দি হাত চাপৰি বাই নাচাঁহক। × × এৰা টেঙৰ বঙালী নহলে বুটিছে জানো সাম্ৰাজ্যবাদৰ লাই খুটাটো পুতিব পাৰে × ×।"

সেই সংখ্যা প্ৰকাশ হোৱাৰ লগে লগে সদিয়া পলিটিকেল অফিচৰ ৱৰ কেৰাণী জনৰ পৰা নটিছ পালেহিয়েই—মই হেনো তৰুণ অসমত তেওঁৰ বিৰুদ্ধে মিছা কথা লেখি তেওঁৰ মানহানি কৰিছোঁ আৰু সেইবাবে মই ৫০০০ টকা ক্ষতিপূৰণ দিব লাগে আৰু প্ৰকাশ্যে ক্ষমা খুজিব লাগে। ১৫ দিনৰ ভিতৰত ইয়াৰ সন্তোষজনক কৈফিয়ৎ নেপালে তেওঁ মোৰ ওপৰত মানহানি মোকদ্দমা কৰিবই।

মই পিছে তাৰ উত্তৰ দিবলৈ নহল। ২০ দিন মানৰ মূৰত দেখোন বডি ৱাৰেণ্টৰ ( যেনে আছে তেনেই ধৰি অনা ) কাগজ লৈ দুটা চিপাহীয়ে মোক ধৰি নিবলৈ আহিলেই। অগত্যা সদিয়া পালোগৈ। শ্ৰীযুত ফণীধৰ গোহাঁই পুলিচ ইন্সপেক্টৰে সকলো আগ পিছ কৰি দিলে। পলিটিকেল অফিচৰ কাছাৰী ঘৰটো পাইছোগৈহে এনেতে অসমীয়া কৰ্ম্মচাৰী যি কেইজন আছিল তেওঁবিলাকৰ প্ৰত্যেকেই মোক মাতি নি একোটোপা চাহ খুৱাই বিদায় দি সম্বৰ্ধনা জনালে—যেন মই বলিশাললৈ নিয়া পাঠা ছাগলীটোহে। পলিটিকেল অফিচাৰৰ ওচৰ পালে ঘূৰি অহাৰ আৰু আশা নাই। নাই নাই বুলিও, লাগে লাগে পোনেই তিনি মাহ শ্ৰী ঘৰত বাস কৰিব লাগিব। অজাস্তি মুলুকৰ বিচাৰ নাই। সেই বাবেই মোক ইমান সংকাৰ।

"সি যি নহওক, পলিটিকেল অফিচাৰৰ এজলাছ পালোগৈ। অফিচাৰজন আছিল মিঃ গডফ্ৰে ( Godfrey ) পোৱা মাত্ৰকে, অভিযুক্ত আছামী যদিও

ভদ্র ভাবে সম্ভাষন কৰি তেওঁ মোক বহিবলৈ কলে। তাৰ পিছত শুচৰীয়া কেৰাণীজনক তেওঁৰ গোচৰৰ কাৰণ উত্থাপন কৰিবলৈ আদেশ দিলে। শুচৰীয়াই আৰম্ভ কৰিলে :—

"হৰিনাথ গগৈ নামেৰে এজনে সংবাদ দাতাৰ মিছা বাতৰিৰ ওপৰত নির্ভৰ কৰি 'তৰুণ অসম'ৰ সম্পাদক, শ্রীযুত বেণুধৰ শর্মাই মোক 'টেঙৰ' বুলি কৈ অপমান কৰিছে। 'টেঙৰ'ৰ অর্থ হৈছে Cunning, sly ard willy—অর্থাৎ ধুর্ত্ত, দগাবাজ, দুষ্ট ইত্যাদি। গতিকে টেঙৰ শব্দ প্রয়োগ কৰি মোক 'তৰুণ অসম'ৰ সম্পাদকে দস্তুৰমতে মান হানি কৰিছে আৰু ৰাইজৰ আগত হেয় প্রতিপন্ন কৰিছে। সম্পাদকে ৫০০০ টকা দিয়ক আৰু আদালতৰ নির্দ্দেশ মতে ক্ষমা খোজক। এয়ে মোৰ গোচৰৰ কাৰণ।" চাহাবে সুধিলে "হৰিনাথ গগৈ কোন? তেওঁৰ নাম ঠিকনা জানিবলৈ দিলেই আপোনাক এই অভিযোগৰ পৰা অব্যাহতি দিয়া হব।"

"মই কলো। বাতৰি-কাকতৰ সম্পাদকে বাতৰি যোগনিয়াৰৰ নাম প্রকাশ কৰাটো সাংবাদিকতাৰ নিয়ম নহয়। অভিযোগৰ সত্যাসত্য প্রমাণ কৰাহে নিয়ম। আপুনি চাব লাগিব—সদিয়া হাইস্কুলত হাটখোৱা বঙালী এজনক শিক্ষক নিযোগ কৰা সঁচানে মিছা? আৰু তেওঁৰ সেই কাম পাব পৰা উপযুক্ততা আছেনে নাই? সেই প্রাশ্নটো তল পেলাই তেওঁ মোক আকৌ জেৰা কৰিলে।

"What do you mean by Tengar ?

টেঙৰ মানে আপুনি কি বুজাইছে?

মোৰ উত্তৰ : Tengar means clever। টেঙৰ মানে বৰ বুধিয়ক।

"গভর্ণৰৰ মেজত 'হেমকোষ', মাখন লালৰ অভিধান, বুধীন্দ্র ভট্টাচার্য্যৰ অভিধান—এই কেউখন থাক পাতি থোৱা আছিল। মই কোৱা অর্থটো মিলাই চাবলৈ তেওঁ কেউখন অভিধানৰ পাত লুটিয়াই চালে। পালে—টেঙৰ মানে shrewd, intelligent, shy, clever, smart ইত্যাদি। চাহাব পৰিল বিমোৰত। উপায় নেপাই ওচৰতে থিয় হৈ থকা তেওঁৰ এচিষ্টেণ্ট পলিটিকেল অফিচাৰ জনক সুধিলে "টেঙৰৰ ইংৰাজী কি? এ. পি. অ'ই. টপৰাই কৈ দিলে—হয় কেৰাণীয়ে কোৱাটোৱেই অর্থাৎ willy ( ৱাইলি )।

শুনি মোৰ টিঙিচ্ কৰে খং উঠিল। মোৰ হাতত সোকাবেত এডাল আছিল। সেই ডালকে টোৱাঁই ঘপকৰে থিয় হৈ জেক্ জেক্ কৰে ধৰিলো—

হেৰি, সেৌ লৰাটো বৰ টেঙৰ—তাক ৰাইলি বুলিয়েই কৰ নে ?

থওঁৰ মূৰ্ত্তিৰে সোধা প্ৰশ্নৰ গতিটোলৈ চাই গডক্ৰে সেই পিনে ভতক মাৰিলে। থন্তেকমানৰ পিছতে চাহাবে মোক অভিযোগৰ পৰা অব্যাহতি দি সসন্মানে ভিক্ৰুগড়ত থোৱাই দিলে।

মাতবাৰ টানি থামীভাঠকৈ নোকোৱা হলে সেই দিনা নিশ্চয় সেই অসমীয়া এ. পি. অ' জনৰ ভাষাজ্ঞানে মোক বগা ৰবত শুমুৱালেগৈহেঁতেন। পিছত জানিব পাৰিলো সেইজন ডেকা এ. পি অ. হেনো যোৰহাটৰ বালি বাটৰ এজন সাতাম পুৰুষীয়া অসমীয়া।" ( সঙ্গম, ২য়বঃ ৩য় সং )

'দৈনিক বাতৰি'ৰ সহকাৰী সম্পাদক কাম কৰা কালত লিতান দিয়া আৰু সংবাদবোৰৰ ভাষা পোনাই দিয়া সুবিধাখিনি পালেও শব্দশাল এখন গঢ়িবলৈ যত্ন কৰিলেও, অবাধ আৰু একাধিপত্য সুযোগ পোৱা নাছিল। সম্পাদকীয় টোকা আৰু স্তম্ভটোৰ ৰচনাইহে সম্পাদকক ভাষাৰ বোল চৰাবলৈ সুযোগ সুবিধা দিয়ে, সাংবাদিকতাৰ ভাষাক নিজৰ ঠাঁচ এটা দিবলৈ হলেও সম্পাদকীয় স্তম্ভই প্ৰচুৰ প্ৰভাৱ বিস্তাৰ কৰে। আমাৰ পঢ়া কালতো প্ৰফুল্ল বায়ে সদায়ে কোৱা মনত পৰে। "ইংৰাজী ভাল শিকিব খোজা যদি ষ্টেট্‌চ্‌মেন পঢ়িবা।" বিশুদ্ধ আৰু নিটোল ইংৰাজী তেতিয়া এই কাকতৰ বিশেষত্ব আছিল আৰু তাৰ প্ৰতি সম্পাদকীয় মহলৰ সবিশেষ দৃষ্টি আছিল। 'তৰুণ অসম'ৰ সম্পাদকত্ব গ্ৰহণ কৰি বেণুশৰ্মাইয়ো 'তৰুণ অসম'ৰ যোগে বিশুদ্ধ নিটোল অসমীয়াক সংবাদ জগতৰ আদৰ্শ ৰূপে প্ৰতিষ্ঠা কৰিবলৈ এক প্ৰকাৰ সংকল্প লৈছিল। 'তৰুন অসম' অধিক কাল চলা নাছিল, তিনিবছৰেই পূৰ নহল হবলা, তথাপিও তাৰ ভিতৰতে অসমীয়া সংবাদ পত্ৰৰ ভাষাক প্ৰাণৱন্ত কৰাত শৰ্ম্মা বহুতখিনি কৃতকাৰ্য্য হৈছিল। এই কামত তেখেতৰ থলুৱা অথচ দেখাত নিমাখিত শব্দবোৰত চেতনা আধান কৰাৰ ক্ষমতা আৰু পুৰণি বুৰঞ্জীৰ দ্যোতক শব্দাৱলীৰ লগত থকা পৰিচয়ে প্ৰচুৰ প্ৰভাৱ বিস্তাৰ কৰিছিল। অসম সাহিত্য সন্মিলনৰ ৰূপালী জয়ন্তী অধিবেশনৰ ( ১৯৫৬ ) সভাপতিৰ ভাষণত বাতৰি কাকতৰ দায়িত্ব সম্বন্ধে কৈছিল :—

"বাতৰি কাকত এহাতে যেনেকৈ চতুৰ্থ ৰাষ্ট্ৰ, আনহাতে তেনেকৈ ভাষা সাহিত্যৰো পৰিসৰ বঢ়াওঁতা। বাতৰি কাকতৰ কাম অকল বাতৰি যোগোৱাই নহয়—ভাষাৰ বিশুদ্ধতা আৰু পবিত্ৰতা ৰক্ষা কৰাও তাৰ এটি অপৰিহাৰ্য্য অঙ্গ। আমাৰ কাকত বিলাকত প্ৰায়েই গধুৰ ভাৱৰ প্ৰবন্ধতকৈ

পাতল ভাবৰ ফুচুং ৰচনাইহে সৰহ ঠাই পায়। আমাৰ ক্ষুধনমান কাকতে "পুৰণি পুৰণি", অ' আই পুৰণিৰ মৰম এৰিব নোৱাৰিয়েই হবলা, আজিৰ সেই মান্ধাতা আমোলীয়া "জৱহৰলাল নেহৰু" নামটোকে লিখি আছে। ইপিনে জৱাহৰলাল নেহৰুৰ নামটোৰ আগত থকা পণ্ডিতটোও উঠি গৈও উকা শ্ৰীটোহে হল, সেই বাতৰিৰো বাতৰি কাকত কি খনে তু লোৱা নাই। এইবিলাক কাকতে আমাৰ প্ৰধান মন্ত্ৰী গৰাকীৰ নামটোকে ভুলকৈ শিকাই শিশু পঢ়ীসৰক কি শৰ পহুটো মাৰি খুৱাব? সেইদৰে 'পঞ্চশীলৰ' সলনি পঞ্চশীলা, যতঁৰ জয়ন্তীৰ ঠাইত চৰ্পা জয়ন্তী, চিঠিৰ সামৰণিত ইতি 'বাইদেৰেৰা' বা বায়েৰাৰ ঠাইত বাইদেউ লিখি আৰু কত আছে কিমান কম। সেইবোৰ লিখি, অকণ-মকণ লৰা-ছোৱালীৰ মনত ভুলৰ কেৰোণহে সুমুৱাই দিছে। তাৰ ওপৰিও নামকৰণ' নেলেখি 'নামাকৰণ' লেখা 'কথা ৰজালো' নেলেখি কথা বজালো লেখা এইবোৰ যে আছেই। সহায় খৰতকীয়া নহয়, এলাহ নোহোৱা মানুহ বা গৰুকহে অসমীয়া মানুহে খৰতকীয়া বোলে। ব্যক্তি পৰিচিতি কেনেকৈ ব্যাকৰণ-সিদ্ধ বুজা টান। শুদ্ধ অসমীয়াকৈ কোৱা জনে ভাল চাহ ইয়াত পোৱা যায় বুলি নকয়, কয় 'ইয়াত ভাল চাহ পায়' বুলিহে। বিদেশীশব্দ এটা তৎক্ষণাত তৰ্জমা কৰা টান। সেই বুলি বঙলা কাকতৰ গোট-টোপটো গোটে গোটে গিলিলে বৰশীত লগা মাছটোৰ দশা নহব জানো? আজি-কালি বাতৰি কাকত অকল বাতৰিৰে কাকত হৈ থকা নাই, তিনি খিলা কাগজতে সপ্তাহতে তিনিবাৰকৈ বিধে, বিধে লেখুৱা প্ৰবন্ধও পঢ়িবলৈ পোৱা হয়। প্ৰবন্ধ পাতিবোৰ উচ্চস্তৰৰ হোৱা বাঞ্চনীয়। হোৱায় নোহোৱায় ভাদমহীয়াও কিমান নো চ'তৰ বিহুৰ ঢোল কোবাই থাকিব? দৃষ্টিভঙ্গী তুচ্ছত পেলাই উচ্চলৈ যাব খোজোঁতেই তুচ্ছতাৰ নিকৃষ্ট নগ্ন ছবিবোৰ আঁকি সাহিত্য আৰু সমাজৰ মান ভঞ্জন নকৰে যেন। সাহিত্য সমাজবাদী হলেও ভদ্ৰতাশূন্য হব নোৱাৰে। বাস্তৱৰো সীমা আৰু মৰ্য্যদা আছে। ৰতৰৰ বস্তু ৰতৰতহে ভাল লাগে। আবতৰীয়া বেঙেনা কোনেও ভাল নেপায়। ৰৰঘুণ গলে জাপি লোৱা যেনে, অসময়ত বজোৱা বাঁহীৰ সুৰো তেনে।

'কাকতত সমজুৱা উন্নতিৰ চিন্তাশীলতাতকৈ গাইগুটিয়া অভিৰুচিৰ প্ৰকাশ সৰহ। বানচ দি হলেও চিকিৎসা, বিজ্ঞান, অৰ্থনীতি, ৰাজনীতি সম্পৰ্কীয় প্ৰবন্ধ প্ৰচাৰ কৰি দেশখনক বৈজ্ঞানিক মনোভাবাপন্ন কৰাটো 'চতুৰ্থ

ৰাষ্ট্ৰৰ' আনুষঙ্গিক কৰ্ত্তব্য। তাকে কৰিলে অসমীয়া ভাষাৰ পোত গৈ থকা বহুত শব্দইতো মুক্তিলাভ কৰিবই আৰু পঢ়োঁতাবো চকু মেল খাব।" (অঃ সাঃ সভাৰ অভিভাষণাৱলী ২য় ভাগ, পৃঃ ২২৭)।

অভিভাষণত থকা বাতৰি কাকতৰ দায়িত্ব বোলা কাষৰীয়া টোকাৰে নিৰ্দিষ্ট কৰা গোটেই খিনি কথা তুলি দিয়া হল। এবাৰ চকু ফুৰালেই পাঠকে বুজিব পাৰিব যে বাতৰি কাকতৰ আন দায়িত্বতকৈও ভাষাৰ দায়িত্বখিনিলৈকেহে শৰ্মাই আঙুলিয়াই দিবলৈ বেছিকৈ চেষ্টা কৰিছে। ভাষাৰ বিশুদ্ধতা আৰু পৱিত্ৰতা ৰক্ষাৰ কথাৰে ওৰা পাতি লৈ অসমীয়া ভাষাত পোত গৈ থকা বহুত শব্দই মুক্তি লাভ কৰিব বুলি মোখনি মাৰিছে। সংবাদ পত্ৰৰ আধুনিক দায়িত্বৰ কথা এবাৰ ভুষাৰ কলেও ভাষাৰ শুদ্ধি অশুদ্ধি অপপ্ৰয়োগ আদিৰ দৃষ্টান্তৰ হেঁচাত সেই কথা নিষ্প্ৰভ হৈ থাকিল। প্ৰকৃততে সাংবাদিকতাৰ অভিজ্ঞতা শৰ্মাৰ অলপদিনীয়া আৰু অভিভাষণ লিখাৰ সময়ৰ লগত তাৰ ব্যৱধান প্ৰায় কুৰি বছৰৰ, ইতিমধ্যে সংবাদপত্ৰ সেৱাৰ ধৰণ-কৰণৰ বহুত পৰিবৰ্তনো হৈছিল গতিকে সেই বিষয়ত ন্যূনতা যদি কিবা আছে সি অভিভাষণাংশক আকটা কৰা নাই। অভিভাষণৰ এই অংশটোৱে সংবাদ পত্ৰৰ কোনটো দায়িত্বক তেখেতে সৰ্বাগ্ৰাধিকাৰ দিছিল তাৰহে সূচনা দিছে।

'তৰুণ অসম'ত শৰ্মাই নিতৌ নতুন শব্দ সাজি উলিয়াইছিল অথবা বুৰঞ্জী যুগৰ আহোম শাসনত ব্যৱহৃত শব্দবোৰক নতুন পৰিস্থিতিত কামত লগাইছিল। চাব-মেৰিন বুবুলি শিহু জাহাজ, টাইম বোমাক 'খেন বোমা' বিধান বা লোক সভাৰ দলীয় হুইপ হৈ পৰিল 'সোঁকাধৰা।' নৌ বিভাগৰ বৰ বৰ বিষয়াক পানীফুকন, নাওশলীয়া ফুকন, নাওবৈছা ফুকন প্ৰভৃতি পুৰণি নামেৰে ভূষিত কৰিলে। আনকি Round Table Conference কো চাকলি পীৰাৰ মেল বুলি শান্তি পাইছিল। কোনোৱে ইয়াক অতীত মোহৰ আতিশয্য বুলিলেও বুলিব পাৰে। সকলো শব্দৰ এটা নিজা পৰিবেশ আছে, তাৰ পৰা বুটলি আনি আন এটা পৰিবেশত বহুৱাই দিলেই খাজ খাই নপৰে, কেতিয়াবাহে ব্যতিক্ৰম ঘটে। পানী ফুকন বা নাওবৈছা ফুকন আদি শব্দ যি শাসন পৰিমণ্ডলত খাপ খাইছিল তাক আজিৰ যুগৰ নৌ বাহিনীৰ গঠনটোত খাজ খুৱাবলৈ চেষ্টা কৰা বিফল। শব্দ গঢ়া সহজ নহলেও নোৱাৰা কাম নহয়। পাছে তাক

বিনা দ্বিধাই লেখক পাঠকে গ্ৰহণ কৰি প্ৰয়োগ কৰাবাৰ হে সাৰ্থক কথা।
আসাম নিউজত ( ১৮৯৪-১৯০১ ) কালিৰাম বৰুৱাই সম্পাদকীয় প্ৰবন্ধটোৰ
নাম দিছিল 'সম্পাদকৰ শৰাই।' তাৰ পাছত বন্তি আৰু উষাৰ সম্পাদক
সাহিত্য কাণ্ডাৰী গোইঁাঞি বৰুৱায়ো গ্ৰহণ কৰিলে। এতিয়ালৈকে
সেই শব্দ জীয়াই আছে। তাৰ পাছত কত কি নাম ওলাল গল তাৰ
লেখ নাই। 'শলাগৰ শৰাই' শব্দই নিগাজীকৈ একছত্ৰিত্ব লাভ কৰিলে।
অতিশয় কৃপকপীয়া নীতিৰ শৰণাপন্ন হ'বলৈ গলে শব্দ সাধন অসাধ্য
হয়। তথাপি সংবাদপত্ৰীয় শব্দ গঠন অথবা পুৰণি শব্দক পুনৰাভিষেক
কৰাত বেণু শৰ্মা যথোচিতভাবে কৃতকাৰ্য্য হৈছিল বুলি যপৰাই একে
আষাৰতে কব নোৱাৰিলেও 'তৰুণ অসম'ৰ সম্পাদকৰ শৰাইখনত উপাদেয়
আৰু উৎকৃষ্ট উক্তি ভৰি আছে। এই উক্তিবোৰে অসমীয়াৰ সমকালীন
সমস্যা আৰু স্বাৰ্থৰ প্ৰতি ৰাইজক সজাগ আৰু সচেতন কৰিবলৈ সমৰ্থ হৈছিল,
লগতে বাতৰি কাকতৰ বস্তুনিষ্ঠ বিষয়ৰাজিতো যে আত্মনিষ্ঠ ৰসালুতা
আধান কৰিব পাৰি তাৰো নিদৰ্শন দেখুৱালে। 'তৰুণ অসম'ৰ সম্পাদকীয়
উক্তিৰ কেইছোৱামান তুলি দিয়া হল পাঠকে নিজেই পঢ়ি বুজিব বুলি :—

## যাকে পাতে বজা সেয়ে হয় বোন্দা

গড়কাপ্তানী বিভাগৰ লোকেল বোৰ্ড আৰু মিউনিচিপেলিটিবিলাকৰ
কৰ্ত্তৃপক্ষসকলে প্ৰায়েই নিয়মৰ বহিৰ্ভূত কাম কৰি মইমতীয়া ভাৱৰ
পৰিচয় দিয়ে। এই কলঙ্কটি প্ৰায়েই আনে উক্ত অনুষ্ঠানবিলাকৰ তলত
কাম কৰা ঠিকাদাৰবিলাকে। গড়গাপ্তানী বিভাগৰ কোনো কোনো স্থানীয়
অধিপতিয়ে কোনো কাম ঠিকাকৈ কৰিবলৈ হলে, ঠিকদাৰ বিলাকৰ পৰা
দৰ্খাস্ত আহ্বান কৰে। সেই দৰ্খাস্তবোৰত কোনো কামত কিমান টকা
বিভাগৰ পৰা এষ্টিমেট কৰা হয় তাক স্পষ্ট লিখা থাকে। তাতে এইটোও
উহ্য থাকে যে সেই এষ্টিমেটতকৈ বঢ়াই নিৰিখ বান্ধি দিওঁতা ঠিকাদাৰ
বিলাকৰ ভিতৰত যাকে ইচ্ছা তাকে গড়কাপ্তানী বিভাগে ঠিকা কাম
কৰিবলৈ দিব পাৰে। কিন্তু বিভাগে বান্ধি দিয়া এষ্টিমেটতকৈ কমাই
নিৰিখ বান্ধি দিওঁতা ঠিকাদাৰক কাম দিবলৈ কোনো এটা চৰ্ত্তত ঘুণাক্ষৰেও
উল্লেখ নাই। অথচ কৰ্ত্তৃপক্ষসকলে তোমালোকৰ মোহত পৰি নাইবা
নিজৰ ক্ষমতাৰ পৰিচয় দিবৰ অৰ্থেই এষ্টিমেটতকৈ কম নিৰিখতে কাম কৰিম

খোলা ঠিকাদাৰজনক কাম দিয়া হয়। অকল সিমানতেই সেই কাৰ্য্য অন্ত নপৰে। নিভাঁজ দেশীয় মানুহক ন্যায্য দাবীৰ পৰাও বঞ্চিত কৰা হয়। এনেবোৰ অন্যায়-অবিচাৰ ডিব্ৰুগড়তেই প্ৰবলভাবে চলি আছে বুলি জানিবলৈ পোৱা হৈছে।

লোকেল বৰ্ড মিউনিচিপেলিটিতো সেই কথাই। লোকেল বোৰ্ডৰ চেয়াৰমেনে ৫০০৲ টকালৈকে একোটা ঠিকা কাম নিজ ইচ্ছামতে দিব পাৰে। যেতিয়া কামটোৰ মূল্য ৫০০৲ টকাতকৈ ওপৰ হয় তেতিয়া সেই কামটো কাক দিলাব চেয়াৰমেনে বৰ্ডৰ সাধাৰণ সভাত স্থিৰ কৰিব। এইটিয়েই বৰ্ডৰ নিয়ম। কিন্তু সেই নিয়ম উলঙ্ঘা কৰি লোকেল বৰ্ডৰ বহুত চেয়াৰমেনে বৰ্ডৰ সভাত কোনো কথা নজনোৱাকৈ কামটোৰ মূল্য কালি-কালি নিজ ইচ্ছামতে যাকে ভাল পায় তাকে দিয়ে। তাকো আকৌ দিয়েগৈ এনেকুৱা এজন মানুহক যি কোনো কালে এইখন আমাৰ দেশ বুলি সমাজিকতো নকয়। এনেবোৰ বেমেজালি জানি শুনিও চেয়াৰমেন সকলে ঘটাই থাকিলে স্বায়ত্ব শাসনৰ মূল্য আৰু ক'ত থাকিব। মিউনিচিপেলিটিৰ ৰেটপেয়াৰ্ছৰ টকাখিনিও যে চেয়াৰমেনৰ জ্ঞাতসাৰে বা অজ্ঞাতসাৰে অপব্যয় হয়, সিও আমাৰ দৃষ্টি পথলৈ আহিছে। ডিব্ৰুগড় মিউনিচিপেলিটিৰ ভাইচ চেয়াৰমেনজন অ-ধনুৱা হলেও তেখেতৰ কাম চাবলৈ অৱসৰ আছে বুলি কব নোৱাৰি। সেইবাবেই হবলা তেখেতৰ কাম কৰিবৰ নিমিত্তে তেখেতৰ হৈ চাবৰাছীজনেই ২০৲ টকা দৰমহা পায়। কোনো মেম্বৰে এই বিষয়ে খোলোচা বিৱৰণ প্ৰকাশ কৰিলে ডিব্ৰুগড় মিউনিচিপেলিটিৰ বহুত কৰদাতায়েই সন্তুষ্ট থাকিব। মুঠৰ ওপৰতে কৰদাতাই বাছি দিয়া ৰজাজন, কৰদাতাৰ প্ৰতি বোন্দা হলে দেশৰ কি ৰক্ষা আছে? ("তৰুণ অসম" ৪ ফেব্ৰুৱাৰী ১৯৪০ চন দেওবাৰ, ২১ মাঘ ১৮৬১ শক)।

## কথা প্ৰসঙ্গ

"বঙ্গদেশৰ লিলুৱা ষ্টেচনৰ ওচৰত মহাত্মা গান্ধীৰ গালৈ বাবু সুভাষ চন্দ্ৰ বসুৰ দেশৰ এজন মানুহে জোতা এপাট ফৰ্মুটি মাৰি পঠিয়াইছিল। বঙালীৰ মানত সুভাষ বাবুৱেই ভাৰতৰ একমাত্ৰ নেতা, তেওঁৰ বাহিৰে ভাৰতৰ আৰু গন্টিৰ মানুহ নাই। এই বাতৰি বিজুলী সঞ্চাৰে যেই

ভাৰতৰ ইমূৰৰ পৰা সিমূৰলৈকে প্ৰচাৰিত হ'ল সেই কেউকালৰ পৰা অতিথি সংকাৰৰ বঙালী নমুনাৰ বিষয়ে কথন মথন হবলৈ ধৰিলে,— হয় হে কানি মুনি খাই মোৰ গাত দোষ নাই বুলি বঙৰ গঙ্গাটোপ বাবু শৰৎ চন্দ্ৰ বসুৱে মহাত্মাজীৰ ওচৰত শৰণে পশিছেগৈ তথাপি মানুহৰ গাৰনি মাৰ নিয়াৰ পৰা নাই—"সেৱকে কৰে অপকাৰ। স্বামীক পাৱে অপযশে তাৰ"।

"মহাত্মাজীৰ গালৈ জোতা দলিয়াই বঙালীয়ে জগত বৰেণ্য নেতাক যি ৰূপে আদৰ অভ্যৰ্থনা জনালে ঝাঞ্ঝিবাসী সকলেও ঠিক তাৰ বিপৰীতে সিদিনা বঙ্গনেতা বাবু সুভাষ বসুক অভিনন্দন দিলে। অলপতে সুভাষ বাবু গৈছিল ঝাঞ্ঝিলৈ। তেওঁক সম্বৰ্দ্ধনা জনাবৰ নিমিত্তে এখন ৰাজহুৱা সভা পতা হল। অভ্যৰ্থনা সমিতিৰ সভাপতিয়ে জয়ে জয়ে আৰম্ভ কৰিলে। "মহাত্মাজীৰ গালৈ জোতা দলিওৱাৰ বাবে আপুনি আজি শুদা ভবিৰে সেৱা গাঁৱলৈ গৈ মহাত্মাজীৰ ওচৰত আজি আপোনাৰ দেশ-বাসীৰ হৈ পাপৰ প্ৰায়শ্চিত্ত কৰি আহকগৈ। আপোনাক মান কৰিছো বুলি আপুনি নেভাবিব যে আমি মহাত্মা গান্ধী বা কংগ্ৰেছক উলাই কৰিছো। এনে স্পষ্ট মিষ্ট সম্ভাষণ বঙ্গবৰেণ্য বাবু সুভাষ চন্দ্ৰ বসুৱে কোন কাহানিকৈ বিস্মৃত গৰ্ভত বিলীন নিয়াব পাৰিব? ঝাঞ্ঝিৰ ওচৰৰে গাঁও এখনত সুভাষ বসুক চাবলৈ দৰ্শকৰ উদুলি-মুদুলি লাগিছিল। হোজা গাঁৱলীয়া এজনক মটৰত সভালৈ নিওঁ বুলিলতো নগল। সি মাত্ৰ ইয়াকেহে ক'লে "মই গান্ধীৰ ছেলাজনক দেখিলো।" এই দৃশ্যৰ লগত বঙ্গদেশৰ জোতা দলিওৱা দৃশ্যটো ক্ষন্তেকমান তুলনা কৰি চাওক। বঙালী-অবঙালীৰ অতিথি সংকাৰৰ নমুনা কিমানৰ প্ৰভেদ"। ("তৰুণ অসম" ১৭ মাৰ্চ ১৯৪০ চন, দেওবাৰ ৪ চ'ত ১৮৬১ শক")।

## অসমীয়া ফৌজ

"গোটেই পৃথিৱী জুৰি যুদ্ধৰ কাদম্বিনীয়ে যেনেকৈ আকাশ পাতাল ছানি ধৰিছে তালৈ চাই অনতি পলমেই ভাৰতবৰ্ষ যুদ্ধ ক্ষেত্ৰত—থিক যুদ্ধ ক্ষেত্ৰ নহলেও ৰণচালি কৰা ক্ষেত্ৰত পৰিণত হব বুলি ঠাৱৰাব পাৰি। ৰণচালিৰ ভু-নোপোৱা, অস্ত্ৰহীন, সমৰ শিক্ষা বিহীন ভাৰতবাসীয়ে যাতে শত্ৰুৰ আক্ৰ-মণৰ পৰা ৰক্ষা পাব পাৰে তাৰ নিমিত্তে ভাৰত গৱৰ্ণমেণ্টে যথোপযুক্ত ব্যৱস্থা

হাতত লৈছে। ঠায়ে ঠায়ে ফৌজৰ বাহৰ পাতি ভাত শিক্ষাৰ্থীবিলাকক যুদ্ধ বিদ্যা শিক্ষা দিবলৈ আয়োজন কৰা হৈছে, বিমান ৰথ বা আকাশী জাহাজ চলাবলৈ ইচ্ছুক ভাৰতীয় প্ৰাৰ্থীৰ পৰা দৰ্খাস্ত গ্ৰহণ কৰা হৈছে, বন্দুক বৰটোপ চলাবলৈ জনসাধাৰণৰ মাজৰ পৰা বাছবলী মানুহ আহ্বান কৰা হৈছে। পঞ্জাব আৰু মহাৰাষ্ট্ৰ আৰু যুক্ত প্ৰদেশৰ মানুহবিলাকে আগৰে পৰা যুদ্ধৰ আও ভাও বুজি আছে যদিও সময়ৰ শৰ মাৰিব পৰাকৈ উপযুক্ত লোক দলে দলে সৈন্য দলত ভৰ্ত্তি হৈছে নে? অইন কি, "কাঁইঠীয়া" বঙালী ডেকাও আজি হেই মাৰি সৈন্য দলত সোমাই আধুনিক সমৰ শিক্ষাত নিপুণতা লাভ কৰিবলৈ জাকে-জুমে আগবাঢ়ি আহিছে। অসমীয়াৰ বাহিৰে ভাৰতৰ অন্যান্য প্ৰদেশৰ সকলো মানুহেই যুদ্ধত যোগ দি নিজৰ শক্তি আৰু ৰাজ ভক্তিৰ পৰিচয় দিবলৈ সুবিধা পাইছে।

"অসমীয়া জাতি যুজাৰু জাতি বুলি বুৰঞ্জীৰ পাতত জিলিকি আছে। এনে একাল আছিল যেতিয়া অকল অসমৰ পৰাই ৬০ লাখ সৈন্য দলদোপ হেন্দোলদোপকৈ বিদেশী আক্ৰমণ কৰিবলৈ কুকলি মাৰি ওলাইছিল। এতিয়া সেইবোৰ কীৰ্ত্তি কাহিনী কবলৈ গলে 'কলাৰ কি গীত মাত, কণাৰ কি দিন্ৰ ৰাতি', হে হৰবৈ'। তথাপি চকুৰ আগতে সোণালী সুযোগে যেতিয়া মোক-ল মোক-ল কৈ হাত বাউলি দি মাতিব লাগিছে, আমি আৰু ভাক নলৈ থাকিম নে? ঠায়ে ঠায়ে সত্যাগ্ৰহী কেন্দ্ৰ পাতি অস্ত্ৰ-শস্ত্ৰ নোহোৱাকৈ জন্মভূমি উদ্ধাৰ বা ৰক্ষাহেন্তে আত্ম-জলাঞ্জলি দিবলৈ ব্যাপক উৎসাহে দেখা দিছে। কিন্তু সংযম আৰু ত্যাগৰ বান্ধনী নোহোৱা বা ডিচিপ্লিন নাইকিয়া সত্যাগ্ৰহীয়ে আসুৰিক শক্তিৰ আগত কিমান পৰ ঠাৰৰিব পাৰিব? যেতিয়ালৈকে সমৰ নিপুণ অধিনায়কৰ তত্বাৱধানত এই কেন্দ্ৰবোৰ পৰিচালিত নহব, তেতিয়ালৈকে বাক-যুদ্ধৰ তৰোৱালেৰে দেশ ৰক্ষা কৰা অসম্ভৱ। সেইহে তেজপুৰীয়া 'বন্তি'য়েও যুদ্ধ আৰম্ভ হওঁতেই অসমীয়া ফৌজ গঢ়িবলৈ গৱৰ্ণমেণ্টক সঁকিয়াই দিছিল। এই গুণে "আসাম বিভিউ" কাকতে গৱৰ্ণমেণ্টক বহুত ভাবি চিন্তি পৰামৰ্শ দিছে, "Were a Recruitting Depot opened in Assam there would be no dearth of Assamese youths willing and ready to serve. The Assamese are by birth a martial race. Assam should not be found lagging. The time has come to

train our Assamese youths." এনে কথা অসমীয়া জাতি বীৰ জাতি বুলি আজিও সুখ্যাতি আছে। বৃটিছ গৱৰ্ণমেণ্টৰ আমোলতো অসমীয়া মানুহে বগুৱা সৈনিক, সীমান্ত ৰখীয়া সেনানী হিচাপে আৰু দেশৰ শাসনতিয়াল কামত অৰ্থাৎ সীমান্তৰ বগুৱা অভিযানবিলাক ( viz. Manipur Expedition, Abar Expedition, Dafla Expedition, etc.) যথেষ্ট সহায় কৰি আহিছে। ব্ৰহ্মদেশত থকা আগৰ Burmese own Regiments বোলা গোটেই ফৌজটো অসমীয়া আছিল। ৪০/৫০ বছৰৰ আগেয়ে অসমৰ মিলিটেৰী বেটেলিয়ানবিলাকত শতকৰা ৫০ টাৰ বেছি আছিল অসমীয়া, বাকী ৫০ টা গুৰ্খা, ডোগ্‌ৰা, ৰোহিলা আদি পশ্চিমীয়া মানুহ সোমাইছিল। সেই কালত ডোগ্‌ৰা, গাৰোৱালী আৰু গুৰ্খাবিলাকৰ আগমনৰ সোঁত প্ৰবল নাছিল। লক্ষীমপুৰ বেটেলিয়ান, নাগা হিলছ বেটেলিয়ান, দৰঙ্গ বেটেলিয়ান আদিত অসমীয়াই আছিল সৰহীয়াকৈ। ১৮৯৬/১৯০৪ চনলৈকে অসমত থকা ৪২, ৪৩, ৪৪ নং ( No 44 Gurkha Rifles Regiment ) গুৰ্খা পল্টনবোৰ নামতহে আছিল গুৰ্খা, তাত প্ৰায় শতকৰা ৫০ টা সৈন্য অসমীয়া আছিল। কিন্তু সেই সুখ্যাতি আৰ্জিবলৈ সুবিধা আৰু সমল যোগাই দিওঁতাৰ ভাৰ গৱৰ্ণমেণ্টৰ ওপৰত। সকলো ঠাইতে যুদ্ধৰ সাহায্য সমিতি পাতি শান্তিদানৰ চোচৰনী-জনজননি তোলা হৈছে। তাৰ লগে লগেই অসমত এটি যুদ্ধৰ কেন্দ্ৰ পাতি নিৰ্ভাজ অসমীয়া ডেকাক যুদ্ধ বিদ্যা শিকিবলৈও যদি গৱৰ্ণমেণ্টে দিহা কৰি দিলেহেতেন ? নয়া দিল্লী বা চিমলাত যুদ্ধ বিদ্যাৰ আবাহনী বিকুলটো বাজি উঠা মাত্ৰকে ভাৰতৰ এমূৰীয়া প্ৰদেশ অসম নাচি উঠিব নোৱাৰে। গোটেই ভাৰতময় মাতযাৰ বাট্ট হৈ যোৱাৰ পাছতহে অসমে সেই আহ্বানৰ সুৰটো বিণি বিণি শুনিবলৈ পায়। "তেলীয়া সাবেঙ্গে নথ চুলি চিকুনাই থাকোতে ফেঁচু বজাই হয় গৈ।"

আজি আন আন প্ৰদেশৰ ডেকা দল ধমাধম যুদ্ধ বিদ্যা শিকিবলৈ আগবাঢ়ি গল, পাছ পৰি আছে অসম দেশ। অসমীয়াৰ ভাগ্যত যুদ্ধ কেন্দ্ৰ এটিও নপৰিল। যদিওবা কৰবাত পৰিছে সিও এতিয়া গৰ্ভস্থ হৈ হে আছে। ভূমিষ্ঠ হলেও অসমীয়াৰ কপালত যুদ্ধ বিদ্যা শিকিবলৈ নেলেখা বাবেই নে কি, নানান আপদ বিপদ আসোঁৱাহ অসুবিধাই জুমুৰি দি ধৰেহি। সমৰ শিক্ষাৰ অধিপতি বা অধিনায়ক নাইবা কৰ্ত্তৃপক্ষসকলে অসমীয়া ডেকাৰ প্ৰতি এনেকুৱা কিছুমান কিম্ভূত কিমাকাৰ ধাৰণা আগৰে

ধৰা পোষণ কৰি আছে যে তেওঁবিলাকে ফৌজত সোমাবলৈ যোৱা অসমীয়া শিক্ষাৰ্থীৰ দৰ্খাস্তখন পাবেই, অসমীয়া বুলি নাক কোঁচ খুৱাই দিয়ে। 'বেঙ্গল ফ্লাইং ক্লাবত" ভৰ্ত্তি হৈ এৰোপ্লেন চলাবলৈ শিকিব খোজা অসমীয়া ডেকাৰ অভাৱ নাই। অথচ গৱৰ্ণমেণ্টৰ সহানুভূতি আৰু ৰাইজৰ উৎসাহ নেপাই সেই আগ্ৰহী ডেকাৰ উৎসাহ ফুলতে মৰহিবলগীয়া হৈছে।

"Public Calamity is a mighty leveller". বিপদত সকলো সমান। এই কথাকে সৰোগত কৰি বৰ্ত্তমান কি গৱৰ্ণমেণ্ট, কি জন-সাধাৰণ সকলোৰেই সমভাৱ পোষণ কৰি অবিলম্বে আত্মৰক্ষাৰ অৰ্থেই বিৰাট অসমীয়া ফৌজ এটি গঠন কৰক। আৰু সেই ফৌজক যথাবিহিত ৰূপে যুদ্ধ বিদ্যা শিক্ষা দিয়ক। ('তৰুণ অসম' ১৪ জুলাই ১৯৪০ চন)।"

'তৰুণ অসম' আঢ়ৈ বছৰ কাল চলাৰ পাছত অৱশ হল, নানা কাৰণত। চক্ৰৱৰ্ত্তী ভাণ্ডাৰীয়াই বহুত কাৰবাৰ জাপুটি লোৱাৰ ফলত খবৰ কাগজৰ দ্বিতীয় দিশটো ভালকৈ চকু দিব নোৱাৰাত লোকচানৰ ৰাশি বাঢ়ি গ'ল। অৱশেষত ১৯৪২ চনত কাকতখন নিমাত হল। বেণুশৰ্মা চাৰিওলৈ উভতি আহিল।

# অগায় অশান্তিৰ এছোৱা

## ১৯৪২—৫১

বেণুশৰ্মা চাৰিওলে ঘূৰি আহি আকৌ বিমোৰত পৰিল। এনেতে যুদ্ধৰ দিনত নেছনেল ৱাৰ ফ্ৰণ্ট নামৰ চৰকাৰী প্ৰচাৰ প্ৰতিষ্ঠান এটাৰ জন্ম হল আৰু তাৰ গুৰি ধৰিলে ডঃ সূৰ্য্য কুমাৰ ভূঞাই (পাছত ৰায় বাহাদুৰ)। ডঃ ভূঞাই ভাবি চালে বেণু শৰ্মাৰ নিচিনা তেজস্বী ভাষাৰ লেখক আৰু ৰাইজৰ লগত সনাপিঠা কৰাৰ কিটিপ জনালোক এজন সহকাৰী হিচাপে লব পাৰিলে কাম কৰাত সুবিধা হব কাৰণ এই প্ৰতিষ্ঠানৰ উদ্দেশ্য আছিল দ্বিতীয় মহাযুদ্ধৰ প্ৰতি ভাৰতীয় ৰাইজৰ সহানুভূতি উদ্ৰেক কৰা, অৰ্থাৎ যুদ্ধখন যে ভাৰতৰ মঙ্গলৰ কাৰণেহে তাক ৰাইজক বুজোৱা আৰু পতিয়ন নিওৱা। শৰ্মাৰ তেতিয়া সংসাৰৰ জুমুৰি বাঢ়ন্ত অৱস্থাত। লৰা ছোৱালীৰ সংখ্যা ইতিমধ্যে কেইবাটিও হৈছিল। বৰপুতেক অজিত শৰ্মাই স্কুলীয়া জীৱন শেষ কৰিছে। প্ৰথম বিভাগত সুখ্যাতিৰে উত্তীৰ্ণ হৈছে, কলেজত পঢ়িবলৈ যাব লাগে। সেইবোৰ সাতে পাছে সংসাৰ খৰচে বৃদ্ধিৰ মুখত ভৰি দিছে। উপাৰ্জনৰ বাট এটা নতুনকৈ উলিয়াই লোৱাযাবো উলা মূলা কথা নহয়। তাতে ডঃ ভূঞাই ফ্ৰণ্টৰ কামৰ লগে লগে পুৰণি পুথি পত্ৰবো সম্ভেদ লব পৰা সুযোগটোলৈ আঙুলিয়াই দিবলৈকো পাহৰা নাছিল। সেই আযাৰ টোপ বেণুশৰ্মাৰ কাৰণে লোভনীয় হব সেই কথা কাৰ্য্যৰ ভাও বুজা বুৰঞ্জী বিশাৰদ ভূঞাই ভালকৈ জানিছিল। বেণু শৰ্মা অগত্যা মান্তি হল। প্ৰায় এবছৰ কাল গাৱে ভূঞে ফুৰি, নামত নেছনেল ফ্ৰণ্টৰ কাম আৰু আইবো ঘৰ হাটবো বাট কৰি বুৰঞ্জীমূলক পুথিৰ সম্ভেদ, দুয়োটাই লগে লগে চলিবলৈ ধৰিলে। অসহযোগৰ অগ্ৰগণ্য স্বাধীনতা যুঁজাৰু নেতাজনে ৪২ৰ গণ আন্দোলনৰ পৰা কালৰি কাটি ইংৰাজ চৰকাৰৰ সমৰ্থনত National war Frontৰ কাম কৰি ফুৰাটো বিষম যেন লাগিব পাৰে কিন্তু "অৰ্থস্য পুৰুষো দাসঃ", ভীষ্ম পিতামহে দুৰ্য্যোধনক সমৰ্থন কৰাৰ যুক্তিৰূপে এই উক্তি আৰাৰ

কৰিছিল। ই কেৱল বাপৰ যুগৰ সত্যই নহয় সকলো যুগৰে। অৰ্থৰ জগতে যদি নিজৰ প্ৰিয় বিদ্যাৰ উপাসনাও সম্ভৱ হয় তেনেহলে সেই মুক্তি আৰু প্ৰবল হৈ উঠে। অৰ্থকো দাস বুলি ভাবিবলৈ যিখিনি পূৰ্ণতা লাগে সেইখিনি চাৰিত্ৰিক পূৰ্ণতাৰ অধিকাৰী বুলি বেণুধৰ শৰ্মাক চিত্ৰিবলৈ আমি চেষ্টা কৰিব নোখোজোঁ। বিশেষতঃ তেখেতৰ সেইখিনি সময়ৰ সাংসাৰিক বিক্ততাৰ কথা গমি চালে বিষম লাগিবলৈ একো নাথাকে।

১৯৪২ চন পৰ্য্যন্ত উক্ত কাম কৰাৰ পাছত শৰ্মাই চাৰিগুতে খেতি বাতিত ধৰেহি। অলপ দিন পাছতে এখন কো-অপাৰেটিভ ষ্টোৰ খোলে। খেতি বাতি যথা পূৰ্ব্বং চলি থাকিলেও কো-অপাৰেটিভ ষ্টৰখনত অচিৰে কেৰোণ লাগিল। ভগীয়াৰ আৰু বিষয় ববীয়াবিলাকৰ মাজত কিছুমান কথাত ফেৰিয়া-ফেৰি লাগি ফলাফলি হল। তাৰ ফলত ষ্টৰখন থহনীয়া খৰি অকালতে ভ্ৰষ্ট হল। ভাললৈ হৰু বুলি কৰোঁতে এই ষ্টৰখনে তিক্ত ডাহে এৰি থৈ পৰকো বিহবালে নিজৰো অশান্তি কৰিলে। গাৱঁলীয়া ৰাজনীতিৰ মেৰপাকত সোমাই বেণুশৰ্মা এজন বাম উকীলৰ শাৰীলৈ নামিল। তাতে সেই সময়ত অৰ্থাভাব, উপাৰ্জনৰ স্বল্পতা আৰু অন্যান্য দুশ্চিন্তাই শৰ্মাৰ স্বভাবটো খিটখিটিয়া কৰি পেলাইছিল। এদিনৰ এটা ঘটনা এইখিনিতে উল্লেখ কৰিলে তেখেতৰ মনৰ অৱস্থাটো কেনে আছিল তাক অনুমান কৰিব পাৰি।

ৰৰপুতেক অজিত শৰ্মা তেতিয়া এলাহাবাদ বিশ্ববিদ্যালয়ৰ ছাত্ৰ। বন্ধত ঘৰলৈ আহি, বন্ধ খুলিলত উলটি যাবৰ সময়ত এদিন আবেলি দেউতাকক প্ৰয়োজনীয় টকাৰ কথা কৈছিল। দেউতাকে তেতিয়া বাৰী চিকুণাই আছিল। টকা লাগে বুলি কোৱাৰ লগে লগে টিঙিচ, কৰে খংটো উঠিল। আগে পাছেও কোনো কাৰণে খংটোৰ একো হেতু নাছিল। কোমৰ মৰা চুৰীয়াখনৰ লোচটো খুলি আধলি এটা পাই তাকে লৈ শৰ্মাই অজিতৰ গালৈ দলি মাৰি পঠিয়ালে। অজিত বিমৰ্ষ হল আৰু হোৱাৰ কথাও, কিন্তু তেখেতৰ কেনেকুৱা মানসিক অৱস্থাত খং উঠি এনে কাৰ্য্য কৰিলে তাক আগ-গুৰি মাৰি নাজানিলে বা নিচিন্তিলে দোষাৰোপ কৰিবলৈ যোৱাটাৰ উচিত নহব যেনো লাগে। সাহিত্য চৰ্চ্চাৰ পৰম বৈৰী এনেবোৰ পৰিস্থিতিৰ জালত মেৰ খাই বেণুশৰ্মাৰ নিচিনা থামি জাঠ মানুহ নহৈ আন এজন অলপ খতুৱা মানুহ হোৱাহেতেন সেই দিনেই

ভাল পলাহেতেন। এনেকৈ সংসাৰৰ ধা-ধাৱনীত পৰি উবাদিহ হেকবাই উদ্যমশীল সাহিত্যিকো মৰহি যোৱাৰ দেখাৰ দৃষ্টান্ত দিব পাৰি।

এনেতে পৰিয়ালৰ মূৰত বজ্ৰ ভাগি পৰিল। বেণু শৰ্মাৰ ভায়েক নাহৰকটীয়া চাহ বাগিছাৰ বৰ কেৰাণী ধৰ্মেশ্বৰৰ অকাল বিয়োগ ঘটিল। এইটো ১৯৪৭ চনৰ ঘটনা। এইজন ভায়েকৰ পৰা বেণু শৰ্মাই মাটি বাৰীৰ লেঠা মাৰিবলৈ টানে আপদে, অৰ্থ সাহায্যও পাই আছিল। দুয়ো ভাই ককাইৰ সৌহাৰ্দ্য সম্প্ৰীতিও আছিল অতুলনীয়। চাবিং হাস্পাতালৰ মাটিৰ বাবে চৰকাৰৰ ঘৰত জমা দিবলগীয়া ৩০০্ টকা কোৱা মাত্ৰেই ধাৰ হিচাপে ককায়েকৰ মান ৰক্ষা কৰিছিল এইজন ভায়েকেই। এমা-ডিমা ল'ৰা-ছোৱালী কেইটিমান এৰি থৈ, ঘৰখনক এক প্ৰকাৰ অসহায় কৰি এৰি যোৱা ধৰ্মেশ্বৰৰ অকাল বিয়োগে বেণু শৰ্মাৰ মন হতাশাৰে আৱৰি পেলাইছিল। তাতে পুত্ৰ শোকৰ অসহনীয় তাপে মাতৃ তুলসী দেৱীকো জুকলা কৰিলে। নিদাৰুণ দৈন্য টাঙোন সহিৰ নোৱাৰাত স্বাস্থ্যও হৃতি আহিবলৈ ধৰিলে। ১৯৪৯ চনৰ ২৪ ভাদ্ৰত শৰ্মাৰ মাতৃ তুলসী দেৱীৰ পৰলোক প্ৰাপ্তি ঘটিল। এতিয়া সংসাৰ খনেই নিথৰুৱা হৈ পৰিল। এনে অৱস্থাত ধৈৰ্য্যশীল মানুহবো সাময়িক ভাবে হলেও থৰ-বুথুতি হেৰায়।

এই বিলাক অপায় অমঙ্গলৰ মাজতো ঢৌতে থৰ মাৰি শৰ্মাই চাৰিখন কিতাপ ছপাই উলিয়াইছিল। এই বিলাক অৱশ্যে এই অপায়ৰ বছৰ কিটাৰ ভিতৰত লিখি উলিয়াইছিল এনে নহয় কিন্তু আগতে কোনোবা ছেগত লিখি থোৱা প্ৰবন্ধ বা অনুবাদ গল্পখিনি জুকিয়াই কিতাপৰ সাজ দি ছপাই উলিয়াইছিল। ইয়াৰ ভিতৰত ১৯৪৩ চনৰ ফেব্ৰুৱাৰীত বাংপতা ছপা হৈ ওলায়। উৎসৰ্গ আদিত বেদিত বাংপতা লগাই মণ্ডণ কৰা হয়। লেখকৰ মতে তেনেকৈয়ে ভাষা-জননীৰ বেদিত জেউতি চৰক বুলি এই কিতাপখনকে বাংপতা বুলি ভাবি লগাই দিছোঁ বুলি লেখকে বাংপতা নামৰ সাৰ্থকতা নিৰূপণ কৰিছে। অসমীয়া ভাষাত কিতাপ আকাৰে প্ৰকাশ হোৱা শৰ্মাৰ স্বৰচিত পুথি এইখনেই। ইয়াৰ আগতে দুখন পুথি প্ৰকাশিত হৈছিল 'কংগ্ৰেছ গাইড্ আৰু ডাঃ বেইডচ্ একাউণ্টছ অব আসাম।' দুয়োখনৰ বিষয়ে আগতে কৈ অহা হৈছে। দুয়োখন ইংৰাজী ভাষাত লিখা। প্ৰথম খন স্বৰচিত, আৰু পাছৰ খন কোনোবা পুৰণি অসম বুৰঞ্জী দুখনৰ ৰেভঃ চাহাবে" কৰা ইংৰাজী ভাঙনিৰ সুসাধিত সম্পাদনা। গতিকে স্বলিখিত

অসমীয়া ভাষাৰ পুথিৰে সাহিত্য ক্ষেত্ৰত বেণু শৰ্মাই এই টঙ্কাৰ প্ৰথম মাৰিছিল। টঙ্কাৰি বুলিছো এই কাৰণে যে প্ৰথম কিতাপ খনেই শৰ্মাক এজন শক্তিমান লেখকৰূপে প্ৰতিষ্ঠা কৰিলে অথচ ই এখন সৰু ল'ৰাৰ কাৰণে লিখা সাধু কথাৰ পুথিহে। প্ৰথম সংস্কৰণৰ এই পুথিৰ কপি এটা পাই একেবাৰতে পঢ়ি শেষ কৰি সৰ্বজন শ্ৰদ্ধেয় জ্ঞানদাভিৰাম বৰুৱাই এটি দীঘলীয়া শলাগী প্ৰবন্ধত লিখিছিল—"মুৰ শিতানতে চাকি থৈ, চাকিৰ পোহৰ কিতাপত পেলাই, কিতাপখনি পঢ়িবলৈ ধৰিলোঁ। শেষ নোহোৱা-লৈকে পঢ়িলো। পঢ়োঁতে পঢ়োঁতে মই আৰু কাষীত নাথাকিলোঁ। মোৰ মন অসমলৈ উৰি গুচি গ'ল।...সৰু সৰু ল'ৰা-ছোৱালীৰ মন আকৃষ্ট কৰাত শ্ৰীযুত বেণু শৰ্মাৰ শক্তি দেখি মোৰ মন উল্লাসেৰে ভৰি পৰিল।......বহুতে লেখে। তাৰে কাৰো কাৰো কথা শুনি ভাল লাগে। কাৰো কাৰো লেখা পঢ়ি মন মুহি যায় কিয়? কোৱাৰ লেখাৰ, ভাবৰ খিনিতে। বেণুধৰ শৰ্মাৰ এই ভাব আৰু শক্তি আছে।".....লেখকে......আসাম আৰু অসমীয়াৰ মৰম লগা শ্ৰদ্ধা লগা কথাবোৰ কেনে সুন্দৰ, সৰল, প্ৰাঞ্জল অসমীয়াৰে কৈ গৈছে। ইও চাবাছু আঁক ধন্যবাৰ পাবৰ যোগ্য ইত্যাদি ইত্যাদি।

বাংপতা পঢ়ি সকলোৱেই প্ৰথম বাৰৰ কাৰণে বুজি পালে যে এজন অসমীয়া ভাষাৰ শক্তিমান লেখক ৰঙ্গমঞ্চপত প্ৰবেশ কৰিছে। সঁচা কথা, ইয়াৰ আগতে বেণু শৰ্মাৰ চিত্তাকৰ্ষক আৰু আলোড়নকাৰী প্ৰবন্ধ বহুত ওলাই গৈছিল, কিন্তু কিতাপ আকাৰে নোলোৱা পৰ্য্যন্ত সাহিত্য প্ৰতিভা দহদহীয়াকৈ স্বীকৃত নহয়। ইয়াত থকা প্ৰায় এটাই কেউটা সাধু পোনতে বিভিন্ন শিশু আলোচনীত প্ৰকাশিত হৈছিল। প্ৰায় ভাগ সাধুৱেই অসহযোগৰ বা বাইজীয়া কামত ঘুৰি ফুৰোঁতে শুনা বা সংগ্ৰহ কৰি অনা। আনকি বৃদ্ধা শাহু আয়েক চুচন্দ্ৰী দেৱীৰ (মধুপুৰ বাগিছাৰ স্বত্বাধিকাৰিণী আছিল) মুখৰ পৰা শুনা সাধু এটা নে দুটাইয়ো ইয়াত স্থান পাইছে। পাছৰ সংস্কৰণত কেইটামান সাধু নতুনকৈ সন্নিবিষ্ট কৰা হৈছিল। ছাত্ৰৰ উপকৰণ পাঠ্যৰ উপযোগী বুলি শিক্ষা বিভাগে পাঠ্য-পুথিৰূপে স্বীকাৰ কৰিছিল।

এই সাধু কথাৰ পুথিখন বা আগতে লিখা আৰু প্ৰকাশিত হোৱা সাধু কেইটা গোটাই গ্ৰন্থাকাৰ দান কৰা উদ্দেশ্য সম্বন্ধে শৰ্মাই লিখিছে—"চেমনীয়া লৰা ছোৱালীক মাতৃভূমিক ভাল পাবলৈ শিকোৱাটোৱেই

বাংপতাত দিয়া আখ্যান কেইটাৰ প্ৰধান উদ্দেশ্য"। পাছে গোটেই পুথিখন পাত নুটিয়াই চলাথ কৰিলেও "মইনাইত তোমাৰ মাতৃভূমিক ভাল পাবলৈ শিকা" এনেধৰণৰ সাধাৰণতে শিশু পাঠ্যৰ অপৰিহাৰ্য্য সম্বোধন আৰু উপাদেশ এবাৰিও পাবলৈ নাই। গ্ৰন্থকাৰৰ উদ্দেশ্য পূৰণ কৰাৰ কিটিপটো কি? কিটিপ আন একো নহয়, সাধু কোৱাৰ ছলতে অসমখনৰ আৰু অসমীয়াৰ সৰল, সাধু, আৰু কৰ্মব্যস্ত জীৱনৰ একো চমকা এনেকৈ শুৱলা চিত্ৰময় শব্দৰে লিখিছে যে তাৰ সাঁচ একোটা পঢ়োতা বা শুনোতাৰ মনত হৈকৈ বহি যায়। বেণু শৰ্মাই বুৰঞ্জীত ডা ডাঙৰীয়াৰ কথা কয় হয়, কিন্তু সাধু কথাবোৰত গাৱঁলীয়া সাধাৰণ স্তৰৰ মানুহৰ কথাহে কয়—তাৰ মাৰফতেই অসমীয়া গাঁও আৰু সমাজৰ মধুময় ছবি একোখন বিৰিঙি ওলায়। বাংপতাৰ প্ৰথম সাধুটো ওৰা পাভিৰলৈ যাওঁতেই অসমীয়া দুখীয়া মানুহ এঘৰৰ কথা। "মানুহজনৰ নাম মকৰা। থাকে মাছখোৱা গড়ৰ দাঁতিতে, ঘৰ মাথোন দুটি। দুয়োটা জুপুৰি। ভাত-খোৱা আৰু বৰঘৰ বুলিবলৈ দুটি বেলেগ ঘৰ নাই। শোৱা আৰু চাউল মুঠি ধৰা হয় একেটা ঘৰতে। চ'ৰা ঘৰ বুলি যিটি আছে তাৰো চালৰ বাবেই নাই, তলৰ পৰা চালে স্বৰগ দেখি। চ'ৰা ঘৰ টিঙৰ মূৰতে চালিৰ দৰে টুপি আছে। তাতে হৰি সেৱা, গুৰু সেৱা কৰা থাপনা খনি থাকে।"

ইয়াত 'মকৰা' এই নামটো, জুপুৰি ঘৰ কেইটা, মাছখোৱা গড়ৰ দাঁতিৰ পৰিবেশ এই সকলোবোৰ ছবি এটা যেন হৈছে। বৰঘৰ, চৰাঘৰ, চাউলসিজোৱা মুঠি ধৰা, চালৰ বাবেই নাই চালে চৰগ দেখি, চালিৰ-দৰে টুপি এটি আৰু শেহত হৰি সেৱা, গুৰু সেৱা এই ব্যাকাংশ কেইটাৰ শব্দ গুণেই টুকু টুকু টাক্ টাক্ কৈ থাই থকা অসমীয়া সৰু পৰিয়াল এটাৰ ঘৰখনৰ ছবি এখন সজীৱ কৰি দিছে। পাছত এতিয়া সেই ঘৰখনত থাই মানুহটোৰ কথা শুনক:—

"মকৰাৰ ঘৰত মহ এটিও নাই। তথাপি মকৰা বৰ গুৱাল বুলি সকলোতে জনাজাত। লেখা পঢ়াও নাজানে, অথচ খেয়ে সেয়ে পেস্কাৰ বুলিহে সম্বোধন কৰে। মেলে দোৱানে পেস্কাৰে যিটো মত দিব উলামূলা হাকিমেও ওকবাৰ নোৱাৰে। পৰৰ উপকাৰ ভাবেঁাতে ভাবেঁাতে তেওঁৰ নিজৰ ঘৰ-বাৰী তুথৰকংকৰি লবলৈ সময়কে নাপায়।" মানুহটো এনে, মানুহটো তেনে, এনেকৈ লেহেজীয়া বৰ্ণনা নিদিয়াকৈ ম'হ নোহোৱা

বৰগুৱাল, ওকবাব নোৱাৰা মত দিয়া, নগণ্তা পেস্কাৰ আদি বাক্যাংশৰ পৰাই বৰযাবীলৈ কাণ নিদিয়া পৰোপকাৰী মানুহ এটাৰ চৰিত্ৰই আকৃতি ধৰি মন পৰ্বতীত আপোনাতে গোচৰীভূত হয়। মানুহটো দেখিবলৈ এনে?

"পেস্কাৰৰ গাৰ বৰণটি মাগুৰ মাছৰ দৰে, চকু কেইটা কিৰিঙতি যেন। ডাঢ়ি নাই গোঁফ জোৰা ঘন আৰু কেৰযেলা, ঠিক বাইচাইকেলৰ হেণ্ডোলডালহে। গাটো আটিল, দিনটোত ত্ৰিশমাইল বাট খোজ কাঢ়ি যোৱা তেওঁৰ পক্ষে একো কথাই নহয়। বুকুখন বহল আৰু উঠঙা, তাত ছাটি লোৱা নোমখিনি যেন এডৰা নিমজ ডুবৰি বনহে।" এনেকুৱা কথাখিনি গোট খায় যিটো ভাৱমূৰ্ত্তি আহি থিত দিয়ে সেই মূৰ্তিটি যেন বহুত দিন আগৰে পৰ' চিনি পোৱা আমাৰে কোনোৰা অসমীয়া গাৱঁৰ মকৰা পেস্কাৰ। তাৰ কাৰণ হল এই সাধু কথাৰ পেস্কাৰ উপনামা মকৰাজন বেণুধৰ শৰ্মাৰ কাপত জন্ম লোৱাৰ আগতে চাৰিওতে সোঁশৰীৰে চৰণ বুলাই ফুৰা মানুহ আছিল—বেণুধৰ শৰ্মাৰ কল্পচিত্ৰৰ আহি, জীৱন্ত মূৰ্ত্তি। সেই কাৰণে চৰিত্ৰ-চিত্ৰণত ভাঁজ নাই, অসমীয়া জীৱন অসমৰ গাঁৱৰ প্ৰতিভূত্ব কৰিব পৰা চৰিত্ৰ। পঢ়োঁতাই নিজক পোৱা যেন পায়। মানুহে স্বদেশক এই দৰেই ভাল পাবলৈ শিকে। এতেকে "চেমনীয়া ল'ৰা-ছোৱালীক মাতৃভূমিক ভাল পাবলৈ শিকোৱাটোৱেই বাংপতাত দিয়া আখ্যান কেইটাৰ প্ৰধান উদ্দেশ্য", এই কথা সফল হৈছে।

এই নিচিনাকৈ প্ৰতিটি গল্প বিশ্লেষণ কৰিলে একেটা উদ্দেশ্য একে উপায়েৰে সিদ্ধ হোৱা দেখিবলৈ পোৱা যাব। ইয়াৰ উপৰিও ফুলমতী কুঁৱৰী, লাচিত বৰফুকন, জয়মতী কুৱৰী, সাগৰ দুষ্ট মণিৰাম দেৱান এই সকল ডাঙৰ পুৰুষ মহিলাৰ কথা আছে। পাছে ৰজা সেনাপতি কুৱৰীয়েই যে ডাঙৰ মানুহ নহয় সেই কথা সোঁৱৰাই সাগৰ দুষ্ট মণিৰাম সাধুত ডাঙৰ কোন তাৰ এটি উদ্ধৃতিযোগ্য বাক্যত এইদৰে কৈছে:—"সেইজন মানুহেই ডাঙৰ, যিজনৰ কীৰ্ত্তি গাৱে ভূঞে, নামে গুণে, দুখ বেজাৰে, ৰঙে ধেমালিয়ে সকলো সময়তে শুনিবলৈ পোৱা যায়।" এনেকুৱা একোজন মানুহৰ কথা অমৃত সমানকৈ কৰ জানিলে চেমনীয়া ল'ৰাৰ মনত মাতৃভূমিলৈ মৰম উপজিবই বেণুশৰ্মাই 'বাংপতাত' সেই কথাবোৰ অমৃত সমানকৈ কব পাৰিছে। সাধুকথা, বৰ লোকৰ চৰিত্ৰ বেণুশৰ্মাৰ দৰে ৰস লগাকৈ যকৰা অসমীয়াত কোৱাৰ কথা-

কৌশল অসমীয়া ভাষাত বিরল আৰু তাক অনুকৰণ কৰি আয়ত্ত কৰিবও নোৱাৰি।

এই ছোৱা কালত ছপাই প্ৰকাশ কৰা দ্বিতীয়খন গ্ৰন্থ হ'ল "মজলতিৰ কষ্টীমালা"। এইখন গ্ৰন্থ প্ৰকাশিত হৈছিল ১৯৪৬ চনত। দ্বিতীয় তাঙৰণ ওলাইছিল ১৯৭৬ চনত। প্ৰকৃততে ইয়াত থকা অনুবাদ গল্প কেইটা আগতে লক্ষ্মীনাথ বেজবৰুৱাৰ দ্বাৰা সম্পাদিত "বাঁহী"ত ছপা হৈছিল। তাৰ ভিতৰতে ভাও জোৰা নৰিয়া নামৰটো ১০ ম বছৰ ৬ষ্ঠ সংখ্যাত (১৯২০ চন), সেই শেতা মুখখনি ১০ম বছৰ ১২ শ সংখ্যাত, যেনে চোৰ তেনে টাঙোন ১১ শ বছৰৰ ৪র্থ আৰু ৫ম সংখ্যাত আৰু দালালী কাকতীৰ ফাকটি ১১ শ বছৰৰ ৮ম-৯ম সংখ্যাত (১৯২১-২২) পোনতে ওলাইছিল। লক্ষ্মীনাথ বেজবৰুৱাই কিতাপ আকাৰে গল্পখিনি উলিয়াবলৈ উদগনি দিছিল। পাছে আচলতে ১৯২০-২১বো মাজভাগত ইয়াৰ ভাঙনি কৰা হৈছিল বুলি অনুমান কৰা হয়। ১৯১৬ চনৰ ডিচেম্বৰ মাহত গুৱাহাটীত অসম ছাত্ৰ সন্মিলনৰ প্ৰথম অধিবেশন লক্ষ্মীনাথ বেজবৰুৱাৰ সভাপতিত্বত বহিছিল। সেই সন্মিলনত কেইবাটাও লাগতিয়াল প্ৰস্তাৱৰ ভিতৰত এটা প্ৰস্তাৱ আছিল ভাল ভাল ইংৰাজী সাহিত্যৰ অনুবাদ আৰু জগদ্বিখ্যাত ভাৰতীয় মনীষীসকলৰ জীৱনী প্ৰকাশ কৰাৰ সংকল্প। তাৰ বাবে যাই লাক মৰলীয়া ধনৰ পুঁজি হলে নাছিল। অসম ছাত্ৰ সন্মিলনৰ নিয়মাৱলীখন ছপাবলৈকে ২০০ টকা ভোলানাথ বৰুৱাৰ পৰা পাইছিল ধৈৰ্য্য ধৰি এপৰমান বেলি বৰুৱাৰ উপদেশ, পৰামৰ্শ শুনাৰ পাছত। গতিকে প্ৰস্তাৱটো শেহান্তত কাৰ্য্যকৰী হৈ নুঠিল। নুঠিল যদিও কোনে কি অনুবাদ কৰিব ইত্যাদি মুখে মুখে কাম ভগাভগি কৰি লোৱা হৈছিল। আৰ্থাৰ কনান ডয়ালৰ ৰচিত চাৰ্লক্ হমচৰ কাহিনীবোৰৰ বাছনি এটাৰ কাম বেণুশৰ্মাই কৰাৰ কথা আছিল। এই অনুবাদবোৰৰ দুই এটা কেতিয়াবাই অৰ্থাৎ ১৯১৭ চনতে অনুবাদ কৰিবলৈ লৈছিল। সেই কেইটা "বাঁহী"ত প্ৰকাশিত হৈছিল। পাছত ১৯৪৬ চনতহে তাক গোটাই "মজলতিৰ কষ্টীমাল" নাম দি গ্ৰন্থকাৰে ছপাই উলিয়ালে।

আৰ্থাৰ কনান ডয়েলৰ চাৰলক হ'মচৰ ৰহস্য কাহিনী (Adventure of sharlock Holmes) এখন জগদ্বিখ্যাত ৰহস্য কাহিনী। "মজলতিৰ কষ্টীমালাত তাৰে কেইটামান আখ্যান অনুবাদ কৰি গ্ৰন্থৰূপে যুগুত কৰা

হৈছে। লেখকে বঙলা ভাষাত প্ৰচলিত "গোয়েন্দা" শব্দটো গিলি খবলৈ টান পাই মজলতি শব্দটোৰ প্ৰয়োগ কৰিছিল। হ'মচ্‌ৰ কাহিনীবোৰ হৈছে অপৰাধৰ পম খেদি অপৰাধীৰ গুং উলিওৱা এবিধ কাহিনী। আমাৰ সমাজত এবিধ মন্ত্ৰ তন্ত্ৰ জনা বেজ জ্ঞানী আছিল আৰু এতিয়াও আছে। সেইবিলাকে সোঁকা জৰা ইত্যাদি ক্ৰিয়াৰ দ্বাৰা চোৰ ডকাইতো ধৰা পেলাব পাৰে হেনো। ঘটনাৰ ফুট ভৰকিব পৰা এইবিধ লোকক মজলতি বোলে। ডয়ালৰ কাল্পনিক চৰিত্ৰ ডিটেক্টিভ Holmes কো শৰ্মাই এই মজলতিৰ শাৰীত পেলাই, মজলতিৰ ভিত্তিত থকা মালাৰে সেই কাহিনীবোৰৰ লগত বিজনি টানি "মজলতিৰ কণ্ঠীমালা" বুলি কিতাপ-খনৰ নাম দিলে। মজলতি আৰু বুদ্ধি বিচাৰৰ দ্বাৰা কাম সধা (Detective) পুলিচক বা অপৰাধীক খুচৰি উলিওৱা ব্যৱসায়ী জনক একে শাৰীতে পেলাব পাৰি বুলি বহুতে নাভাৱে গতিকে শব্দটো নচলিল। কিতাপখন হলে সকলোৱে সমাদৰ কৰিলে। ইয়াত লেখকে অনুবাদ নীতিৰ ধাৰা এটিৰ আৰ্হি দাঙি ধৰিছে। লেখকৰ মতে:—

"বিদেশী লেখক এজনৰ ভাৱ ভাষা আৰু প্ৰকাশ ভঙ্গিমাৰ সৌন্দৰ্য্য অটুত ৰাখি ভাষান্তৰ কৰা সঁচাকৈয়ে অতি কঠিন কাম। অনুবাদকজন মূল লেখকৰ ভাৱাপন্ন হব লাগিব আৰু তেওঁ নিজৰ আৰু সেই লেখকৰ ভাষাত ব্যুৎপত্তি থকা হব লাগিব। তেহে অনুবাদকজনৰ চেষ্টা সফল হব। হুবহু প্ৰতিশব্দ প্ৰয়োগ কৰাটোৱেই যে ভাঙনি নহয় তাক ভ্ৰমৰঙ্গ লেখক চাৰিজনে আৰু ভাঙনি কোঁৱৰ ৰায় বাহাদুৰ আনন্দ আগৰৱালা দেৱে আমাক দেখুৱাই থৈ গৈছে। মূলৰ আলম লৈয়ে লেখা এই আখ্যান কেইটাৰ দ্বাৰা অনুদিত ভাষাৰ অলপ নহয় অলপ পৰিপুষ্টি সাধন কৰিব পাৰিলেও অনুবাদকৰ শ্ৰম অথলে যোৱা নাই বুলি আশ্বস্তি লাভ কৰিব পাৰিব।"

মূলৰ অৰ্থ লৈ অসমীয়া সাজ পিন্ধোৱাই সকলো ক্ষেত্ৰতে আৰ্হি অনুবাদ নহবও পাৰে। স্থল বিশেষে হুবহু বা শব্দশঃ অনুবাদৰ মূল্য অধিক। মূলৰ আলম লৈ মুকলিমুৰীয়া অনুবাদত অনুবাদৰ জড়তাৰ হাত সাৰিব পাৰি, পৰৰ বস্তুকে নিজা যেনকৈ দেখুৱাব পাৰি। সুবিধা বা গুণ এইখিনি আছে তাক ফুই কৰিব নোৱাৰি। বিশেষকৈ কাহিনী অনুবাদত এই নীতি অবলম্বন কৰিলে অনুবাদক সফল হোৱাৰ সম্ভাৱনা অধিক। পাছে শৰ্মাই

কোৱাৰ দৰে ভেনে অনুবাদত ভাব অটুট ৰাখিব পাৰিলেও ভাষা আৰু প্ৰকাশ ভঙ্গিমা অটুট ৰাখিব পাৰি নে নোৱাৰি সেইটো বিচাৰণীয়। শৰ্মাৰ প্ৰশংসিত ভাঙনি কেঁাৱৰৰ সকলোৰে জনা কবিতা এটাই লোৱা যাওক—

"Tell me not in mournful numbers.
Life is but an empty dream.

শোকৰ কবিতা ৰচি                    দুখাৰি চকুলো মুচি
নকবা জীৱন মিছা নিশাৰ সপোন।

ইয়াত দুখাৰি চকুলো মুচি কথাখিনি আগন্তুক, মূলত নাই। Life is but an empty dream ৰ ভাঙনি কৰিছে 'জীৱন মিছা নিশাৰ সপোন' প্ৰকাশ ভঙ্গী বেলেগ হৈ গল। Empty dream প্ৰকাশ ভঙ্গীটো যিমান অৰ্থ-দ্যোতক, ভাঙনিৰ জীৱন মিছা নিশাৰ সপোন সিমান হৈ নাথাকিল, লঠৰা উক্তিলৈ পৰিণত হ'ল। তথাপি কবিতাটো অসমীয়া সুকবিয়ে ৰচনা কৰাত সুখপাঠ্য হৈছে, প্ৰকাশ ভঙ্গিমা কিন্তু সলনি হ'ল। বেণু শৰ্মাৰ অনুবাদ খিনিও এনেকুৱা।

সাতাৱন ছাল :— ১৯৪৭ চনত সাতাৱন ছাল নামৰ সৰু পুথিখন প্ৰকাশ হৈ ওলায়। দেখন্তে শিশু হলেও এই সৰু গ্ৰন্থখনেও জন্ম লৈছিল কলিকতীয়া ছাত্ৰ জীৱনতে। হিন্দু পেট্ৰিয়ট কাগজত ১৯২৭ ছালত অসমত হোৱা প্ৰথম ইংৰাজৰ ৰাজত্বৰ বিৰুদ্ধে হোৱা আলোড়নক লঘুৰাই লিখা মন্তব্য এষাৰ পঢ়ি বেণুশৰ্মাৰ গাঁজত লাগি গৈছিল। অসমতো যে স্বদেশপ্ৰাণ আত্ম-ত্যাগী গজেন্দ্ৰ পুৰুষ একোজন আছিল তাক প্ৰতিপন্ন কৰিবলৈ বেণুশৰ্মাই মূৰ পুতি লাগি গ'ল আৰু ইম্পিৰিয়েল লাইব্ৰেৰীত পিটপিটাই বুৰঞ্জী বিচৰা কামত কলেজকো পাহৰিছিল। পাছত ১৯২০ চনত কলিকতাৰ চিটি কলেজত হোৱা এ. ঐচ্. এল. ক্লাবৰ বৈঠক এটাত এটি প্ৰবন্ধ পাঠ কৰাৰ দিহা কৰা হৈছিল। তাত মণিৰাম দেৱানৰ জীৱন আৰু কাৰ্য্যাৱলী সম্বন্ধে ভেতিয়ালৈকে গোটোৱা সমলেৰে এটি প্ৰবন্ধ পাঠ কৰিছিল বেণুধৰ শৰ্মাই। সাতাৱন ছাল আৰু তাৰো পাছত ১৯৫০ চনত প্ৰকাশিত হোৱা মণিৰাম দেৱান এই দুয়োখন গ্ৰন্থৰ গোঁজ আছিল এই প্ৰবন্ধটোৱেই। নতুন নতুনকৈ সন্ধান কৰি পোৱা সমলেৰে ই পুষ্ট হৈ পাছত সাতাৱন ছাল আৰু তাৰো পাছত মণিৰাম দেৱান ৰূপ ডাঙৰ গছ হ'লগৈ। এই প্ৰবন্ধটোকে ১৯২৪

চনত পৰিবৰ্দ্ধিত আকাৰে কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈৰ সভাপতিত্বত শিৱসাগৰত হোৱা অসম ছাত্ৰ সন্মিলনৰ অধিবেশনত পঠিত বুলি ধৰা হৈছিল। তাকে সেই অধিবেশনৰ স্মৃতি গ্ৰন্থ খনত অভ্যৰ্থনা সমিতিয়ে প্ৰকাশ কৰিছিল। তাকেই পুনৰায় চকু ফুৰাই নৱলব্ধ তথ্যপাতিক যথাস্থানত সন্নিবেশ কৰি ১৯৪৭ চনৰ হতাশাক্লিষ্ট কালছোৱাতো সাতাৰন ছাল ছপা কৰি উলিয়াই মনৰ হুতাহ্ পলুৱায়। মণিৰাম দেৱান গ্ৰন্থ তেতিয়াও লেখা পঢ়া কৰা মেজখনত সিঁচৰিত হৈ থকা অৱস্থাত। বাৰম্বাৰ একেটা বিষয়কে কচালি কচালি খুটা পোতাৰ দৰে দকৈ বহুৱাবলৈ যত্ন কৰাৰ পৰাই অসমীয়া গৌৰৱ প্ৰতিষ্ঠাৰ প্ৰতি বেণুশৰ্ম্মা কিমান আগ্ৰহী আছিল তাক বুজা যায়।

সাতাৰন ছালত বিভিন্ন সময়ত লিখা সংযোজনাবোৰত টাপলি মৰাৰ চিন পৰিলক্ষিত হয়। ১৯২০ চনত বা চৌৰিশ চনত মণিৰাম দেৱান বা কাচিঁয়লি বৰৰ ভাষাৰ বা গদ্য শৈলীৰ সুস্থ সবল ৰূপটোৱে তেতিয়াও সম্পূৰ্ণকৈ গঢ় লোৱা নাছিল, বাংপত্যৰ ভাষাৰ সৌষ্ঠৱেও দেখা দিয়া নাছিল। ১৯২৪ চনত এই লেখাত সেই শৈলীৰ পূৰ্ব্বাভাস পোৱা যায়, কিন্তু প্ৰতিষ্ঠিত চাঁচটোৱে মণিৰাম দেৱানৰ প্ৰকাশলৈকে বৈ থাকিব ল'গা হৈছিল। ভাষা শৈলীৰ কথা এৰিলেও এই কথা কব পাৰি যে ১৯৩০-৩১ চনত অসমৰ গৌৰৱৰ আসনত প্ৰতিষ্ঠা কৰাৰ যিটো হেঁপাহে বেণুশৰ্ম্মাক টলৌ টলৌ কৈ ঘুৰাই লৈ ফুৰিছিল, হাতীখেতৰ শঙ্কাকীৰ্ণ অৰণ্যত যি অদম্য উছাহ এটাই বনৱবাসৰো আশ্ৰমবাস যেন কৰিছিল, সেই হেঁপাহ আৰু উছাহৰ অলপ তৃপ্তি সাতাৰন-ছালৰ প্ৰকাশে তেখেতক দিব পাৰিছিল। সেইখন প্ৰকাশ কৰি বহুদিনীয়া হেঁপাহ এটা পূৰণৰ শান্তি লাভ কৰিছিল। বহুত দিনৰে পৰা ৫৭ ছালটো তেখেতৰ ধ্যানজ্ঞান আছিল তাৰে ফল স্বৰূপে 'সাতাৰন ছাল' বুৰঞ্জীবিদ জনৰ দুৰ্দ্দিনতো বাইজৰ আগলৈ কিতাপৰ আকাৰত ওলাল। এই তৃপ্তিৰ অনুভৱ লেখকেহে পায়। ১৯১৯ চনত বৰপেটাত বহা অসম এছচিয়েছনৰ অধিবেশনত কৰ্মবীৰ চন্দ্ৰশৰ্ম্মাই মণিৰাম দেৱানৰ জীৱনী এখনৰ নিমিত্তে ৩০০ টকীয়া পুৰস্কাৰ এটা ঘোষণা কৰিছিল। তাৰে অলপ পাছতে তেখেতৰ পৰলোক প্ৰাপ্তি ঘটে। পুৰস্কাৰ আৰু দিবলৈ নহল।

গঙ্গা গোবিন্দ ফুকন ঃ— গঙ্গা গোবিন্দ ফুকনক বঙ্গবাসী কলেজৰ ছাত্ৰ হৈ

থাকোঁতেই বেণুশৰ্মাই প্ৰথম লগ পায়। মণ্টেগু চেমচ্‌ফৰ্ডৰ ডেপুটেচনৰ আগত সাক্ষ্য দিবলৈ অসমৰ পৰা গঙ্গা গোবিন্দ ফুকন, ঘনশ্যাম বৰুৱা, পদ্মনাথ গোহাঞি বৰুৱা, চন্দ্ৰধৰ বৰুৱ, তৰুণ ৰাম ফুকন, নবীন বৰদলৈ আৰু প্ৰসন্ন কুমাৰ বৰুৱা কলিকতালৈ যায়। এওঁলোকৰ চেষ্টাৰ ফলতেই অসম চিফকমিছনাৰী শুচি গবৰ্ণৰী প্ৰদেশ হল। এই যাত্ৰাতে বেণুশৰ্মাৰ এই সকল দিগ্‌গজ পুৰুষৰ লগত সাক্ষাৎ হৈছিল। এই গোটেই দলটোৰ মাজত এটাইতকৈ ওখ ডাঙৰ, দৃষ্টি টানি নিয়া পুৰুষ প্ৰবৰ আছিল গঙ্গা গোবিন্দ ফুকন আৰু এটাইতকৈ সুদৰ্শন পুৰুষ আছিল তৰুন ৰাম ফুকন। তাৰে ভিতৰতে আকৌ চুটিমুটি অথচ সাজে-পাৰে, গোঁফে মুখে চকুত পৰা পদ্মনাথ গোহাঞি বৰুৱাও। তেখেতসকলক দেখা কৰি আৰু কথা বতৰা হৈ বেণুশৰ্মা গভীৰ ভাৱে প্ৰভাবান্বিত হৈছিল তাক পূৰ্ব্বে কোৱা হৈছিল। তেখেত সকলৰ মন্ত্ৰকে শিৰোধাৰ্য্য কৰি মানি লোৱাৰ কথাও তেখেতে নিজেই স্বীকাৰ কৰি গৈছে। (বঙ্গবাসী কলেজত—জয়ন্তী ১১শ/১ম সং)। এই এটাই কেউজনৰ ভিতৰত গায়ে গাটিয়ে কথাই কাৰখানাই বয়োজ্যেষ্ঠ ভব্য পুৰুষ গঙ্গা গোবিন্দ ফুকনেই বেণু শৰ্মাক আকৃষ্ট কৰিছিল বেছিকৈ। এই জন মানুহৰ কথা শৰ্মাই শুনিছিল শিৱসাগৰীয়া স্কুলীয়া জীৱনতে আৰু পাছত শুনা কথাই ততোধিক আগ্ৰহ জন্মালে। অসমৰ স্বাৰ্থ ৰক্ষাৰ হকে তেতিয়া অসমীয়াক নেতৃত্ব দিছিল বুলিয়েই নহয়, চৰিত্ৰ আৰু ব্যক্তিত্বৰ ফালৰ পৰাও তেখেত এজন তৰাৰ মাজৰ ভোটা তৰা। এনে এটা জীৱনৰ কথা বিলাক পাহৰণিত লোপ পাওঁ পাওঁ হৈছিল। উঠি অহা অসমীয়া ডেকাই পঢ়িবলগীয়া জীৱন বৃত্তান্তৰ পৰা বঞ্চিত হৈ আছিল। তাকে উদ্ধাৰ কৰিবলৈ আৰু অসমীয়া ডেকা জানিবলগীয়া বৃত্তান্তৰ পৰা বঞ্চিত নহওক বুলি বহুত গুণীমানী লোকৰ জীৱনীৰ ভিতৰত গঙ্গা গোবিন্দ ফুকনকে পোনতে আগ শৰাইখন নিবেদন কৰিলে।

গঙ্গা গোবিন্দ ফুকনৰ পৰলোক প্ৰাপ্তিৰ ভালেমান কাল পাছতহে তেখেতৰ জীৱনী লিখাৰ প্ৰয়োজন অনুভৱ কৰিলে পুৰণি কীৰ্ত্তি খানি-কুৰি উলিওৱাত সিদ্ধহস্ত বেণুধৰ শৰ্মাই। জাতীয় জীৱনৰ দাঁতিয়েদি বৈ যোৱা পাহৰণি নৈ খন অসমত যিমান প্ৰবল সোঁতেৰে বয় আন কোনো ঠাইতে সিমান প্ৰবল হৱৰ সুযোগ নাপায়। গঙ্গা গোবিন্দ ফুকনে অসমৰ হকে

থিথিনি কৰিলে সেই থিনি কতো লেখাও নাথাকিল। বহুত পৰিশ্ৰম কৰি বিভিন্ন পুৰণি কাগজ পত্ৰ লুককি শৰ্মাই এই জীৱনীখন যুগুত কৰিবলৈ সমৰ্থ হৈছিল। স্বাভাৱিকতে 'গঙ্গা গোবিন্দ ফুকন' এখন পূৰ্ণাঙ্গ জীৱন চৰিত ৰূপে গণ্য কৰিব নোৱাৰিলে কাৰণ তেতিয়া ফুকনৰ জীৱনৰ কথা জনা মানুহ নোহোৱাই হৈছিল। সম্পূৰ্ণাঙ্গ জীৱন চৰিত নহলেও ফুকনৰ ব্যক্তিত্ব আৰু দেশ কৰ্মৰ এটা আভাস দিবলৈ শৰ্মা সমৰ্থ হৈছে। শৰ্মাৰ যাই উদ্দেশ্য আছিল পাহৰণিত ছায়া-কায় হোৱা সাৰ্থক জীৱন এটাক লোক স্মৃতিত উজ্জ্বলকৈ ওপঙাই ধৰা, সেই উদ্দেশ্য সফল হৈছে। জীৱনী সাহিত্যৰ গতি-গোত্ৰৰ তুলাচনীৰে গঙ্গা গোবিন্দ ফুকন গ্ৰন্থখন জুখি চাবলৈ যোৱাৰ প্ৰয়োজন নাই। তেনে এখন আৰ্হি স্বৰূপ জীৱন বৃত্তান্ত লিখিবলৈ শৰ্মাই কাপ-কাঠীও লোৱা নাছিল। নাছিল যদিও কৰ লাগিব সেই কালৰ দিগগজ পুৰুষ এজনৰ ভাবমূৰ্ত্তি এটা দাঙি ধৰাত শৰ্মা সফল হৈছে। অভিনন্দন গ্ৰন্থত বুৰঞ্জীবিদ সদানন্দ চলিহাই ঠিকেই কৈছে—"ফুকনত সেই কালৰ ৰাজনৈতিক মনোবৃত্তিৰ সম্যক আভাস এটা পোৱা যায়।"

এই দৰে এখন দুখনকৈ কিতাপ উলিয়াই সাংসাৰিক পয়মালৰ মাজতো বেণুশৰ্মাই সান্ত্বনা লভিছিল।

এনেতে ১৯৪৮ চনৰ ডিচেম্বৰ মাহত দিল্লীত ভাৰতীয় বুৰঞ্জী কংগ্ৰেছৰ কোনোবা এটা অধিবেশনলৈ ব্যক্তিগত নিমন্ত্ৰণ আহিল। সেই অধিবেশনত ব্যক্তিগত প্ৰতিনিধি ৰূপে শৰ্মাই যোগ দিছিলগৈ। এই কংগ্ৰেছত ভাগ লবলৈ গৈ শৰ্মাৰ এটা উপকাৰ হল। তেখেতৰ মনলৈ এটা উলাহ আহিল, বহু দিনীয়া এৰা ধৰা সাধনা মণিৰাম লিখি সামৰাৰ কাৰণে প্ৰেৰণা পালে। চাৰিওফালে উভতি আহি মণিৰাম দেৱান গ্ৰন্থ সমাপন কৰা আৰু প্ৰেছৰ কাৰণে যুগুতোৱা কামত হাত দিলে। মাজতে মাতৃ বিয়োগৰ দিন কেইটা (২৪ ভাদ ১৯৪৯ ১৮৭১ শক) এই কামৰ অন্তৰায় হলেও আকৌ মনপুতি কামত লগাত লেখা কাম সম্পূৰ্ণ কৰিবলৈ সৰহ দিন নালাগিল। লেখাৰ সমাপ্তি ঘটিল, প্ৰেছ কপিও যুগুত হওঁ হওঁ, তেনেতে আকৌ চিন্তাৰ কাৰণ উপস্থিত হল। গ্ৰন্থ বৃহৎ, ছপাবও লাগিব মনে খোৱাকৈ, তাৰ খৰচ কৰ পৰা ওলাব? এই চিন্তাইহে এতিয়া থাই মাৰিবলৈ ধৰিলে। শেহৰ কালে সেয়ে গৈ বিফলগ্ৰস্ততাৰ ৰূপ ললেগৈ। প্ৰেছলৈ যুগুত কৰা পাতবোৰো বিশৃঙ্খল হৈ এনি তেনি সিঁচৰিত হৈ পৰি থাকিল।

ইতিমধ্যে বৰপুতেক অজিত শৰ্মাই ১৯৪৭ চনত এম. এ. পাছ কৰি আসাম ট্ৰিবিউন কাকতত সোমাইছিলহি আৰু অলপ দিন পাছতে সন্দিকৈ ছোৱালী কলেজৰ ৰাজনীতিৰ অধ্যাপক পদতো নিযুক্ত হৈছিল। ১৯৪৯ চনত গৰম বন্ধত ঘৰলৈ আহি অজিত শৰ্মাই দেখে যে দেউতাক কিছু পৰিমাণে বিকল মনোৰথ যেন হৈ পৰিছে। 'মণিৰাম দেৱান' গ্ৰন্থৰ পাণ্ডুলিপিকো লানি নলগোৱাকৈ অ'ত ত'ত এলেং এথেং হৈ পৰি আছে। দেউতাকক বিমুখ যেন দেখি পুতেকে নিজেই সেই কাগজবোৰ সামৰি-সুতৰি গত্ লগাই থলে আৰু ছপাৰ বাবে কিবা এটা দিহা কৰিব পৰা যাব বুলি দেউতাকক আশ্বাস দিলে। গুৱাহাটীলৈ উভতি আহি নিজৰ দৰমহাৰ বিল জমানৎ দি ৭৫০্ টকা বেঙ্কৰ পৰা ধাৰ ললে। তেতিয়া সন্দিকৈ কলেজ চৰকাৰী কলেজ আছিল আৰু চৰকাৰী বেতনৰ জমানত লৈ এটা নিৰিখত্ টকা ধাৰলৈ দিয়াৰ নিয়ম আছিল। ইয়াৰ লগতে বিখ্যাত চাহ খেতিয়ক ৰায় বাহাদুৰ শিৱ প্ৰসাদ বৰুৱাৰ পুত্ৰ শৈলেন্দ্ৰ প্ৰসাদ বৰুৱায়ো পূৰ্ব্বৰ "দৈনিক বাতৰি"ৰ সম্পৰ্কৰ কথা সুঁৱৰি আজুককাকৰ জীৱনীৰ কাৰণে কিছু সাহায্য দিয়াত গালৈ বল আহিল" পৰি যোৱা মনটোও সতেজ হৈ পৰিল।

১৯৪৯ চনৰ শেহৰ ফালে মণিৰাম দেৱানৰ প্ৰেছ কপি লৈ শৰ্মাই কলিকতালৈ বুলি যাত্ৰা কৰিলে। মুক্তাৰাম বাবু ষ্ট্ৰীটৰ মেছ এটাত বাসা ললেগৈ আৰু মণিৰাম দেৱান ছপোৱা কামত লাগি গল। কলিকতালৈ নিজে নগলেও হলহেতেন কিন্তু মনৰ হাউচ পূৰাবলৈ, কিতাপখন চকু বোৱাকৈ ছপাবলৈ, নিজে আগত থাকি দিহাপোহা দিয়াৰ সুযোগ পাম বুলিয়েই কলিকতালৈ গল। ১৯৫০ চনৰ জুন মাহত কিতাপ ছপা হৈ ওলাল। শৰ্মাও কৃতকাৰ্য্য যেন হৈ গুৱাহাটীলৈ উভতি আহিল। মণিৰাম দেৱান ছপা হৈ উঠাৰ পিছত প্ৰফুল্লিত হৈ বেণুশৰ্মাই কনিষ্ঠজনৰ আগত 'নতুন জীৱন পালোঁ' বুলি আত্মপ্ৰসাদ ব্যক্ত কৰিছিল।

কোনো কোনো চিন্তাশীল লেখকে মণিৰাম দেৱানক বেণুশৰ্মাৰ শ্ৰেষ্ঠ গ্ৰন্থ বুলি ভাবে। কংগ্ৰেছৰ কাঁচিয়ালি বদত নামৰ গ্ৰন্থখনৰ ভাগ্য ভাল আছিল কাৰণ ই ৰাজকীয় পুৰস্কাৰৰ দ্বাৰা বঞ্চিত হবলৈ সুযোগ পালে। এই বিষয়ে অসমীয়া বা অনা অসমীয়া সকলো পাঠকৰ মনতে খুদুৱনিৰ উদ্ৰেক মনটোৱে প্ৰতি আগলৈকো হৈ থাকিব। 'বেণুধৰ শৰ্মালৈ শ্ৰদ্ধাঞ্জলি"

নামৰ প্ৰৱন্ধত ( অভিঃ গ্ৰঃ পৃঃ ১৬ ) মুনীন বৰকটকী দেৱে লিখিছে "বেণুশৰ্মাৰ Magnum Opus—মহাগ্ৰন্থ নে কীৰ্ত্তি স্তম্ভ ? কোন খন ? যিখন কিতাপৰ বাবে শৰ্মাই বজাবৰীয়া স্বীকৃতি আৰু পুৰস্কাৰ পালে সেই কংগ্ৰেছৰ কাঁচিয়ালি বদত নে মণিৰাম দেৱান ? মোৰ বিবেচনাৰে পিছৰ খন !" এই বুলি কৈ মণিৰাম দেৱানৰ আদিৰ এছোৱা আৰু পাছৰ কালৰ এছোৱা তুলি দি সাহিত্য বা গদ্য সৌৰভৰ স্থালী-পুলাক আভাস এটা দিছে। তাকে দি বৰকটকী দেৱ নিজেই বিমোৰত পৰিছে আৰু সন্দেহ এটা উপস্থাপিত কৰিছে—"এতিয়া এইদৰে এনেকুৱা ভাষাত এনেকুৱা গদ্য লেখকজনক আমি বুৰঞ্জীবিদ বুলিম নে সাহিত্যিক বুলিম।" বৰকটকীদেৱে উপস্থাপন কৰা সন্দেহটো তীক্ষ্ণধী পাঠকৰ সত্বে সত্বে মনলৈ অহাযাৰ স্বাভাৱিক কথা—বুৰঞ্জী নে সাহিত্য। পাছে মণিৰাম দেৱান পঢ়ি অঁতাই কিতাপখন জপাই মনলৈ আৰু এটা প্ৰশ্ন আহে—বুৰঞ্জী নে বীৰপূজাৰ আৰ্ঘ্য-স্বৰূপ এখন জীৱন চৰিত্ৰ।

মণিৰাম দেৱান অসমৰ ইতিহাসৰ সন্ধিযুগৰ এজন বহুবিসাৰী ব্যক্তিত্বৰ অধিকাৰী পুৰুষ। ঊনবিংশ শতিকাৰ আৰম্ভণিৰ পৰা ১৮৫৭ চনলৈকে প্ৰায় অৰ্দ্ধশতাব্দীৰ অসম বুৰঞ্জীৰ কালছোৱা মণিৰাম দেৱানৰ জীৱন-লীলাই জুৰি আছে। গতিকে মণিৰামৰ কথা কবলৈ গলেই বুৰঞ্জীৰ বহুত কথাই কব লাগিব আৰু সেই ছোৱা কালৰ বুৰঞ্জী লিখিবলৈ হলেও মণিৰাম বৰ ভাণ্ডাৰ বৰুৱাৰ কথা চমুকৈ সামৰি থব নোৱাৰি। এফালৰ পৰা চাবলৈ গলে অসংখ্য লিখিত অলিখিত জীৱনীৰ সাৰ সমাবেশেই হল ইতিহাস। সেই ফালৰ পৰা চালে ইতিহাস আৰু জীৱন চৰিতৰ ভেদ ৰেখাডাল অস্পষ্ট যেন হৈ পৰে।. মণিৰাম দেৱান গ্ৰন্থখনৰ বেলিকাও সেই হৈছে। ই এটাও নহয়, আকৌ দুয়োটাই হয়। কেনেকৈ তাকেই চাওঁহক।

পুৰণি কথাবোৰে, শুনা কথাই হওক বা লিখিত তথ্যই হওক, গোটাই লিপি পেলালেই আজিকালিৰ ধাৰণামতে ইতিহাসৰ শুদ্ধ স্বৰূপ এটা গ্ৰহণ কৰিব এনে নহয়। মণিৰাম দেৱান গ্ৰন্থই আধুনিক বুৰঞ্জীৰ বিধি-নিষেধবোৰ বা স্বৰূপ সম্পূৰ্ণ ৰূপে ৰক্ষাই চলিছে বুলি ডাঠি কোনেও কব নোৱাৰে। প্ৰথম দৃষ্টি প্ৰসাৰণতে পাঠকে ধৰিব পাৰিব যে এই গ্ৰন্থত বীৰ পূজাৰ মনোভাৱে উধৰ পৰা মুখলৈকে ভেজি আছে। ইতিহাসৰ যথানিষ্ঠতাতকৈও

প্ৰিয় পুৰুষজনৰ গুণ-গ্ৰাহিতা আৰু দূষণ-পৰিহাৰৰ ওকালতিৰূপী মৃক্তি ধাৰাৰ প্ৰবাহে এটা দুৰ ঢাক নোহোৱাকৈ ওলাই আছে। সত্যনিষ্ঠ বুৰঞ্জীৰ পক্ষে ই এক অমাৰ্জনীয় দূষণ। মণিৰাম দেৱান এজন উচ্চাকাঙ্ক্ষী আত্মোন্নতিকামী ক্ষমতাবিলাসী পুৰুষ যে নাছিল, কেৱল অসমৰ স্বাৰ্থৰ হকেহে সকলো কাম কৰিছিল তেনে ছবিখনকে বহন দিবলৈ বেণুশৰ্মাই পাৰ্য্যমানে যত্ন কৰিছে। ইংৰাজৰ লগত পোনতে লাধু কৰাৰ পৰা জীৱনৰ শেহৰ কালৰ বিষাদাত্মক পৰিণতিলৈকে সকলো কামেই যে নিস্বাৰ্থ নাছিল এই কথা সম-সাময়িক প্ৰজাবৰ্গয়ো বুজিছিল। গীত গাই মণিৰামৰ কীৰ্ত্তি বখনা লোকেও স্পষ্টাক্ষৰে গাইছিল—

ৰূপৰ ধোঁৱা খোৱাত খালি ঐ মণিৰাম
সোণৰ ধোঁৱাত খালি।
ৰজা হবলৈ ওলালি মণিৰাম
ডিঙিত ছিপেজৰী ললি।

মণিৰাম নিজে ৰজা হবলৈ বিচাৰিছিল নে নাই সেইকথা প্ৰমাণ সাপেক্ষ কিন্তু মন্ত্ৰী হবলৈ আকাঙ্ক্ষা কৰিছিল, আৰু পাকে প্ৰকাৰে অলপ দিনৰ কাৰণে হৈছিলো। সেই কথাৰ প্ৰমাণ বেণুশৰ্মাৰ গ্ৰন্থতে চুকে কোণে পৰি আছে। সেইবোৰ এৰাই যোৱা বা থাপি থুপি থোৱাৰ যত্নও সুজান পাঠকৰ চকুত ধৰা পৰিব।

কিংবদন্তী বা জনগীত আদিত বুৰঞ্জীৰ সমল আছে সঁচা কিন্তু তাক চালি জাৰি নোলোৱাকৈ পৰলীয়া অৱস্থাতে প্ৰামাণ্যযুক্ত বুলি গ্ৰহণ কৰাটো ইতিহাস বিদ্যাৰ সুস্থ বিধি নহয়। সেই বিলাকত পতান থাকে, তাকে গুচাই শাহটো গ্ৰহণ কৰাহে ঐতিহাসিকৰ কাম। মণিৰাম দেৱান গ্ৰন্থত বেণুশৰ্মাই সেইবিলাককো এটা বিশেষ চাৰিত্ৰিক প্ৰভাব দেখুৱাবলৈকে বুৰঞ্জীমূলক সঁচা কথাৰ দৰেই সন্নিবিষ্ট কৰিছে। 'শুনিছো' 'শুনা যায়', 'এই বুলি লোক মুখে চলি আহিছে' ইত্যাদি ধৰণৰ জাল-কমোৱা উক্তিও সেইবোৰ ঠাইত নাই। উদাহৰণ স্বৰূপে মণিৰামৰ ফাঁচী দিয়া সময়ৰ বৰ্ণনা খিনি পঢ়ক—

"দিছৌ কৌঠৰ ছাউনীৰ পৰা মণিৰাম পিয়লীক উলিয়াই অনা হ'ল। দুয়োকো কঁকালত শিকলিৰে জোটা পাতি বন্ধা। তেওঁবিলাকৰ আগে পিছে বৰ কওাজ চিপাহী। তেতিয়াও মণিৰামৰ হাতত ৰূপৰ ধোঁৱাখোৱা, মন প্ৰফুল্ল। চিপাহীয়ে দুয়োকো সাঙুৰি আনি ফাঁচী দিয়া ঠাই পোৱালেহি।

ফাঁচী চাওৰ দাঙ্গিতে হলবইড্, বিচ্চাৰ, বিচাৰ্ডছন, নকচাৰী অসম কোম্পানীৰ আৰু মেৰেবেটিং কোম্পানীৰ কেইজনমান চাহাবে মনৰ সুখেৰে চেলেউ হুপি হুপি বহি আছে। কৰ্ত্তব্য পৰায়ণ হৰনাথ পৰ্ব্বতীয়া বৰুৱা দাৰোগাও তাতেই খোজ চলাই আছে। তেওঁবিলাকৰ সাক্ষাতে মণিৰাম পিয়লিৰ বান্ধ মোকোলাই দি আকৌ এজন এজনকৈ পাছ কলে দুয়োকো কেৰেয়া দিলে। এইদৰে হাত বান্ধি, দুইকো বৰশীৰ পোনে পোনে তৰি খোৰা চাওৰ ওপৰত তুলিলেগৈ। তাতে হলবইডে শিৱসাগৰৰ মেজিষ্ট্ৰেট ৰূপে কমিশ্যনাৰ হৈ বহঁাতে দিয়া তেওঁবিলাকৰ ফাঁচীৰ আজ্ঞাপত্ৰ দুখন ইংৰাজী আৰু বঙলা ভাষাৰে পঢ়ি শুনালে। পত্ৰত লেখা আদেশ শুনি খন্তেকমান বেলি দুয়ো নিটাল মাৰি থাকিল। দেৱানে তেওঁৰ খোঁৰা খোৰাটিত হোপা দুটামান মাৰি ললে। তাৰ পাছত খোঁৰাখোৰাটি দাৰোগাৰ হাতত দি, হাতকেৰী অৱস্থাতে থিয় হৈ চাওৰ পৰাই সমবেত প্ৰজাসকললৈ চাই এই বুলি ক্ষমা খুজিলে।

"হে প্ৰজাসকল মই বিষয়া হৈ থাকোঁতে মোৰ পৰা তোমালোকে অশেষ দুখ বেজাৰ পাইছিলা সেই সকলোবোৰ এনে সময়ত তোমালোকে ক্ষমা দিব লাগে।" (মঃ, দেঃ পৃঃ ১৯১)

এই কথাখিনি ভালকৈ অনুধাৱন কৰিলে ওলাই পৰিব যে ইয়াত বুৰঞ্জী-কাৰ (Historian) এজনতকৈয়ো আখ্যানকাৰ সাহিত্যিক এজনেহে ভিতৰি ক্ৰিয়া কৰিছে। দেখাতে অসম্ভৱ স্ব-বিৰোধী কথা একেলগে আছে, যিবোৰ বুৰঞ্জীৰ সত্য নহয়, মানুহৰ মুখে মুখে বাগঁৰা কল্পিত কথা হব পাৰে। মুখে মুখে বাগৰা কল্পিত কথা হলে বুৰঞ্জী লেখকে তাক সত্য ঘটনাৰ নিচিনাকৈ বিৱৰিব নালাগে। শৰ্ম্মাই লিখিছে চাঙত তোলাৰ আগতে মণিৰাম পিয়লী দুয়োজনৰে ককঁালৰ বান্ধ মোকোলাই দি পাছফালে দুয়োকে হাত কেৰেয়া দিলে। এইদৰে পাছ কেৰেয়া অৱস্থাতে দুয়োকো চাঙত তুলিলেগৈ। এইখিনি পৰ্য্যন্ত থিকেই আছে। পাছে চাঙত পাছ কেৰেয়া অৱস্থাত থাকোঁতে মণিৰাম দেৱানে ৰূপৰ খোঁৰা খোৰাত হোঁপা দুটামান মাৰিলে কেনেকৈ? কেনেকৈয়ে বা মাটিত থকা হৰনাথ দাৰোগাৰ হাতত খোৰাখোৰাটি দিলে, কাৰণ হাতকেৰী অৱস্থাতে দেৱানে প্ৰজাবৰ্গক সম্বোধন কৰিছিল। দেৱান চতুৰ্ভুজ থকাহেতেনো হোঁকাটো দিবলৈ হৰনাথৰ গুৰিলৈ তললৈ নামি অহাৰ নিয়ম নাই। আৰু এটা কথা, জুহ সহ চিলিমে সৈতে ফাঁচি মঞ্চত

উঠাৰ নিচিনা বিধিবহিৰ্ভূত কাম এটা কৰিবলৈ হলৰইভ, চাহাবে অনুমতি দিছিল নে? দিছিল যদিও সেই কথা বেণুশৰ্মাই কোৱা নাই। আচলতে এইবোৰ কাচাং ফুচুং গল্প মানুহে পাছত উলিয়াইছিল তাকে যথা শ্ৰুতং তথা লিখিতং কৰি বেণুশৰ্মাই বুৰঞ্জীবিদৰ শাৰীৰ পৰা কালৰি কাটি আখ্যান কথকৰ শাৰীলৈ গতি কৰিলে। উদ্দেশ্য আছিল মণিৰামে কেনে নিৰ্বিকাৰ ভাবে সমুখ মৃত্যুকো টিলিকিয়াই দেখিছিল তাকে দেখুৱাই Effectৰ সৃষ্টি কৰা। পাছে বুৰঞ্জী লেখকৰ পক্ষে তেনে কৰা নিষেধ, সেইখিনি স্বাধীনতা উপন্যাসকাৰৰ থাকিলেও থাকিব পাৰে।

চলতি গীত মাতৰ মৰ্য্যদা আৰু বিশ্বাস-যোগ্যতাও শৰ্মাই সন্দেহ কৰা নাছিল। "ৰূপৰ ধোৱাঁখোৱাত থালি ঐ মণিৰাম সোণৰ ধোৱাঁখোৱাত থালি" এই ফাকী গীতৰ কথা মনত ৰাখিয়ে লাটু বাবুৰ ঘৰত আলহী থকাৰ কালত মণিৰামে কেনেকৈ দোহাঁত বাওঁ হাত দুই হাতে ধৰি সোণৰ ৰূপৰ দুই ধোৱাঁখোৱাত ধপাত হুঁপিছিল তাক বৰ্ণাইছে। এনেকৈ দুটা ঘুৰঘুৰি বা হোকা লৈ একে সময়তে একোটাকৈ হোঁপা মৰাৰ কথাও কল্পনাৰ আশ্ৰয়ত সম্ভৱ হয়। বাস্তৱত নবাব বাদছাহেও এখন হাতেৰে ধৰি এটা ঘুৰঘুৰিতেই খাইছিল। ঘুৰঘুৰি সদায় সদাই খাইছিল যদি, পাৰিও পাৰে।

মণিৰাম দেৱানত বেণুশৰ্মা কেতিয়াবা কবিমনৰ উচ্ছ্বাসেৰে সমাহিত হৈ পৰে। তেতিয়া বুৰঞ্জীবিদৰ বস্তুনিষ্ঠা বিদূৰ হৈ মণিৰামনিষ্ঠ গৌৰব গাথাৰ উদ্গাৰ উঠে। অলৌকিকতাৰেও ইতিহাসৰ কাৰ্য্যকাৰণ মণিসূত্ৰ গাঁথিবলৈ বুৰঞ্জীবিদ শৰ্মা পিছ নোহোহকে। মণিৰাম দেৱানৰ ফাঁচি কাঠৰ মৃত্যুৰ কাৰণেই প্ৰকৃতিয়ে বোলে বিষণ্ণ মূৰ্তি ধাৰণ কৰিলে। শৰ্মাৰ স্বভাৱসিদ্ধ গদ্য-ৰাঞ্জিত কৰা ভাষাৰে তাক কেনেকৈ বৰ্ণাইছে পঢ়ক—

"বসন্তৰ আগমনত ৰবিৰ কিৰণে যেন মৰকত গিৰি" হৈ থকা অসম দেশখন মণিৰাম পিয়লীৰ ফাঁচীত জিলী জা কোৱা কা হৈ পৰিল। ঘৰে ঘৰে শোক উথলোৱা ৰাগিনী বিস্তাৰ হ'ল। শিপিনীৰ যতঁৰত শলা সুঘূৰা হ'ল। উত্তৰ লক্ষীমপুৰৰ ৰঙানৈৰ পাৰত সাতদিন সাতৰাতি একেৰাহে জুহ লাগিবলৈ ধৰিলে, আকাশত নেজাল তৰা ওলাল। কুকুৰে চাং বগাবলৈ ধৰিলে, কাকতী কৰিতে দেশ ছানি পেলালে। ৰঙাটুপীৰ (গোৰা চিপাহী) অত্যাচাৰত যোৰহাট জুইহাত হ'ল। শোক আৰু পাশৱিক অত্যাচাৰত দেশ জঁয় পৰিল। শৰৎ পুৰ্ণিমাত শ্বেতাঙ্গ চাহাবেও ঘিৰি নাৰৰীয়াৰ লগত

গোৱাৰ দৰে মণিৰামৰ গীত এক'াকি গাই অসমীয়া মানুহে প্ৰাণত সান্ত্বনা লাভ কৰিবলৈ ধৰিলে, সেই গীত আজিও বা-মাৰলীৰ দৰে অসম ৰাজ্যত গুমগুমাই আছে।" (ম: দে পৃঃ ১৭২)

আকাশত নেজাল তৰা ওলোৱা, ৰঙানৈৰ পাৰৰ হাবিত সাদিন সাত ৰাতি দাবানল জ্বলা, কাকতী কৰিছে দেশ ছনা, কুকুৰে চাওতে বগোৱা আদি অঘটন বা অদ্ভুতৰ কাৰণ মণিৰাম দেৱানৰ মৃত্যু বুলি কলে পুৰণি কাহিনীত খাপ খাব পাৰে, মণিৰাম কাব্য লিখিলে শোভাকৰ হব, কিন্তু বুৰঞ্জীত বা স'চা জীৱন চৰিতত এইখিনি কথা অথজা। অথচ বুৰঞ্জীবিদ্ শৰ্মা ডাঙৰীয়াই এইখিনি কাব্যত্বৰ মোহ এৰিব পৰা নাই। নোৱাৰাৰ কাৰণ হল তেখেতৰ অন্তৰৰ দুৰ্বাৰ উচ্ছ্বাস। এক কথাত মণিৰাম অসমৰ পূজ্যবীৰ যিমান তাতকৈ অসম দেশৰ গৌৰৱ স্বৰূপে খাপিত মণিৰাম দেৱানৰ প্ৰতি শৰ্মাৰ অন্তৰৰ অদম্য উৎসাহ বেছি। এই উচ্ছ্বাসৰ মূলতে মণিৰামৰ ব্যক্তিত্বতকৈও অসমৰ প্ৰতি গৌৰৱবোধ আৰু তাক প্ৰতিপন্ন কৰাৰ আকুল হাবিয়াস।

বুৰঞ্জীৰ তথ্যবে শৰ্মাৰ টোকোৰা বাহ ঠাহ খাই আছে স'চা কিন্তু তেখেতৰ আগ্ৰহ উত্তম ইমান বেছি যে সেইবোৰক ফঁহিয়াই জাবৰি গুচোৱাৰ অৱকাশলৈ তেখেতে বাট চাব নোৱাৰে। আনকি এই মণিৰাম দেৱানৰ মাজতে যি সমল, যিমান তথ্য ব্যৱহাৰ কৰিছে সেইবোৰ তেখেতৰ আগেয়ে আৰু পাছতো কোনেও তন্ন তন্নকৈ কৰা নাই। সেইবোৰৰ অসমীয়া অনুবাদ-বোৰ পাইছো কিন্তু তাৰ লগে লগে বিস্তৃত সমুল্লেখ (Detailed reference) দি যোৱাৰ প্ৰয়োজন তেখেতে অনুভৱ কৰা নাই। পাছৰ গৱেষকে মণিৰাম দেৱানত যি কৈছে তাকে লৈ সন্তুষ্ট থাকিব লাগিব। অথবা নিজে বিচাৰি খোচাৰি উলিয়াব লাগিব। শৰ্মাৰ কৰ্ত্তব্য যেন তেজস্বিনী ভাষাৰে তথ্য উপস্থাপিত কৰি পাঠকৰ চিত্তক্ৰুতি ঘটোৱাতে শেষ, বুৰঞ্জীৰ ঘটনা তাৰ উপাদান মাত্ৰ। এইবোৰ কাৰণতে মণিৰাম দেৱানক বুৰঞ্জী মুবুলি বুৰঞ্জী-মূলক বুলি কৈ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যই স্বৰূপ কথাকে কৈছে।

মণিৰাম দেৱান এখন পূৰ্ণাঙ্গ জীৱন চৰিতো নহয়। গ্ৰন্থখনৰ এঠাইত ইয়াক চৰিত্ৰ পুথি বুলি গ্ৰন্থকাৰে নিজেই অভিহিত কৰিলেও যাৰ চৰিত্ৰ বিবৰি কবলৈ গ্ৰন্থকাৰে ইমান খিনি কলা, কৌশল প্ৰয়োগ কৰিছে তেওঁৰ জীৱনৰ সমগ্ৰ কথাখিনি গ্ৰন্থখনত পাবলৈ নাই। তেৰটা অধ্যায়ৰ

কিতাপখনত দশম, একাদশ আৰু দ্বাদশ এই তিনিটা অধ্যায়তহে মণিৰামৰ কথা ভৰপূৰভাৱে আছে। বাকীবিলাকত ঐতিহাসিক পটভূমি স্থাপন আৰু বিদ্ৰোহৰ পতনৰ কথা আছে। মণিৰাম ভাত ওলাইছে আৰু সোমাইছে মাথোন। গ্ৰন্থকাৰেও কৈছে—"দেৱানৰ স্মৃতিটো এতিয়াও সেউজীয়া হৈ আছে, কিন্তু তেওঁৰ চলন ফিৰণ, স্বভাৱ চৰিত্ৰ কাৰ্য্য-কলাপ আৰু গতিগোত্ৰৰ কথাবোৰ ইমান পুৰণি হৈ গল যে তাৰে কিছুমান তেনেই কৰ্কৰীয়া মাৰিলে। এনে স্থলত সেইবোৰ উদ্ধাৰ কৰিবলৈ যে কিমান টান কাম তাক "লুইতে বঠাৰ কোৰ জনাৰ দৰে জনাজনেহে জানে।" লোক বিস্মৃতিৰ আঁৰত পৰি যোৱা এজন মানুহৰ জীৱনৰ খুটি-নাটি ঘটনাবোৰ এশ, ডেৰশ বছৰৰ পাছত খুচৰি উলিওৱা টান কাম হয়। টানৰো টান কাম হয় যদিহে সেই জনৰ চিঠি-পত্ৰ, ডায়েৰী, আত্ম`কথাৰ নিচিনা কিবা সমূলি পোৱা নাযায়। এই ফালৰ পৰা চালে বেণুশৰ্মাই একোটুকুৰা শিল বুটলি বুটলি সাগৰ বন্ধন কৰিছে বুলি কব লাগিব। তথাপি সম্পূৰ্ণাঙ্গ জীৱন চৰিত বুলি মণিৰাম দেৱানক গ্ৰহণ কৰিব নোৱাৰি।

মণিৰাম দেৱানৰ গ্ৰন্থকাৰৰ দুটা মনোভাৱ ফটফটীয়া হৈ আছে। এটা হৈছে, অসমৰ গৌৰৱ স্থাপনৰ বাবে ব্যাকুল হেঁপাহ আৰু আনটো হৈছে— বীৰ বন্দনাৰ আবেগঘন আগ্ৰহ। গ্ৰন্থৰ ভিতৰতে এনে কিছুমান সমল আছে যাক লৈ আন এজন সহানুভূতিহীন লেখকে মনিৰামক বিচক্ষণ অথচ দুৰভিলাসী ৰাজপুৰুষ বুলি প্ৰতিপাদন কৰাত অসুবিধা ভোগ কৰিব নালাগিব। সেইবোৰ সমলৰ প্ৰতি বেণুশৰ্মা যে অবহিত নাছিল এনে নহয় কিন্তু স্বপক্ষ সমৰ্থনৰ যুক্তিৰে নিজৰ অভিমত স্থাপন কৰিবলৈ অহোপুৰুষাৰ্থ কৰিছিল। কাকো বেয়া সুবুলি বেয়া ফালটোকো কিবা এটা ব্যাখ্যাৰে ঢোক কমোৱাটো বেণুশৰ্মাৰ লেখনীৰ স্বভাৱ। হৰনাথ ডাৰোগাই মণিৰামৰ ফাঁচী মঞ্চৰ তলত খোজ চলাই আছিল তাকে কবলৈ কৰ্ত্তব্য পৰায়ণ এই বিশেষণটিৰ কোনো প্ৰয়োজন নাছিল। বিশেষণটিক ব্যঙ্গোক্তি বুলি ধৰিলোহেঁতেন যদিহে গ্ৰন্থৰ পাতনিত হৰনাথ বৰুৱাক নিন্দা গৰ্হাৰ পৰা মুক্ত কৰিবলৈ বিশেষ যুক্তি অৱতাৰণা নকৰিলেহেঁতেন। মণিৰাম দেৱান শৰ্মাৰ মনত এজন বন্দনীয় নায়ক চৰিত্ৰ। তেওঁৰ প্ৰতি পোষণ কৰা এটা আবেগময়ী প্ৰীতি গোটেই গ্ৰন্থখনত অণুৰে অণুৰে সোমাই আছে। বুৰঞ্জী নহলেও, সম্পূৰ্ণাঙ্গ জীৱন চৰিত্ৰৰ স্তৰলৈ নুঠিলেও, স্বপক্ষ প্ৰতিপাদনৰ আগ্ৰহে

বস্তু-নিষ্ঠতাক কোনো কোনো স্থলত মোলান-পেলালেও, নায়ক চৰিত্ৰৰ প্ৰতি ঐকান্তিক হৃদ্যতা আৰু বিশিষ্ট ভাষা ভঙ্গীয়ে গ্ৰন্থখনক চিত্তগ্ৰাহী কৰিছে। এই কাৰণেই কোনো কোনো সমালোচকে 'মণিৰাম দেৱানক' বেণুধৰ শৰ্মাৰ শীৰ্ষস্থ গ্ৰন্থ ( Magnum Opus ) বুলিছে।

আলোচিত কালছোৱাত গ্ৰন্থ প্ৰকাশ আৰু মণিৰাম দেৱান গ্ৰন্থৰ পূৰ্ণৰূপ দিয়াত ব্যস্ত থাকিবলগীয়া হোৱাত প্ৰবন্ধ পাতি লিখালৈ সিমান মনোযোগ দিব পৰা নাছিল। তাৰ মাজতো দুই এটা চুটি প্ৰবন্ধ লিখি আছিল। ৰামধেনু ১৮৭২ শকৰ দুটা সংখ্যাত বুৰঞ্জীৰ "মৌ কোঁহ" দুটা প্ৰবন্ধ লিখিছিল। আজিৰ বিহুৰ নামেৰে এটা প্ৰবন্ধই বহুতক সন্তোষ দিছিল। এনে দুই এটা প্ৰবন্ধ ওলাইছিল যদিও সেই বিলাকক প্ৰবন্ধ মুবুলি টোকা বুলিবহে পাৰি। প্ৰবন্ধ খুজিলে কাকতৰ সম্পাদকক বা সহোযোগীক বিমুখ কৰাৰ অভ্যাস বেণুশৰ্মাৰ নাছিল।

মণিৰাম দেৱান ছপা হৈ উঠাৰ পাছত শৰ্মা চাৰিঙলৈ উভতি আহিল। ইতিমধ্যে অজিত শৰ্মাই গুৱাহাটীৰ হেপিভিলাত সপৰিয়ালে থাকিব পৰাকৈ ভেৰোণীয়া ঘৰ এটা বন্দৱস্ত কৰিলে। অজিত তেতিয়াও অবিবাহিত। দুঠাইত দুখন সংসাৰ চলোৱাৰ অধিক খৰচ কমাবলৈ অজিতে ইচ্ছা কৰিলে। চাৰিঙত সকজন দদায়েক গঙ্গাধৰ ( প্ৰসাদ ) তেতিয়া আছিল। আৰু এটা কথা অজিতৰ ভাল লগা নাছিল। চাৰিঙৰ ঘৰত থাকিলে বেণুশৰ্মাক নানা ৰাইজীয়া লেঠা পিঠাই মেৰিয়াই ধৰে। কোনো কোনো ক্ষেত্ৰত এচাম লোকৰ বিৰাগ ভাজন হ'ব লগাও হয়। গাঁৱৰ মানুহৰ আৰু নিজৰ মেল মকৰ্দমা বিলাকেও জপটিয়াই ধৰে। এই পৰিবেশ সাহিত্য চৰ্চাৰ অনুকুল যি নাছিলেই বৰং প্ৰতিঘাতকহে আছিল৮ এনেকৈ বেছি দিন থাকিলে প্ৰতিভাৰ অপচয় ঘটাৰ সম্ভাৱনাই দেখা দিয়াৰ আশঙ্কা হল। এইবোৰ কাৰণতে অজিত শৰ্মাই মনতে দেউতাকক গুৱাহাটীলৈ অনাৰ সিদ্ধান্ত কৰিলে। দেউতাকে কিন্তু চাৰিং এৰি 'পাদমেকং ন গচ্ছামি' বুলি আথটি জুৰিলে। পুতেকে দেউতাকৰ ধাতু বুজি পাইছিল। সহজে লৰাব পৰা ধাতু বেণুশৰ্মাৰ নহয়। সেইদেখি পোনতে মাকক নিজৰ লগলৈ লৈ আহিল। ভনীয়েক ভায়েককো আনিলে। তথাপি বেণুশৰ্মা অটল। এই বেলি আন এটা উপায় ভাবি উলিয়ালে, কিতাপসোপা এবাৰ দুবাৰকৈ গৈ চাৰিঙৰ পৰা লৈ আহিল। কিতাপগাল আৰু কাগজ-পত্ৰসোপা আছিল বেণুশৰ্মাৰ

দেহলাও। দেহলাও আহিলত জীউটো অথিৰ হল। উপায়ান্তৰ হৈ পিতৃ শৰ্মা, পুত্ৰ শৰ্মাৰ লগলৈ গুৱাহাটিলৈ আহিব লগা হল। যেণুশৰ্মাই চাবিডুৰ খোপনি লৰালে। ১৯৫১ চনৰ পৰা গুৱাহাটীত নিগাজীকৈ প্ৰৰস্থৰা হল। প্ৰৰস্থৰা বুলিছোঁ এই কাৰণেই যে চল এটা পালেই চাবিডুলৈ পাক এটা নমৰাকৈ ভেথেত থাকিব নোৱাৰিছিল। তথাপি ১৯৫১ চনতেই চাবিডুৰ লীলাৰ সামৰণি পৰিল আৰু গুৱাহাটী লীলাৰ সূত্ৰপাত হল।

# এবেসে চিনিলো

## ( ১৯৫১-৬৫ )

গুৱাহাটীত থাকিবলৈ লোৱাৰ পৰা সাহিত্যৰ চৌপাশ এটাই বেণুশৰ্মাক কেন্দ্ৰ কৰি আপোনা আপুনি ফেৰ মেলিলে। গুণমুগ্ধ ডেকা সাহিত্যিক সকলৰ কাৰণে তীৰ্থধাম যেন হৈ পৰিল তেখেতৰ ঘৰখন। পুৰণি চিনাকী বয়স্যসকলৰো সাহিত্য বিনোদৰ নিমিত্তে সঘনে বাউল দি থকা থলী এখন হল। অসমৰ বিভিন্ন ঠাইৰ পৰা কাৰ্য্যহেতুকে গুৱাহাটীলৈ অহা সাহিত্যবিলাসী সকলেও হেপিভিলাত থকা বা পাছত সলনি কৰি চেনী-কুঠিত থকা ঘৰখনলৈ পাক একোটা মাৰিবলৈ সময় একণ উলিয়াইহে এৰিছিল। শৰ্মাৰ পুৰণি কথাৰ সঁফুৰা মেল থাই পৰে, তাৰ লগে লগে দুই এষাৰ ৰস লগা কথাই সমজ্যাত উপস্থিতক যি হঁহুৱাইছিলেই নিজেও সেই হাঁহিত স্বভাৱসিদ্ধ খোলা হাঁহিটোৰে যোগ দিছিল। ঘৰত যিমানেই থং ৰাগত তমোময় হৈ থাকক আগন্তুক কোনোবা আহিলে গোমোঠা হৈ থকা মুখখন যাদুবলত হোৱাদি প্ৰফুল্ল হৈ উঠে। কোনে কব এক মুহূৰ্ত্তৰ আগতে এইজন মানুহ টিঙিৰি তুলা যেন হৈছিল। বেণু শৰ্মাৰ জনপ্ৰিয়তা দিনক দিনে বাঢ়িবলৈ ধৰিলে। তাৰ ফল হ'ল গুৱাহাটীলৈ আহিও তৰণি নোপোৱা হ'ল। কামৰূপ আৰু মঙ্গলদৈ এই দুখন জিলাৰ গাৱেঁ-ভূঞে বিভিন্ন ঠাইত হোৱা ৰাজ-হুৱা সভা, বছৰেকীয়া সন্মিলন, জয়ন্তী উৎসৱ বিলাকৰপৰা আহ্বান আহিল। কৰবাত সভাপতি হব লাগে, ক'তোবা বিশিষ্ট বা মুখ্য অতিথি ৰূপে উপস্থিত হব লাগে, আকৌ আন এঠাইত হয়তো সম্বৰ্দ্ধনা লবলগীয়া হয়। পাছে এইবিলাকত যে কেৱল বাইজৰ হেঁচাত এবাৰ নোৱাৰিহে শৰ্মাই যোগ দিছিল সিও নহয়। চল পালেই লৰ মাৰিবলৈ ঠেং দাঙি থকা স্বভাৱটো তেখেতৰ চিৰলগৰীয়া। কামৰূপ, পাতি দৰং আৰু মঙ্গল-দৈৰ ভিতৰত এনে এখন লেখত লবলগীয়া বহগাঁও বা মাজলি ঠাই নাই বুলৈ তেখেত এবাৰ নহয় এবাৰ যোৱা নাই। মিটিং গাৱে পাছ

দিনাই ঘৰমুৱা হোৱা তাগিদ তেখেতৰ নাছিল। চুক কোণ মাৰি ঠাই ডোখৰৰ ঐতিহ্য কিবা আছেনে নাই, কাৰোবাৰ ঘৰত আপুৰুগীয়া সাঁচিপতীয়া পুথি এখন কিজানিবা ওলায়েই, স্থানীয় বুৰঞ্জীৰ আঁহ কিজানিবা ধৰবাত পাওঁৱেই এইবোৰ কথাৰ ওৰ বিচাৰি ঠাইখন চলাথ কৰিহে কেইদিন মানৰ পাছত উলটি ঘৰ পাইছি। একাৰন্নৰপৰা তেৰায়লৈ এই দুবছৰ খাইকৈ কামৰূপ ভ্ৰমণৰ কাল বুলি কলেও অধিক কোৱা নহয়। পাছে ইয়াৰ ভিতৰতে আকৌ চেৰেং কৰে চাৰিওফালেকো মনত পৰে। ইয়াৰ মাজতে চাৰিং পুথি ভৰাল সন্মিলনি, মণিৰাম পিয়লী উৎসৱ প্ৰতিষ্ঠা দিৱস, চাৰিং আৰু জামুগুৰিৰ বিহু সন্মিলনীত যোগ দিবলৈ পাক মাৰি আহিছিলগৈ।

১৯৫১ৰ পৰা ১৯৬১ লৈকে এই দহ বছৰ কালত বেণুশৰ্মাৰ সন্মান যোগ পৰিছিল। ১৯৫২ চনত কেন্দ্ৰীয় চৰকাৰৰ পৰা আৰু অসম চৰকাৰৰ পৰা সাহিত্যিক পেন্সন, ১৯৫৩ চনত অসম সাহিত্য সভাৰ বুৰঞ্জী শাখাৰ সভাপতি, ১৯৫৬ চনত অসম সাহিত্য সভাৰ ধুবুৰী অধি-বেশনৰ সভাপতি, ১৯৬০ চনৰ সাহিত্য একাডেমীৰ পুৰস্কাৰ লাভ এই এটাইখিনি পাবলগীয়া বাইজ আৰু ৰজাঘৰীয়া সন্মান এই দশকটোৰ ভিতৰতে শৰ্মাৰ শিৰত বৰ্ষণ হৈছিল। এই বিলাকৰ লগে লগে বিভিন্ন সভা-সমিতি আৰু ঠায়ে ঠায়ে পতা সম্বৰ্ধনা অনুষ্ঠানৰ লেখ জোখেই নাই। সেই বিলাকবো কোনো এখনলৈ নাযাওঁ বা যাব নোৱাৰিম বুলি কোৱাখাৰ কাহানিও শুনা নাই। মূঠৰ ওপৰত এই দশকটোতে শৰ্মাৰ আজীৱন পৰম নিষ্ঠাৰে কৰা সাহিত্য সেৱাৰ মোল যেন ৰাইজে বুজি পালে। সন্মান পুৰস্কাৰ পাম বুলি যে সক কালৰে পৰা সাহিত্য-সৰস্বতীৰ সেৱাত মন প্ৰাণ ঢালি দিছিল এনে নহয়, নিষ্কাম সেৱকবো নভবা নিচিন্তা কামনাৰ কেতিয়াবা সফল অভ্যুদয় হয়। সেইখিনি নিষ্কাম সেৱকৰ অৰাস্তৰ ফলৰ উদয়। প্ৰকৃত পক্ষে শৰ্মাই কোনো কালে নিজৰ সন্মানৰ অৰ্থে ইটো কৰা সিটো কৰা বুলি গুণমুগ্ধ পাৰ্শ্বচৰ সকলক ঘুণাক্ষৰেও ইঙ্গিত দিয়া নাছিল। সেই ধৰণৰ প্ৰকৃতিও তেখেতৰ নাছিল। যিখিনি হৈছিল সেইখিনি স্বতঃস্ফূৰ্ত ভাৱে ৰাইজে কৰিছিল। নিজে যদি উৎসাহ দি তেনে বিলাক সন্মান সম্বৰ্দ্ধনাৰ আয়োজন কৰালেহেঁতেন, হয়তো বহুত কিবাকিবি কৰাব পাৰিলেহেঁতেন। সেই কাম কৰিলে

যে গৌৰৱ হানি হয় তাক তেখেতে উপলব্ধি কৰিছিল। তেনে ধৰণৰ সন্মান যদি কোনোবাই লবলৈ চেষ্টা কৰেও সেই সন্মান গৈ থৈ লেবেলা সাদৰত পৰিণত হয়। এই কথাৰ স্বতঃসিদ্ধ বোধ তেখেতৰ আছিল।

১৯৫২ চনত কেন্দ্ৰীয় চৰকাৰে বেণু শৰ্মাকো মাহে ১২০ টকাৰ এটি সাহিত্যিক পেঞ্চন আগবঢ়ায়। অলপ দিন পাছতে অসম চৰকাৰেও মাহে ৭৫ টকাৰ এটি পেঞ্চন মঞ্জুৰ কৰিছিল। অসম চৰকাৰে এই পেঞ্চনটি দিছিল হয় কিন্তু কিছুদিন পাছত দুয়োটা লগলগাই মুঠতে ১৫০৲ টকা কৰি পেলালে। ইয়াকে কৰি বেজীৰ জলা মনা অথচ কুঠাৰৰ জলা নমনা সেই সময়ৰ অসম চৰকাৰে মাহে ৪৫৲ টকাকৈ চৰকাৰি বিত্ত ভাণ্ডাৰৰ ধন ৰাহি কৰিলে। আনভাৱে কলে কথাষাৰ এনে হব যে সাহিত্যিক পেঞ্চন দিয়া হেতুকে চৰকাৰে বেণু শৰ্মাৰ পৰা ৪৫৲ টকাকৈ বৰঙণি লবলৈ ধৰিলে। এই কথাত শৰ্মাই ক্ৰোধমূৰ্ত্তি হৈ গোটেই পেঞ্চনটোকে নলওঁ বুলি স্থিৰ কৰিছিল কিন্তু কেইবাজনো স্নেহভাজন লোকে বৰাই বুজাইহে তেনে কৰাৰ পৰা ক্ষান্ত কৰিব পাৰিছিল। পাছত ১৯৭৩ চনৰ ২৬ জানুৱাৰীত অসম চৰকাৰে আন বাৰ জন প্ৰবীণ সাহিত্যিকৰ লগতে বেণু শৰ্মাকো মাহে চাৰিশ টকাৰ সাহিত্যিক পেঞ্চনেৰে সন্মানিত কৰিছিল। তেতিয়া সংসাৰৰ চিন্তাৰ সকলো ভাৰ পুত্ৰৰ ওপৰত। সৰু পুতেক পুলিন চাকৰি কৰি ঠায়ে ঠায়ে ঘূৰি ফুৰিছিল। গতিকে নিজৰ গা-খৰচ খিনিৰ বাহিৰে শৰ্মাৰ একো চিন্তাৰ হেঁচা সহিবলগীয়া নহৈছিল। ৰাংপতা, দুৰবীণ প্ৰভৃতি পাঠ্য-পুথিৰ পৰাও আগম্‌ হৈছিল। এতিয়া সাহিত্য চৰ্চ্চাত নিৰ্ব্বিকাৰ চিত্তে লাগি যাবলৈ অধিক মনোবল আৰু সুবিধা পালে।

১৯৫৩ চনৰ ডিচেম্বৰ মাহত ছিলঙত সাহিত্য সভাৰ বছেৰেকীয়া অধিবেশন অনুষ্ঠিত হয়। এই অধিবেশনৰ বুৰঞ্জী শাখাৰ সভাপতি নিৰ্ব্বাচিত হৈছিল বেণুধৰ শৰ্মা। প্ৰকৃততে বুৰঞ্জী শাখাৰ সভাপতিৰ আসন খন বেণুধৰ শৰ্মাই বহুদিন আগতে অলংকৃত কৰিব লাগিছিল। পলমকৈ হলেও এই সন্মান ছিলং অধিবেশনত দি সাহিত্য সভাই সোণত সুৱগা চৰালে কিয়নো মূল সভাৰ সভাপতি আছিল অসম বুৰঞ্জীৰ অন্যতম খ্যাতিমান লেখক আৰু পুৰণি বুৰঞ্জীৰ উদ্ঘাটক ডঃ সূৰ্য্যকুমাৰ ভূঞা। এই অধিবেশনতে আন এজন ঐতিহাসিক পুৰণি পুথিৰ প্ৰকাশক সাহিত্যিক বিশেষভাৱে সম্বৰ্দ্ধিত হৈছিল হৰিনাৰায়ণ দত্তবৰুৱা। দত্তবৰুৱাৰ কায়স্থ সমাজৰ ইতিবৃত্ত

অসম বুৰঞ্জীৰ এখন আপুৰুগীয়া সম্বল। অসমীয়া পদ ভাগৱত, মহাভাৰত আদি যদিও পৰ্ব্ব পৰ্ব্বকৈ বা স্কন্ধে স্কন্ধে দুই এখন ছপা হৈ ওলাইছিল তাক সম্পূৰ্ণ গ্ৰন্থৰূপে প্ৰকাশ কৰাৰ গৌৰৱ দত্তবৰুৱাৰ। শঙ্কৰ বাক্যামৃত শঙ্কৰ দেৱৰ সমুদায় গ্ৰন্থ থাওকতে পোৱাৰ সৌভাগ্য অসমীয়া মানুহক পোন প্ৰথমে দত্তবৰুৱায়ে দিছিল। এনেহেন তিনিজন সাহিত্যিকক তিনিখন সন্মানৰ আসন যঁাচি অসম সাহিত্য সভাৰ ছিলং অধিবেশন ধন্য হৈছিল। একালৰ পৰা চালে ১৯৫৩ চনৰ ছিলং অধিবেশনক সাহিত্য সভাৰ বুৰঞ্জী অধিবেশন বুলিলেও বুলিব পাৰি। ছিলঙৰ তেতিয়াৰ কংগ্ৰেছ চৰকাৰৰ মন্ত্ৰী আৰু বৰ মুৰীয়াসকল অধিবেশনৰ কাৰণে উবুৰি খাই পৰা বাবে সভাৰ সাফল্যও গৌৰৱমণ্ডিত হৈছিল। বুৰঞ্জী শাখাৰ সভাপতিৰ ভাষণখন শুনিবলৈ সকলো দৰ্শক আৰু প্ৰতিনিধিৰে বভাঘৰ ঠাহ খাই পৰিছিল। সাধাৰণতে সাহিত্য সভাৰ শাখা অধিবেশনবোৰত শ্ৰোতাৰ সংখ্যা মূল অধিবেশনৰ তুলনাত বহুত কম হয়। কেতিয়াবা নিচেই কম শ্ৰোতাৰ উপস্থিতিত শাখা সভাৰ অধিবেশন আৰম্ভ কৰিবলগীয়া হয়, এনেও দেখিছোঁ। পাছে ছিলং অধিবেশনৰ এই বুৰঞ্জী শাখাৰ সভাত বভাঘৰ ভৰি পৰিছিল। মূল অধিবেশনতকৈ অলপহে যদি কম হৈছিল। বেণুধৰ শৰ্মাৰ বুৰঞ্জীপ্ৰাণতাৰ খ্যাতিয়েই এই আকৰ্ষণৰ মাই কাৰণ আছিল।

বুৰঞ্জী শাখাৰ সভাত ছিলঙৰ গণ্যমান্য সকলোজন উপস্থিত আছিল। বুৰঞ্জীৰ অধ্যয়ন গবেষণা আৰু পুৰাকীৰ্ত্তি ৰক্ষণৰ অৰ্থে চৰকাৰৰ কৃপণালিৰ কথা কৈ থাকোঁতে ওচৰতে বহি থকা অভ্যৰ্থনা সমিতিৰ সভাপতি শিক্ষামন্ত্ৰী মতি বৰাৰ উচপিচনি খন বাইজে লক্ষ্য কৰি উপভোগ কৰিছিল। চৰকাৰলৈ আবেদন নিবেদন কৰাতকৈও শৰ্মাৰ ভাষাত এটা চোক আছিল। সেই চোকে যে চৰকাৰী মন্ত্ৰী আৰু বিষয়াক জান-নেজানকৈ হলেও ডাকিছিল সেইবাৰ সঁচা। সেই বুলি এটা আকৰ্ষণীয় গদ্য শৈলীত লেখা এই অভিভাষণ খনিয়ে সকলোকে মোহিত কৰিছিল। অভিভাষণত ভাষাৰ সৌষ্ঠৱ দান আৰু মোহনীয় ভঙ্গী প্ৰয়োগ কৰাৰ সুচল প্ৰায় নাথাকে। সাধাৰণতে আৰম্ভণি বা শেহত অলপ উচ্ছ্বাস-তপ্ত কথাৰ অৱতাৰনা কৰিবলৈ ভাষণ লিখোঁতাসকলে চেষ্টা কৰে যদিও বিভিন্ন সমস্যা আৰু সেইবোৰৰ সমাধানৰ উপায় আৰু সূচনাসমূহৰ নিচিনা বস্তুনিষ্ঠ বাক্যৰাশিত অলংকাৰ বা চমৎকৃতি সাধক শব্দঝংকাৰৰ অৱকাশ নাথাকে। সেইদেখি প্ৰায়ভাগ অভিভাষণ

সাকৰা আৰু বুদ্ধিদীপ্ত হলেও সুৰলা আৰু মনোগ্ৰাহী হোৱা দেখা নাযায়। ছিলং সাহিত্য সভাৰ বুৰঞ্জী শাখাৰ অভিভাষণখন এটা ব্যতিক্ৰম। ই এফালে যেনেকৈ সাকৰা আৰু তথ্যবহুল আছিল সেইদৰে আছিল শ্ৰৱণ-সুভগ অসমীয়া ভাষাৰ শৈলীচাতুৰ্য্যৰ এটা অনুপম নিদৰ্শন। বুৰঞ্জী শাখাৰ অধিবেশন সমাপ্ত হোৱাৰ পাছত তেতিয়াৰ চৰকাৰ বিৰোধী দলৰ নেতা চাৰ চৈয়দ চাদুল্লা চাহাবে ওচৰতে পোৱা দুই এজনক শুনাই এষাৰ মন্তব্য কৰা এই লিখকে নিজ কাণে শুনিছিল। সেই মন্তব্যষাৰ আছিল "এই অধিবেশনত যিমানবোৰ বক্তৃতা শুনিলো বেণুশৰ্মাৰ বক্তৃতাই এটাইতকৈ ভাল লাগিল।" চাদুল্লা চাহাবে ঐতিহাসিকৰ দৃষ্টিৰে যে এই কথা কৈছিল এনে নহয়। মনৰ ওপৰত সামগ্ৰিক যি এটা ছাপ পৰিছিল তাকেহে ব্যক্ত কৰিছিল। সেই ছাপটো নিশ্চয় ভাষাৰ ইন্দ্ৰজালৰ চিত্তামোদী প্ৰক্ৰিয়া।

ভাষণখনত অসমত ইতিহাস চৰ্চাৰ কাৰণে যে কিবা দিশ নিৰ্ণয় কৰা হৈছে বা উঠি অহা বুৰঞ্জী গৱেষকৰ সন্মুখত কিবা প্ৰয়োজনীয় বিষয় সমূহৰ সূচনা দিছে এনে নহয়। এনে বিলাক বিদ্বন্মণ্ডলীৰ সমাগমৰ শাখাসভাবোৰৰ সভাপতিসকলে প্ৰায়ে একোটা বিশেষ বিষয় লৈ ভাষণ দিয়ে। অসম সাহিত্য সভাৰ বুৰঞ্জী বা আন শাখাটো সভাপতিসকলে এই ধাৰা অনুসৰণ কৰি অহা নাই, বেণুশৰ্মায়ো কৰা নাই। ইটোৰ লগত সিটোৰ সম্বন্ধ থকা বা নথকা অসম বুৰঞ্জীৰ চৰ্চা বিষয়ৰ এটা দীৰ্ঘ প্ৰবন্ধ পাঠ কৰা হয়। মুঠতে সভাপতিজনৰ অসমত ইতিহাস চৰ্চাৰ যি যি লাগতিয়াল কথা মনলৈ আহে তাক লিখি যায়। বেণুশৰ্মাৰ ভাষণো বিশেষ ব্যতিক্ৰম নহয়। তেখেতৰ অতি প্ৰিয় বিষয় থল পৰ্ব্বতীৰ যুগমীয়া মিলাপ্ৰীতি আৰু আদান প্ৰদানৰ কথাৰেই অভিভাষণখন আৰম্ভ কৰিছে আৰু শেষ কৰিছে ৰাজনৈতিক চিন্তাৰাশি বুৰঞ্জী জ্ঞানেৰে শোধন কৰি লোৱাৰ প্ৰয়োজনীয়তাৰে। তাৰ মাজত প্ৰধান বিষয়বোৰ হ'ল—সুনীয়া সঁফুৰা অসম দেশ, সভ্যতাৰ সমাধি ক্ষেত্ৰ, সামৰিক পৰাক্ৰম, অতীত কলৈ গ'ল, ভাস্কৰ্য্য নিদৰ্শন, গছ-গছান আৰু জীৱজন্তু, থল-পৰ্ব্বতীৰ ভাষাৰ সুঁতি একোটা, ভাৰতৰ বুৰঞ্জীত অতীত অসমে পাবলগীয়া স্থান, ইউৰোপীয় অনুসন্ধানকাৰী, বুটিছৰ সাঁচত বুৰঞ্জী লিখা, বুৰঞ্জী চৰ্চাত চৰকাৰৰ পৃষ্ঠপোষকতা বিদৰ্ভ ৰাজ্যৰ অৱস্থিতিৰ তথ্য, শব্দনাদিৰ, সুমেৰীয় সভ্যতা থল পৰ্ব্বতীৰ সম্বন্ধ ইত্যাদি। বিষয়বোৰৰ নামৰ পৰাই বুজিব পাৰি যে ই এক বিবিধ বিষয়ৰ একত্ৰীকৰণ কৰা এটি

সৰ্বতাক ভাবণ। শেষৰ কালে কেইটামান লাগতিয়াল সূচনা দিছে। সেইবোৰৰ কেইটামান ১৯৫৩ চনত যেনেকৈ প্ৰণিধানযোগ্য আছিল আজিও হৈ আছে। মূঠতে পাছৰ বাৰৰ বুৰঞ্জী শাখাৰ অধিবেশনৰ ( যোৰহাট ) সভাপতি শ্ৰীসুৰেশ চন্দ্ৰ ৰাজখোৱা দেৱৰ সুৰতে কওঁ। "যোৰাবাৰৰ বুৰঞ্জী অধিবেশনৰ সভাপতি শ্ৰীবেণুধৰ শৰ্মা ডাঙৰীয়াই তেখেতৰ অনমুকৰণীয় ভাষাত আমাৰ বুৰঞ্জী সাহিত্য বহুত চহকী কৰিছে।"

১৯৫৪ চনত আহমদাবাদত হোৱা আৰু ১৯৫৫ চনত কলিকতাত বহা বুৰঞ্জী কংগ্ৰেছৰ দুয়ো অধিবেশনত শৰ্মাই যোগ দিছিল। ইয়াৰ কোনোবা এখনত Rebellion of 1857 Visa vis Assam নামৰ প্ৰবন্ধ এটা দাখিল কৰিছিল আৰু পঠিত বুলি ধৰা হৈছিল। সেই প্ৰবন্ধকে ইকাল সিকাল কৰি আৰু অলপ পৰিবৰ্দ্ধিত কৰি পাছত ১৯৫৭ চনত অৰ্থাৎ ৫৭ ছালৰ বিদ্ৰোহৰ শতবৰ্ষ পূৰ্ত্তিৰ বছৰত পুস্তকাকাৰে প্ৰকাশিত কৰে। এই কিতাপৰ প্ৰধান উদ্দেশ্য আছিল ৫৭ ছালৰ বিদ্ৰোহত অসমৰ ভাগ সম্বন্ধে অসমৰ বাহিৰৰ লোকক জ্ঞান দিয়া। অসমীয়া পাঠকৰ কাৰণে ইতিপূৰ্ব্বেই সাতাৰন ছাল আৰু মণিৰাম দেৱানে সেই কাম সাধিছিল। এই বিষয়টো বেণুশৰ্মাৰ প্ৰিয় বিষয় আৰু ইয়াৰ কাৰণে পৰিশ্ৰমো কৰিছিল কঠোৰ, সিও বহুত কাল ধৰি। এনে এটা গগন বিদাৰী বিদ্ৰোহত ভাগ নলৈ নিৰ্ব্বাক নিষ্কম্প উদাসীন হৈ আছিল, অনা অসমীয়াৰ মনত তেনে ধাৰণা নহওক আৰু তেনে অগৌৰৱৰ চেকা নপৰক বুলিয়েই, মণিৰাম দেৱান লিখাৰ পাছতো ক্ষান্ত নাথাকি আকৌ ইংৰাজীত এই গ্ৰন্থ প্ৰকাশ কৰিলে। অসমৰ জাতীয়তা বুদ্ধিৰ জুইকুৰা অন্তৰত ৰুকৰাই জ্বলি থকা হেতুকেই এই তৃতীয় প্ৰচেষ্টা—একেটা বিষয়ত কিন্তু বিভিন্ন সময়ত।

১৯৫৬ চনৰ অসম সাহিত্য সভাৰ ৰূপালী জয়ন্তী অধিবেশন অনুষ্ঠিত হৈছিল ধুবুৰীত। সেই অধিবেশনৰ সভাপতি আছিল বেণুধৰ শৰ্ম্মা। যদিও কাষাতঃ সভাপতি নিৰ্ব্বাচন ক্ষেত্ৰত বেণু শৰ্মাৰ নাম আৰু আগতে অহা হলে ৰাইজে সন্তোষ পালেহেতেন বুলি তেতিয়া কোনো কোনোৱে সাহিত্য সভাৰ কাৰ্য্যনিৰ্বাহকৰ কাৰ্য্যৰ এটি ত্ৰুটি বুলি টোৱাইছিল, সূক্ষ্ম বিচাৰত কাৰ্য্য নিৰ্বাহকৰ আৰু নিৰ্বাচনৰ শাখা-মণ্ডলীৰ সুবিচাৰেই হৈছিল। ৰূপালী জয়ন্তী হেন গুৰুত্বপূৰ্ণ অধিবেশন এটাৰ সভাপতিৰ আসন বেণু শৰ্ম হেন এজন প্ৰবীণ আৰু সমুজ্জল সাহিত্যিক তাৰকাৰে সমধিক শোভান্বিত হৈছিল।

সভাপতিৰ অভিভাষণত বিভিন্ন বিষয়ৰ আলোচনা কৰিছিল আৰু বিবিধ লাগতিয়াল সূচনাৰে পৰিপূৰ্ণ আছিল যদিও যাইকৈ ভাষাৰ অপ-প্ৰয়োগ আৰু শুদ্ধ প্ৰয়োগৰ বিষয়টোৰেই অধিক স্থান আগুৰি থৈছিল। নিজৰ দীঘলীয়া জীৱনৰ লেখাবিলাকে ভাষাৰ বিশুদ্ধতা আৰু জতুৱা শব্দৰ সৌষ্ঠৱ বিকাশৰ চিৰ জাগ্ৰত প্ৰচেষ্টা সূচাই যি আছেই তদুপৰি অসম সাহিত্য সভাৰ শিৰোমণি স্বৰূপেও অসমীয়াক যাইকৈ সেই কথাকে দঢ়াই দঢ়াই সোঁৱৰাবলৈ প্ৰয়াস কৰিছে। পৰৰ পৰা ধাৰ কৰাৰ আগতে নিজৰ ভঁড়ালৰ মৌ সৰা বোটলাৰ কাৰণে তেখেত নিজে যেনেকৈ সিদ্ধহস্ত আছিল ভাষণতো সেই কথা পদে পদে সোঁৱৰাবলৈ চল পালেই নেৰিছিল। গতানুগতিক স্থানীয় ইতিবৃত্ত কৈ লৈ 'আধুনিক ভাৱ গতি' এই শিতানত শৰ্মাই লিখিছে—

"সভ্যতাৰ কুঁৱৰী-পছোৱা বতাহে চিন্ত-চৰ্চাৰ জোৱাৰভাটা তোলাত কোনো দেশেই চান্দ সদাগৰৰ মেৰঘৰ সাজি আচুতীয়াকৈ বা অকলশৰীয়া হৈ থাকিব পৰা নাই। তাত থকা কুজ্ৰাক্কইদি দেশ-বিদেশৰ পোহৰ সোমাই কোনোখনক উদ্ভাসিত আৰু কোনোখনক চিতৰা পথৰা কৰিছে। আমি এতিয়া ৰাজনৈতিক স্বাধীনতা লাভ কৰিলোঁ। আমাৰ ভাবৰাজ্যৰ পৰিধিও বহল হ'ল; দৃষ্টি আৰু লক্ষ্যও দীঘল হল। তথাপি, প্ৰাক্-স্বাধীনতাৰ যুগতকৈ স্বাধীনতা-উত্তৰ যুগত চিন্তাশক্তিৰ বিপুলতা বঢ়াব পৰা নাই। মুক্ত বায়ু সেৱন কৰি আমাৰ সমাজ যেনেকৈ বিশৃঙ্খল হৈছে, ভাষাৰ স্থান, মান, নাদ, বিন্দু টলং-ভটং হোৱাত অসমীয়া সাহিত্যৰ কালিকাও তেনেকৈ উপলব্ধিৰ অতীত বা মৃগতৃষ্ণা হৈছে। নহলেনো শুনি-বলৈ পাওঁনে—"গাখীৰ নাই; খাদ্যৰ অভাৱত 'ৰোগাক্ৰান্ত' হৈছে। 'খাদ্যাভাৱত' হাঁকুটি পেলুৰ বৃদ্ধি হৈছে। সেই কাৰণে গাখীৰ পুহিব লাগে।"

সেই বুলি শৰ্মাই প্ৰাচীন সকলো লোপ পালে বুলি হাঁহাকাৰ কৰা নাই আৰু নতুন ভাৱ আৰু সাহিত্যৰ গতিকো দূৰতে বিদূৰ কৰিব লাগে বুলিও বধ-শপথ দিয়া নাই। এটা সামঞ্জস্যৰ ইঙ্গিত দি তেখেতে কৈছে—

"এই সময়ত বহিৰ্জগতৰ নতুন পোহৰ সুঁতিত বিমুগ্ধ হৈ ছেৰা সুঁতিৰ থলাৱমা আৰু সৌন্দৰ্য্যপুঞ্জলৈ পাহৰি পেলাব নোৱাৰি ঐতিহ্যভ্ৰষ্টৰ ভয়ত

পুৰণি সোঁতটোতে কোচামুঠীয়াকৈ খামোচ মাৰি ধৰি থাকিলেও, গতি-শীল জগতত দুৰ্গতি হোৱা ধ্ৰুৱনিশ্চয়। চাক্ষুষ প্ৰকৃতিৰ লগত সম্বন্ধ ৰাখি সময়ৰ সোঁতত চলা যে সুবিজ্ঞতাৰ পৰিচায়ক, দীকৃছৌ বাটৰ অজীৰ্ণ কল্পনাৰে নগ্ন আদৰ্শ পূজা কৰাও তেনে ভয়ঙ্কৰ অবিজ্ঞতাৰ চিন। জাতীয় সাহিত্যৰ সিংহদুৱাৰত মাতৃভাষাৰ বিজয়-বৈজয়ন্তী উৰুৱাবলৈ হলে এনেবোৰ দোধোৰমূৰীয়া ব্যৱধানত সাঁকো পাৰিব লাগিব শিলৰ, শিলীমূৰী জোৰা দি নহয়। সেই সাঁকোকে পাৰিব পাৰে জাতীয়তাৰ দায়িত্ববোধ থকা নিৰ্ভীক আৰু নিষ্কলঙ্ক চৰিত্ৰৰ একনিষ্ঠ সাহিত্যসেৱীয়েহে। শ্ৰোতা বক্তাৰ যি সম্বন্ধ সাহিত্যসেৱী আৰু অনুৰাগীৰো সেই সম্বন্ধ। সেই গুণে, কাল আৰু ব্যৱধানৰ সমতা ৰক্ষা নকৰা-কৰাত সাহিত্যসেৱী আৰু অনুৰাগী উভয়েই সমানে পাপ পুণ্যৰ ভাগী। জীৱন্ত আৰু বল-ৱন্ত সাহিত্যই সমতা ৰক্ষা কৰাৰ প্ৰধান কৱচ।”

হিন্দীৰ প্ৰতি 'অতিভক্তিৰ' বিষয়ে নিজা মত ব্যক্ত কৰিছে—

ইংৰাজীয়ে মোক ছুলে মোক ছুলে বুলি হিন্দী পৰিভাষাৰ শব্দবোৰ যেনেকৈ তাৰিপৰা “শতহস্তেন বাজিনঃ” বুলি ১০০ হাত আঁতৰত ৰৈছেগৈ আমাৰ দেশৰো কিছুমান অসমীয়া প্ৰেমিকে তেনেকৈ ''তুহু বিনে গতি নাই নাই” বুলি হিন্দী ভক্তিৰসত আপ্লুত হৈছে। অইনে শব্দাৱলীৰহে ইফাল-সিফাল কৰিব খোজে, এইসকলে কিন্তু, ক'ৰবাত ভক্তি ব্যভিচাৰ হয় বুলি একেবাৰে অসমীয়া আখৰতে ধৰিছে।...... এনে অতিভক্তিয়ে কেতিয়াবা আমাৰ অসমীয়া ভাষাটোক খালত পেলাবগৈ দেই!' কলোঁ এআ। এই বিধ অতিভক্তিক ফোঁট দি থৱৰ হ'ল।”

যিজন সাহিত্যপতিয়ে কয়—“সহায় থৰতকীয়া” নহয়, এলাহ নোহোৱা মানুহক বা গৰুকহে অসমীয়া মানুহে “থৰতকীয়া” বোলে। ব্যক্তি পৰিচিতি কেনেকৈ ব্যাকৰণ সিদ্ধ বুজা টান। শুদ্ধ অসমীয়া কোৱাজনে, 'ভাল চাহ ইয়াত পোৱা যায়' বুলি নকয়; কয়—'ইয়াত ভাল চাহ পায়' বুলিহে, সেইজনক ভাষাৰ ক্ষেত্ৰত বিজতৰীয়া বা বিদেশী শব্দৰ ছাঁতো ভৰি দিব নেখোজা নিকপকপীয়া স্বভাষা-প্ৰেমিক বুলি ধাৰণা হোৱা একো আচৰিত নহয়। পাছে, আচলতে সেই কথা নহয়। তেখেতেই অভিভাষণৰ এঠাইত লিখিছে—“বিদেশী হলেও, সৰ্ব্বসাধাৰণে নিতৌ ব্যৱহাৰ কৰা শব্দ একোটা পৰিভাষাৰ নিয়াৰিত দি হাঁতুৰি লগাবক

আৱশ্যক নাই। যেনেকৈ আছে তেনেকৈ যথা শিৱ তথা থিয়কৈ থোৱাই ভাল। তাকে উদাহৰণ দি তেখেতে বিস্তাৰি কৈছে:—

"চাবোন শব্দটো হুবহু ফৰাচী, সি ফৰাচী নে ইংৰাজী আজি কোনো অসমীয়াই কব নোৱাৰে, অথচ অসমীয়াৰ জিভাত লাগি পানী যেন হৈ গৈছে। 'সহানুভূতি', 'অনুপ্ৰেৰণা', এইবোৰ শব্দ সংস্কৃত বুলিয়েই বহুতৰ ধাৰণা। কিন্তু সেইবোৰ ইংৰাজীৰ পৰা এনেভাৱে ভাষান্তৰ কৰা হ'ল যে শব্দকিটাক আজি কোনেও ইংৰাজীৰ অনুবাদ বুলি কব নোৱাৰে। পষ্টকাৰ্ড'ৰ সুন্দৰ অসমীয়া "ডাক-পথিলী"— কিন্তু জানে কেইজনে? সেইদেখি পোষ্ট-কাৰ্ডেই চলি গৈছে। 'চিটি' বাছ, 'ফটোগ্ৰাফ' 'বেল'; অইন কি 'কংগ্ৰেছ' শব্দটোও ভাৰতীয় জাতত লীন গ'ল। তথাপি ইংৰাজীয়ে ছুলে ভাৰতীয় ভাষাৰ পবিত্ৰতা নষ্ট হয় বুলি এনে কিছুমান কিম্ভূত কিমাকাৰ শব্দৰ সৃষ্টি কৰা হৈছে যে সেইবোৰে অসমীয়া ভাষাটো (বিশেষকৈ) স্বৰ্গলৈ নিওঁ বুলি অচিৰেই তামোল গছৰ আগত তুলি দিবগৈ যেন হে দেখিছো। চাওকচোন বাৰু চাহপানী— এই সামান্য কথাষাৰকে কিমান লটিঘটি। ভাৰতত চাহ বা চায় বুলিলে নুবুজা মানুহ নাই বুলিলেই হয়, তাকে বুজাবলৈ যদি Tea water বা চু Tea শব্দটোৰ দুগ্ধশৰ্কৰা মিশ্ৰিত ধূমান্বিত কাথ" বুলি বুজোৱা হয়, তেন্তে তাৰ অৰ্থ বুজিবলৈ আকৌ কাশী মহাবিদ্যালয়ৰ কাষ চাপিবগৈ লাগিব। এনেকুৱা হিন্দি পৰিভাষা হোৱা নাই বুলিয়েই বিশ্বাস। তেও বুলি আদালত 'পেস্কাৰ', 'দেৱানী', 'ফৌজদাৰী', 'তালুকদাৰ, হাৱালদাৰ' এইবোৰ ফাৰ্চী শব্দ ব্যৱহাৰ কৰি থাকিলে অসমীয়া ভাষাৰ সম্পদ বাঢ়িবহে। 'উপায়ুক্ত'ৰ সলনি "ডেপুটি কমিছনাৰ" 'সমাহৰ্ত্তা'ৰ ঠাইত 'চব-ডেপুটি কলেক্টৰ', ন্যায়ধীশ বা ন্যায়ধিপতিৰ পৰিবৰ্ত্তে জজ আদি শাসন সম্পৰ্কীয় প্ৰচলিত ইংৰাজী শব্দবোৰ ৰাখিলে মাৰ্ঘাত নহয়।"

অভিভাষণখনত যে কেৱল ভাষাৰ শুদ্ধাশুদ্ধিৰ বিষয়টোকে উৰাই ঘুৰাই বিনাই আছে তেনে নহয়। এই বিষয়ৰ কথাই বাৰে বাৰে ভুমুকি মাৰিছে যে সেইবাৰ সঁচা। কিন্তু, তাৰ বাহিৰেও কিছুমান লাগতিয়াল সূচনাই অভিভাষণখন সাকৰা কৰিছে। সেই সূচনাবিলাক

আজিৰ দিনটো মূল্যহীন হোৱা নাই। শব্দবাক্যৰ বিস্তৃত অভিধান, ঠাই নৈ আদিৰ বুৰঞ্জীমূলক সম্ভেদ দিয়া কোষ গ্ৰন্থ, পৰিভাষাৰ শব্দ চয়নৰ নীতি, ঢেঁকিয়াল ফুকন আৰু হেমচন্দ্ৰ বৰুৱাৰ স্মৃতিৰক্ষা, অসমীয়া পাঠ্যপুথিত ভাষাৰ বেমেজালি, আলহীখোৱা কিছুমান অভ্যাগতৰ অপুৰুষাত অপপ্ৰচাৰৰূপ কেঁচুৰ মুখত লোণ-পানী দিয়া প্ৰভৃতি দিহা পৰামৰ্শ, আজি ২৫ বছৰৰ মূৰতো প্ৰণিধানযোগ্য হৈ আছে।

বেণুধৰ শৰ্মাৰ সভাপতিত্বত বহা পঞ্চবিংশ অধিবেশনকে ৰূপালী জয়ন্তী-ৰূপে মহাসমাৰোহেৰে পতা হৈছিল। অসম সাহিত্য সভাৰ ভাষণাৱলীৰ দ্বিতীয় ভাগত সাহিত্যসভাৰ চমু ইতিবৃত্ত লিখোঁতে প্ৰাক্তন সম্পাদক আৰু সভাপতি যতীন্দ্ৰ নাথ গোস্বামীয়ে "এই অধিবেশনৰ লগেলগে অসম সাহিত্য সভাৰ জীৱন বুৰঞ্জীৰ এটি দীঘল হৰ্ষ-বিষাদৰ অধ্যায় অন্ত পৰিল" বুলি যথাৰ্থ কথাই লিখিছে। লগতে এই কথাও কব পাৰি সাহিত্য সভাই এই অধিবেশনৰ পাছৰ পৰা এটা প্ৰাণ চঞ্চল জীৱনাধ্যায় আৰম্ভ কৰিলে।

১৯৫৬ চনৰ ডিচেম্বৰ মাহত সাহিত্য সভা সমাৰোহেৰে হৈ গল। সেই বছৰটোত সাহিত্য সভাৰ সম্পাদক নিৰ্বাচিত হৈছিল শ্ৰীপৰাগধৰ চলিহা। গোটেই বছৰটোতে সাহিত্য সভাৰ কাৰ্য্য আৰু উদ্যম মলাগিবলগীয়া। চলন্ত মূৰ্ত্তি বেণুশৰ্মাৰ অৱদান এই বিষয়ত সৰ্বপ্ৰধান আছিল। গোটেই বছৰতো আৰু তাৰ পাছৰ বছৰৰো এছোৱা তেখেত ঘৰত প্ৰায়ে নাছিল বুলিলেই হয়। ৩৬৫ দিনত ৬৫টা দিন ঘৰত বহি আছিল, কি নাছিল। যোৰহাট, মঙ্গলদৈ, কামৰূপৰ উপৰিও বিশেষকৈ ধুবুৰী অঞ্চলত সাহিত্য সভাৰ কাৰ্য্যত তেখেতে গুৰুত্ব দিছিল। এই লিখক ১০-১১ চনত সাহিত্য সভাৰ সভাপতি থাকোঁতে ধুবুৰী আৰু গোৱালপাৰা মহকুমাৰ কিছুমান ঠাইত প্ৰচাৰ ভ্ৰমণ কৰিছিল। সেই সময়ত প্ৰায়বোৰ ঠাইতে এষাৰ কথা শুনিবলৈ পাইছিল যোলে সেই যি বেণুশৰ্মা সভাপতি থাকোঁতে গোৱালপাৰা জিলাত সেইবোৰ ঠাইলৈ সাহিত্য সভাৰ সভাপতিয়ে দৃষ্টি দিছিল, তাৰ পাছত আৰু তেনে উত্তেমেৰে গোৱালপাৰাত কোনেও ভ্ৰমণ কৰা নাই। বেণু শৰ্মাৰ জীৱনত ১৯১৮ চনতেই শিৱসাগৰ আৰু গোৱালপাৰাৰ সাহিত্য-হৃদয় দুজন লোকৰ সুসঙ্গম ঘটিছিল। তেখেতে নিজেই ৰবিন্সন ক্ৰুছ'ৰ পাতনিত

লিখিছে—"এই পুথিখনৰ গ্ৰন্থকাৰ দুগৰাকীৰ প্ৰথমজন ৰংপুৰৰ (শিৱসাগৰ) দ্বিতীয়জন গোৱালপাৰাৰ। ইং ১৯১৮ চনত দুয়ো কলিকতাৰ ৩১এ আমহাৰ্ষ্ট ষ্ট্ৰীটত থকা বঙ্গবাসী কলেজৰ মেছত একেলগে একে কোঠাতে বাস কৰিছিল। তেতিয়াই অসমীয়া ভাষা গোৱালপৰীয়াই নকয় আৰু লেখিব নোৱাৰে বুলি কিছুমান প্ৰবঙ্গুৱা বঙালী ভদ্ৰলোকে হাটে বাটে, কাকতে পত্ৰই, সভাই সমিতিয়ে গোৱালপাৰাত বঙালী চলোৱাৰ সপক্ষে ভালেমান বাদানুবাদ কৰি ফুৰিছিল। শিৱসাগৰ গোৱালপাৰাৰ ভাষা যে একেটা আৰু সেই একেটা ভাষাই যে অসমৰ দুয়োটা মূৰ অবিচ্ছিন্ন-ভাবে লগলগাই থৈছে, তাকে পদে প্ৰমাণে দেখুওৱাৰ নিমিত্তেই ডেনিয়েল ডিফ'ৰ ইংৰাজী ৰবিন্সন ক্ৰুচ'ৰ এইখন অসমীয়া ভাঙনি।" ১৯১৮ চনতে কলিকতীয়া ছাত্ৰজীৱনত যিজনে ইংৰাজী গ্ৰন্থৰ অনুবাদৰ যোগেদি গোৱাল-পাৰাৰ লগত লগ্ন-গ্ৰন্থিতাৰ প্ৰয়োজন অনুভৱ কৰিছিল, আৰু সেই লগতে তেতিয়াই গোৱালপাৰাৰ অসমীয়া ভাষা উন্নতি সাধিনী সভাক উদ্গনি দি সেই জিলাত অসমীয়া ভাষা সাহিত্যৰ চৰ্চ্চা বিয়পাইছিল (জয়ন্তীত ওলোৱা ১০ম, ৫নং আমহাৰ্ষ্ট ষ্ট্ৰীট) সেইজন বেণুধৰ শৰ্মাই ধুবুৰী অধিৱেশনত সাহিত্য সভাৰ সভাপতি হোৱাযাৰ এটা দৈৱ যোগা-যোগৰ কথা যেনহে লাগে।

এই ৫৬ চনতে শৰ্মাই পো-মাৰাত হোৱা বড়ো সাহিত্য সন্মেলনত যোগ দিয়ে, ৫৭ চনত ছটমটিয়াত বহা ৰাভা ছাত্ৰ সন্মিলনৰ সভাপতি হয় আৰু ৫৮ চনত গুৱালপাৰা গাৰোপাহাৰ ৰাভা ছাত্ৰ সন্মিলনৰ দ্বিতীয় বাৰ্ষিক অধিবেশনৰ সভাপতি হৈছিল। এই বিলাক অনুষ্ঠানত ভাগ লোৱা আৰু জনজাতীয় ছাত্ৰসকলক উদ্গনি দিয়া তেখেতৰ এটি প্ৰিয়কাৰ্য্য আছিল। তেখেতৰ কাষলৈ জনজাতীয় উৎসাহী ডেকাসকল প্ৰায়ে অহা যোৱা কৰিছিল আৰু প্ৰচুৰ প্ৰেৰণা লৈ উভতি গৈছিল। তেখেতৰ উক্ত সন্মিলনত দিয়া ভাষণবোৰত জনজাতীয় ভাষা আৰু কৃষ্টিৰ প্ৰতি গভীৰ আত্মীয়তাবোধ আৰু তাক ৰক্ষা কৰা যে কিমান জাতীয় পুষ্টিৰ সাধক কাম তাক বুজাবলৈ যত্ন কৰিছিল। অসমৰ পৰ্ব্বত ভৈয়ামৰ এক সূত্ৰতাৰ পুষ্টি সাধন কৰাৰ উদগ্ৰ হেঁপাহ শৰ্মাৰ চৰিত্ৰৰ এটি উজ্জ্বল দিশ। সেই অৰ্থেই জনজাতীয় সাহিত্য প্ৰিয় ছাত্ৰবিলাকৰ এটা গোষ্ঠী শৰ্মাৰ অনুগত আৰু তেখেতৰ প্ৰতি প্ৰশংসা-মুখৰ আছিল। সেই বিলাকৰ অনুনয়তে পাছলৈ তেওঁবিলাকৰ সভা-সমিতি

বোৰলৈকো প্ৰায়ে সাদৰ আহ্বান আহিছিল। শ্ৰীমণি ৰাভাই ভেৱেস্তৰ অভিনন্দন গ্ৰন্থত "দেউতাৰ ব্যক্তিত্বৰ এটা ৰূপ" নামৰ প্ৰবন্ধত ভেৱেস্তৰ লাখুটিৰ মহিমা কীৰ্ত্তন কৰি কৈছে—"এদিনাখন আমি দুয়ো (মণি ৰাভা আৰু সমৰপসিং ৰাভা) অনুৰোধ কৰি ফটো তুকপি ললো। ফটো উঠাৰ প'জ ধুনীয়াকৈ দিব জানে। ফটো দুখন খুব ভাল হৈছিল। দুয়োখনতে তেওঁৰ কেঁকোৰা লাখুটি আছিল। লাখুটি ডাল এৰি এখন ফটো উঠিবলৈ কৈছিলো। তেওঁ সন্মত হোৱা নাছিল। লাখুটি ডাল দেখোঁতে সিমান চকুত লগা নহয়। তথাপি ইমান মৰম, তাৰ কাৰণ সোধাত কৈছিল—"ইয়াত বহুতো মৰম সোমাই আছে। এবাৰ নগা ছাত্ৰসকলৰ সন্মিলনলৈ যাওঁতে কিজোৰ ভায়েকে উপহাৰ দিছিল। এই ডালেৰে মই পৰ্ব্বত ভৈয়ামৰ যোগসূত্ৰ বান্ধিবলৈ চেষ্টা কৰিছো। ই মোৰ পাথেয় সম্বল। ই কলৈ যোৱা নাই? অসমৰ গাঁৱে ভূঞে নগৰে চহৰে যলৈকে গৈছো তালৈকে গৈছে।" (অভিঃ গ্ৰঃ পৃঃ ৭৬)

ভেৱেস্তৰ ভ্ৰমণবোৰৰ এটা তাৎপৰ্য্য আছে। তাতে সাহিত্য সভাৰ এজন সভাপতিৰূপে যেতিয়া পৰ্ব্বতে ভৈয়ামে ভ্ৰমি ফুৰিছিল সম্প্ৰীতি আৰু বুজাবুজিৰ বতাহ এছাটিও বলাবলৈ সমৰ্থ হৈছিল। আন এজন বেণুভক্ত জনজাতীয় সাহিত্যিক সমৰসিং ৰাভাই লিখিছে "শৰ্মাৰ সকলো সম্প্ৰদায়ৰ মানুহৰ প্ৰতি সমান বিশ্বাস আৰু ভাল পোৱা আছে। কি হিন্দু, কি মুছলমান, গাৰো, কছাৰী, ৰাভা আদি সকলোলৈকে অগাধ বিশ্বাস আৰু এইসকল লোকৰ ছাত্ৰসভা, ধৰ্মসভা, জাতীয় সভা আদিত যোগদান কৰি তেওঁলোকৰ অন্তৰত সোমাই পৰিছে। শৰ্মাই পৰাপক্ষত কোনো জাতীয় অনুষ্ঠানত যোগ নিদিয়াকৈ নাথাকে। তেওঁ প্ৰায়েই কয়— নিজে এইসকল সম্প্ৰদায়ৰ অন্তৰত সোমাই নপৰিলে কাৰোবাৰ অন্তৰ জয় কৰা বৰ টান। মিছা ভেম মিছা আপত্তি শৰ্মাই, কাৰোবাৰ নিয়ন্ত্ৰণ ৰক্ষা নকৰাটো আওপাকেদি কোনো মানুহক তেওঁৰ ওচৰৰ পৰা দূৰলৈ ঠেলি পঠিয়াব খোজাৰ বাহিৰে একো নহয়।" এই কথা সঁচা, সভা সমিতিলৈ যোৱা নামত শৰ্মাৰ ভেম বুলিবলৈ যি নাছিলেই, বয়সৰ গুণে বিচাৰিবলৈ হক থকা ভ্ৰমণৰ সুখ, স্বাচ্ছন্দ্যৰ প্ৰতিও আওকণীয়া আৰু অনাসক্ত আছিল। যিবোৰ ঠাইলৈ আন বহুতে মটৰ গাড়ীৰ সুকীয়া ব্যৱস্থা নহলে যাব নোখোজে, সেইবোৰলৈকো বাছ বা ৰেলগাড়ীত বাগৰি যাবলৈ কাহানিও দ্বিধা বোধ নকৰিছিল। সেই

যেখি তেখেতক সকলো প্ৰকাৰ সভায় সমিতিত নহলেই নোহোৱা হৈছিল। সাহিত্য সভাৰ সভাপতি হোৱাৰ আগে পিছে কেইবছৰমানৰ ভ্ৰমণ তালিকাৰে তেখেতৰ ডায়েৰী কিমান ভৰি আছে। ঘৰত পুতেক জীয়েকহঁতে সেইভাবক তেনেকৈ ঘূৰি ফুৰা বৰ ভাল নাপাইছিল। "নিজকে সস্তীয়া কৰা উচিত নহয়" এনে এটা ভাবেও যে ক্ৰিয়া নকৰিছিল তেনে বুলিও কব নোৱাৰি। কিন্তু শৰ্মাই সেই বোৰলৈ কেৰেপকে নকৰিছিল। নকৰিছিল যদিও মান-যহৰ কিঞ্চিতেকো হানি হৈছিল জানো ? কোনোবাই কব পাৰেনে ? নোৱাৰে হবলা।

আমাৰৈ নাপাহৰিবা। অসমৰ পৰ্ব্বত ভৈয়াম বামবটীয়া পানীবটীয়া চহৰ নগৰবোৰ ভ্ৰমি থাকোঁতে, তৰহে তৰহে তেকা বুঢ়াৰ লগত হলিগলি কৰোঁতে, বিভিন্ন চৰিত্ৰৰ মানুহৰ মোল বুজোঁতে বেণুশৰ্মাক যেন চাৰিং-থনে বিঙিয়াই থাকে—আমাৰৈ নাপাহৰিবা। চাৰিঙৰ পৰা আঁতৰি থাকি চাৰিং এৰি অহা আক একালত হৰিল-গৰিল কৰা বিধ বিধ চৰিত্ৰৰ মানুহ বিলাকৰ কথাবোৰ ছাট ছাট কৈ মনত পৰে। 'ৰোমান্সৰ' এটা লক্ষণ হৈছে স্থান আৰু কালৰ দূৰত্ব-প্ৰসূত আবেগ। কালিদাসৰ ভাষাত দূৰ বন্ধুৰ্গতত্ত ( 'দূৰবন্ধুৰ্গতোহহং' )। ইংৰাজীত তাকে বোলে Remoteness। এই দূৰবন্ধুগতত্তাই বেণুশৰ্মাৰ মনত দূৰৰ সৃষ্টি নকৰি আঁতৰত থকা প্ৰিয়স্থান আৰু প্ৰিয়জনৰ প্ৰতি একপ্ৰকাৰ ৰোমান্স বা চমৎকৃতিৰ আধান কৰিছিল। সেই চমৎকৃতিয়ে প্ৰাণ আকুল কৰিলে। তাকে ৰূপ দিবলৈ তেখেতৰ মনত হেন্দোল উঠিল। সাহিত্যিক ৰূপ দিবলৈ ইতিহাস, আত্মজীৱনী, চুটি গল্প বা কাব্য, কিবা এটা ৰূপত লিখিব পাৰিলেহেঁতেন। কাৰণ এই এটাইবোৰ সাহিত্য বিভাগতে হস্তাৱলেপ দি অল্প-বিস্তৰ কৃতিত্ব তেখেতে দেখুৱাব পাৰিছিল। কিন্তু সেইবোৰ একো নিলিখিলে, লিখিবলৈ হাতত ললে 'কংগ্ৰেছৰ কাঁচিয়লি ৰদত'—অসমীয়া সাহিত্যৰ 'এটি অদ্ভুত বালক'। তেখেতৰ নিজৰ স্বীকাৰোক্তি মতেই ই উপন্যাস নহয়, কাব্য নহয়, ইতিহাস নহয়, এইবোৰ একোকে নহয়, নহয় যদি কি ? সেই দেখি কৈছোঁ—ই বসুদেৱৰ কোলাত যমুনা পাৰ হোৱা বালকটিৰ নিচিনা এটি অদ্ভুত বালক। অসমীয়া সাহিত্যত অকল বেণু শৰ্মাইহে লিখিব পৰা এক নৰসিংহ অৱতাৰ, মানুহো নহয় সিংহও নহয়, ইটোও নহয় সিটোও নহয়। এই একো নোহোৱা, অথচ কিবা এটা হোৱা, সাহিত্য ৰূপটো বেণুশৰ্মাই ভাবি-

চিন্তি দিওঁ বুলি দিয়া ৰূপ নহয়। লেখকৰ উচ্ছ্বাসত আপুনি উজাৰ খোৱা এটি অনুপম ৰূপ, কোনো বিভাগত নপৰে, কোনো শাৰীতে ঠাই পুৰাব-লৈকো লক্ষণ-ৰহিত। বেণুশৰ্মাই লিখি গৈছিল, ৰূপটো লৈছিল স্বৰঙে। প্ৰথমে দুই এটা প্ৰবন্ধৰূপে অধুনালুপ্ত বাতৰি কাকত আৰু মাহেকীয়া কাকতত ওলাইছিল। তত্তালিকে পঢ়োঁতাই ধইন ধইন বোলা শুনিবলৈ পোৱাত শৰ্মাৰ গা উঠিল। কলমতো সৰস্বতীয়ে লাগ দিলে।

পুৰণি কালতে মোহনীয় সাঁচ বহুৱাই যোৱা এটা যুগান্তৰ আন্দোলনত ভাগ লোৱা গাঁৱৰ সজ্জন দুৰ্জন জনসাধাৰণৰ সুৰদী স্মৃতিয়ে মন-দাপোনত যেনেকৈ ছাঁ ওপঙাইছিল তেনেকৈ লিপিবদ্ধ কৰি গৈছিল। কালৰ আনুক্ৰম্য তাত নিতান্ত গৌণ, চন তাৰিখৰ সঠিকতাকো সিমান গণিতালৈ অনা নাই। তাঙৰ সক বুলি ঘটনাৰ বাছ বিচাৰলৈ চকু দিয়া নাই, সক ঘটনাও তাঙৰ যেন হৈ প্ৰতিভাত হৈছে। মূঠতে যথাশ্ৰুতং নহয়, যথা স্মৃতং তথা লিখিতম্ নীতিকে বেণুশৰ্মাই অৱলম্বন কৰি "কংগ্ৰেছৰ কাঁচিয়লি ৰ'দ"ত গ্ৰন্থ লিখিবলৈ আৰম্ভ কৰে। লিখি অঁতাই শৰ্মাই নিজেই কথাষাৰ টং কৰিলে, যে ই দেখোন একোৰে একো নহৈও কিবা এটা নোহোৱা নোপজা বস্তু হ'ল। তাকে পাতনিত লিখিছে—

পুথি এখন লিখিলেই সি কাব্য, কবিতা, নাট, উপন্যাস, সাধু, বুৰঞ্জী ৰচনা, এই বিলাকৰ কিবা এটা নহয় কিবা এটা শ্ৰেণীত পৰিবই লাগিব। নহলে সি হেনো সাহিত্যিকৰ কমাৰ শালৰ "( লিটাৰেৰীৱৰ্কচপ্" ) চাৰি চাপৰ ভিতৰত নপৰে সঁচা কথা কাচিয়লি ৰদতখন সেইবিলাক নিৰ্ব্বন্ধৰ এটাৰ ভিতৰতো নপৰে। "কিয়নো ই কাব্য নহয়। উই হাফলুটোকে পৰ্ব্বত কৰি শুৱলা বৰ্ণনা দিবলৈ, কবিতা নহয় স্বৰ্গৰাজ্যৰ চুপহি সাজিবলৈ, নাইবা মৰ্ত্ত্যভূমিৰ মৰুৰাজাল উভিবলৈ, নাট নহয়—খোকি বাখৌ চৰিত্ৰ আকিবলৈ, উপন্যাস নহয় জীৱনৰ বিচিত্ৰতা দেখুৱাবলৈ; চুটি গল্প নহয় কৌশল কিটিপ লগাই থোৰতে ঘটনাৰ বা কল্পনাৰ সব তুলিবলৈ, সাধু নহয়—পানীৰ ঔটেঙা সাজি চালুকীয়াৰ মন ভুৰিবলৈ, বুৰঞ্জী নহয়—সময়ৰ ক্ৰম হুবহু লিপিবদ্ধ কৰিবলৈ, জীৱনৰ দৰ্শন নহয়—আঁকোৰ গজালি-ভাৱে ধৰি থকা মতবাদৰ পৰিচয় দিবলৈ; এনেকি ৰচনাও নহয়—আঁত লগাই বিষয়টো বহলাই ফুলাই তুলিবলৈ। কোনেও নজনা নুশুনা ধনাই মনাই একোজনৰ অন্তৰত আগন্তুক পৰিবৰ্ত্তনে কেনেকৈ খুন্দিয়া খুন্দি কৰিছিল

আৰু সেই খুলিয়াখুন্দিয়ে মোৰ হৃদয় ৰাজ্যত কেনেকৈ চৌপাশে থকা পৰিৱেশৰ পোহৰপট এখনি চাৰ মাৰি থৈ গ'ল। তাৰে এটি জান-নেজান চিন মাত্ৰ।" (পাতনি)

লেখকে যদিও জান-নেজান চিত্ৰ বুলিছে তথাপি ই জান নেজান হৈও এখন মহাভাৰত। এটি বা দুটি ধনাই মনাইৰ চিত্ৰৰ পৰাই ভাৰতপ্লাৱী ভাৱচিত্ৰ এটা বিৰিঙি উঠে, এচক ভাতৰ এটা পিটিকি চালেই গোটেই চক ভাতৰ অৱস্থা অনুমান কৰিব পৰাৰ নিচিনাকৈ। সেই কাৰণে একো নহৈও এই গ্ৰন্থ কিবা এটা হবলৈ সমৰ্থ হৈছে। একাডেমী পুৰস্কাৰৰ বিবেচনাৰ সময়ত সহৃদয়-হৃদয় পাঠক শিৰোমণি পণ্ডিত জৱাহৰলাল নেহৰুৱে কৈছিল—"Through the lense of a little village in Assam, the author has tried to reflect the mass mind for and against the non-cooperation movement with a literary flush". বেণুশৰ্মাৰ হৃদয় পটত জিলিকি উঠা এই জনমন সমুদ্ৰৰ থৌকিবাথৌ তেখেতৰ লিখাত পুনঃ প্ৰতিবিম্বিত হৈছে। প্ৰতিবিম্বনৰ সৌন্দৰ্য্যই গ্ৰন্থখন মহান কৰিছে। সময়ৰ অনুক্ৰমৰ অৱক্ষা, কাৰ্য্যকৰণ নিৰ্ণীত গ্ৰন্থসাজনৰ অভাৱেও ইয়াৰ মোহনীয়তা মোলান পেলাব পৰা নাই। শুনা যায় একাডেমী পুৰস্কাৰ পাবৰ বেলিকা ঐতিহাসিক পানীক্ৰৱে কঁাচিয়লি ৰ'দক কংগ্ৰেছৰ পাতনি কালৰ বুৰঞ্জী নহয় বুলি এই পুৰস্কাৰ দিয়া উচিত নহব বুলি অভিমত দিছিল। জৱাহৰলাল নেহৰুৰ ওপৰত উদ্ধৃত মন্তব্যটিয়ে পূৰ্ব বিচাৰৰ মোট সলালে। সাহিত্যিক ৰাজনীতিজ্ঞ পুৰুষ কে. এ. মুন্সীয়েও হেনো কৈছিল—ই যে ইতিহাস নহয়, উপন্যাস নহয়, একো নহয় তেনে-হলে কিবা এটা স্বতন্ত্ৰ সৌন্দৰ্য্য ইয়াৰ আছে এতেকে পুৰস্কাৰৰ লায়েক। অৱশেষত বিচাৰ পৰিবিচাৰৰ পাছত ১৯৫৭-৫৯ তিনি বছৰৰ অসমীয়া সাহিত্যৰ শ্ৰেষ্ঠ গ্ৰন্থৰূপে ১৯৬০ চনৰ একাডেমী পুৰস্কাৰেৰে, বেণুধৰ শৰ্মাৰো শ্ৰেষ্ঠ গ্ৰন্থ "কংগ্ৰেছৰ কঁাচিয়লি ৰ'দত অলঙ্কৃত আৰু গৌৰবান্বিত হ'ল। ১৯৬০ চনৰ একাডেমী পুৰস্কাৰ ঘোষণা কৰাৰ পিছত ১৯৬১ চনৰ ২৬ মাৰ্চত দিল্লীত জৱহৰলাল নেহৰুৰ শ্ৰীহস্তৰ পৰা শৰ্মাই তাক আনুষ্ঠানিকভাৱে গ্ৰহণ কৰিছিল।

কোনোবাই যদি সোধে কঁাচিয়লি ৰ'দত গ্ৰন্থত এটাইতকৈ মহৎ গুণ কি? তাৰ উত্তৰ যদি এটা শব্দত দিব লাগে তেনেহলে কব লাগিব—

গণপ্ৰাণতা। এই এটা সুৰাসেই গোটেই 'গ্ৰন্থখন তেজি আছে, তাৰ কাৰণেই কাঁচিয়লি ৰ'দত ইমান মোহনীয় আৰু ভোগ-যোগ্য হৈছে। ভাষাৰ সৌন্দৰ্য্য, শৈলীৰ অনন্নুকৰণীয়তা, চুটি গল্প বা উপন্যাস সদৃশ চিত্ত-গ্ৰাহিতা আদি গুণবোৰৰ কথাও অৱশ্যে পাছতে কব লাগিব। বেণুশৰ্মাৰ বাকীবোৰ গ্ৰন্থতো গণ-প্ৰাণতা গুণটোৱে বাৰেপতি ভুমুকিয়াইছে কিন্তু কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত গ্ৰন্থত এই গুণটো সাৰভূত। আগৰে পৰা গুৰিলৈকে অসমীয়া মানুহবোৰৰ প্ৰতি এক সম্পৃক্ত হৃদ্যতাৰ মাধুৰ্য্যই গ্ৰন্থখনৰ শ্ৰেষ্ঠত্ব আধান কৰিছে। অসমীয়া ৰাইজক প্ৰাণ ভৰি ভাল পোৱাৰ নিদৰ্শন ইমান গাঁজত লাগি যোৱা ভাষাত আন কোনোৱে প্ৰকাশ কৰিছে নে নাই কবলৈ দহবাৰ ভাবিব লাগিব। বিনা দ্বিধাই কব লাগিব কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত বেণুশৰ্মাৰ শ্ৰেষ্ঠদান, আধুনিক অসমীয়া সাহিত্যৰ আন দহখন শ্ৰেষ্ঠ গ্ৰন্থৰ এখন।

গুণে দোষে মানুহ। কাঁচিয়লি ৰ'দত গ্ৰন্থত ভুমুকি মৰা আৰু কন্তেকলৈ আমাৰ লগত-থকা মকৰা পেস্কাৰ, ভকত বাহাদুৰ, হৰবোলা বগাধৰ, কাপ্তান সোমবৰ আৰু বহুতো লোক দোষে গুণেই মানুহ। সেইবিলাকৰ গুণবোৰ যেনেকৈ শৰ্মাৰ চিত্ৰণত সমুজ্জল মনোহৰ হৈ উঠিছে দোষবোৰেও তেওঁবিলাকলৈ দ্বেষ ভাব নানি সহানুভূতি আৰু কৌতুকহে সৃষ্টি কৰিছে। পেস্কাৰৰ আঁকোৰা জিদ, মৰীয়া বাহাদুৰৰ বাতিফুৰা প্ৰবৃত্তিও শৰ্মাৰ হাতৰ বুলন পাই উপভোগ্য হৈ পৰিছে। জনগণৰ প্ৰতি এটা অকৃত্ৰিম চেনেহে হৃদয়ত পক নধৰিলে এনেকৈ "অমেধ্যাদপি কাঞ্চন" আহৰণ কৰিব পৰা ক্ষমতা মানুহে আৰ্জন কৰিব নোৱাৰে। ইয়াকে আমি গণ-প্ৰাণতা বুলি আখ্যা দিছোঁ।

গণ-প্ৰেমত উৎফুল্ল হৈ থকাৰ নিমিত্তেই বেণুশৰ্মাই জনগণৰ ভাষা আৰু কথা ভঙ্গীকো আপোন কৰি পেলাইছিল। সেই কাৰণে দকৰা শব্দ, জতুৱা খণ্ড বাক্য, বিশেষ যুটীয়া শব্দ, অসমীয়া সাধু কথা, সেইবোৰ তেখেতৰ মনৰ ওপৰ স্তৰত 'মই পোনতে ওলাওঁ ওলাওঁকৈ' সষ্টম হৈ থাকে। এইবিলাক কথা তেগেতেও শুনিছে আনেও শুনে, কিন্তু আগ্ৰহৰ আকৰ্ষণত তেখেতৰ মনত সেইবোৰ বাণীবদ্ধ হৈ থকাদি থাকে। গাভৰু এজনীয়ে চোতালৰ মূৰলৈকে জোৰাই কাঢ়নীৰে তাঁত বাটিৰ সূতা অনিয়াইছে। সোমবৰক তাই আগৰে পৰা চিনি পায়। তাক জয়ধ্বনি দি যোৱা দেখি ছোৱালীজনীয়ে

পেংটালি কৰি শুখিলে হেৰ চিমলাই (সোমবৰৰ এটা উপলুঙা নাম) তই যে টেটু কালি চিঞৰি ফুৰিছ খৰাজমো কাহানিকৈ পাবি? খৰাজকলীয়া সোমবৰে টপৰাই তাইক মুখি থলে "আইটো অ, তোকে যেনিবা এভিয়া নিও বুলিলো, নিও বুলিলেই নিব পাৰিম জানো? তয়ে বা যাবি? আজি লংটো কাইলৈ ডালচেনীবৰণ, পৰহিলৈ জাকিত চোলা এটা, চৌথাদিনলৈ গান্ধ তেল একণ দিলেহে তোৰ মনটো ঘূৰিব হবলা? তাৰ পাছত হে তই যোৱা নোযোৱা কথা। সোমবৰৰ কথাত জোকৰ মুখত চূণ পৰিল। ধিভিঙা চেলেপু সোমবৰটো ইমান বুদ্ধিৰ সাগৰ কেনেকৈ হ'ল, ভাবি অবাক।"

সাত্তবিছৰ সৈয়াকণী মকৰা পেস্কাৰৰ কথাৰ ভাও আক সজাসৰকা প্ৰকৃতিৰ তং মকৰাৰ কথাৰেই শৰ্মাই তেনেকৈয়ে দিছে। ভোলা চেক্রেটাৰীৰ পথাৰৰ ধান দাই দিয়া বাবে মেলত ৰাইজে এশ টকা দণ্ড কৰিছিল। পোনতে পেস্কাৰে মেলত থাকি বোলে উচিত নমতাকৈ নাথাকিলে—ৰাইজৰ বিচাৰত বোলে তেওঁৰ গা বেঙাই গল, কোনখিনিত নো বেঙালে তাকে পেস্কাৰে কৈছে "তাৰ ধাননিয়ে পেস্কাৰৰ ধাননিয়ে লগালগি, গতিকে ভুল চুকেও মুঠি আহিব পাৰে। সি যে (অৰ্থাৎ পুতেকে) আনো বুলি আনিছে, বন্দীয়ে বিশ্বাস নকৰে। সঁচা কথাত দণ্ড কৰে দেখিবলৈ ভাল। অনাহকত কোনেনো কেঁচা ধন থন ভৰে? কাকতীৰ পথাৰেৰে লেটপেট আছিল দেখিহে এনে অপযশটোকে শুনিবলৈ পোৱা হল। দণ্ড কৰিছে কৰক বাক? তাৰ পিছে ১০০ টকা বৰ চাৰ হৈছে। আমি হলে দহ টকাতে থবলৈ কওঁ। ৰাইজৰ শাওত গৰুগুৰো পথা ছিগে বুলি সিমানকে কোৱা হৈছে। তাকে চাই ৰাইজে যি কৰে। .... এই কুবুধিয়া ভলন্টিয়াৰ ফিটাই আক' সিদিনা আহি বন্দীৰ ঘৰতে খেচ খেচ কৰি ধৰিছেহি বোলে ৰাইজে দণ্ড কৰা ৰূপশ-দিবই লাগে। বন্দীয়ে বোলোঁ হেৰ কটাইত, ৰূপ শ বুলিলে ৰূপ শ পায় নে? এশ হে নালাগে দহ টকাকে পাব নে নাপাব? এই বুলি কলত সিহঁতে বন্দীক বহুত নকৰলগীয়া কথা কলে। তেনেতে বন্দীয়ে হবলা খঙৰ ভমকত কৈ পেলালে যা যা তহঁতৰ কুকুৰ ধুলি ৰাইজ থনে মোৰ কি কাণ কাটে কাটিব—মকৰা শইকীয়াই তালৈ ভয় নকৰে।

এই মকৰা শইকীয়াৰে—কাঁচিয়লি লেখকক অলপ পাছতে ৰূপ তিনি টকা আক তামোল পাণ এটা আগবঢ়ালে। মকৰাই চহী দিব নোখোজে

পাছত যেনিয়া চহী দিবলৈ ৰাজী হলেই আক ঢুকুৰি তিলক ভড়ালৈ আৰু সিকি এটা দি কংগ্ৰেছতো সোমাবলৈ মান্তি হল। পাছে কথা কৰবাত, পেষ্কাৰে কবলৈ ধৰিলে "দেখিছেই সৌ জনী বন্দীৰেই ঘৰৰ মানুহ আজি ছমাহ হল কৰ্কালৰ বিষত উঠিব পৰা নাই। পথাৰৰ পকা ধান পথাৰতে মৰহিছে। জানেই নহয় মহ গুৱালবোৰ কেনে উৎপতীয়া। সিহঁতে নিশা নিশাটো বন্দীৰে ধানভৰাতে ম'হ মেলি দিয়ে। ম'হে খাই খচকি গোটেইখন তছিলং কৰে। ৰাতিপুৱা কুৰলীৰ আঁৰতে গুৱাল পলাই ভকাই চুক পায়গৈ। বন্দীয়ে খেদি খেদি দা-টাকোন টো-বাটি কাঢ়ি নৈ থৈছোঁ। তাহাতৰ মেল চপাই বন্দীয়ে পাব লগা ৰূপ চাৰিকুৰিৰে গুৰুজনে এইফেৰাকে উপকাৰ কৰক। ৰূপ কেটকা পালেই তাৰে ঢুকুৰি তিলক ভড়ালৈ যাব আক সিকি এটা দি কংগ্ৰেছতো সোমোৱা হব।"

অনুপ্ৰকাৰে চিংকৌ খছৰা মেধিৰ কথা কৈছে "পূৰ্বে মাকে কৈ যোৱা কথামতেই খছৰাই তৰোৱালখনকে সোণৰ মেকুৰী পূজা কৰা দি কৰি থাকে। তাকে তেওঁ উলিয়াই সুমুৱাই কেতিয়াবা এনে কৰিম তেনে কৰিম বুলি চুতীয়াৰ পূৰ্ব্ব গৌৰৱ সুঁৱৰি খটা মাটিতে ঘপিয়াই ফুৰে। ঘৰৰ মানুহ আটাইৰে তেওঁলৈ ভয়। খছৰাই স্বভাৱতে কদ্ৰ মূৰ্তি ধৰি থাকে আক অৰাইচ, ৰা উভং মাত এৰাৰ নমতাকৈ কথা এষাৰো নহয়। সেই দেখি তেওঁক সকলোৰে উপলুঙা নাম দিছিল অসুৰ।"

সেই অসুৰ চিংকৌ খছৰাই তেওঁৰ বাঁহ ধাৰিটোৰ মাজেদি ৰাইজে বাট এটা উলিয়াব খোজোঁতে শৰ্মাক গোজগোজাই উত্তৰ দিছিল "তোক বাবুলাই পালে। মোৰ বাঁহ কেডাল হোৱা দেখি তাৰ চকুত টোপনি নাই নহয়? কেনেকৈ হোৱা বাঁহৰ ধাৰিটো ভাঙে' তাৰ তাৰেহে চিন্তা। পৰহি ৰাতিও আহি কুমলীয়া বাঁহৰ আগকেইটাকে দোঁৱাই থৈ গৈছেহি। অলপ খৰ খৰাৰৰ শুনি চুঃ বুলি মাত মাতি চাওঁ দেখোন বাবুলাটো সুৰ সুৰ কৰে লৰ মাৰিছে। বাট লাগে বাবুলাক মোৰ বাঁহনি ভৰা ক্ষয়ক্ষৰ কৰিবলৈ। তাকে কৰিবলৈ সি কাহানিৰে পৰা চান্দি আছে। চল পোৱা নাই দেখিহে। এতিয়া চাইছে কংগ্ৰেছৰ নামতে ভেজা নৈ বাঁহ ধাৰি ভাঙো।" মই আলিবাট চালিবাট নিদোঁ।"

"এই খছৰা মেধিয়ে ফোৰোহনিতে সাত শতকৰো বুকু কপাই দিছিল। আহাৰমহীয়া মেঘৰ গুম গুমনিৰ লগৰে তেওঁৰ খঙৰ মাজৰ গুমৰণি।

দৈবাৎ মেখে যেনিবা খিটিং কৰিলে, ওচৰতে শুনাতে তেওঁৰ আখেজীয়া মানুহ এজনো যেনিবা বহি থাকিল তেন্তে চিংকৌ বুঢ়া আপই সেই পৈতৃক সাহোন তৰোৱাল খন আনি তিনিবাৰ মান ঘূৰাই পকাই আখেজীয়াজনে শুনাকৈ কব "খিটিং কৰাটো মেঘ নহয় যেনিবা অমুকা (সি) হে তেতিয়া কি হলহেতেন ? খেদা মাৰি মূৰটো নিছিন্ডিলোহেতেন নে ?"

এইখিনি উক্তি কেৱল পিটিকি চোৱাৰ দৰে চাখলৈহে তুলি দিয়া হল। কথাবোৰ উক্তি চিহ্নৰ মাজত আছে। বেণু শৰ্মাই যেন বাণীবন্ধন যন্ত্রত বাণীবদ্ধ কৈ থোৱা কথাৰ পৰাহে গ্রন্থত সুমুৱাই দিছে। চৰিত্র অনুক্রমে মাতযাৰে পতি যেন চাৰিওৰ সেই জীৱন্ত মানুহটোৰেহে কথা কেযাৰ কৈ আছে। প্রায় ৩৫ বছৰৰ পাছত এই কথাবোৰ লিখা হৈছিল। ছবহু মনত থাকিল কেনেকৈ ? পাছত সাজি লিখিছিল বুলি ভাবিবলৈকো তাৰ জীৱন্ত বাস্তৱতা আৰু অবিকল ঠাঁচটো বহুবছৰৰ আগৰ স্মৃতিৰ পৰা সব তুলি লিখা সম্ভৱ নহয়। প্রকৃত কথা হৈছে এই কথাৰ ধৰণবোৰ, চৰিত্রবোৰ শৰ্মাৰ ইমান প্রিয় আৰু আমোদ দায়ক আছিল যে তেখেতে তাক পাহৰিব নোৱাৰিছিল। হৃদয় পটত বাণীবদ্ধ যেন হৈ আছিল। পাছত চাবি টিপিলতে ওলাই পৰিছিল। এইবিলাক মানুহে, তেওঁবিলাকৰ কথা বতৰা, আও ভাও, পিন্ধন উৰণ মকলোৱেই তেওঁৰ মনোৰাজ্যত আনন্দ বিহাৰ কৰিছিল। তাৰ বহণ পৰি কংগ্রেছৰ কাঁচিয়লি বদত উপন্যাসতকৈও পৰিভোগ্য হৈছে। ইতিহাসতকৈও সঁচা সঁচা যেন লগা হৈছে। 'কাঁচিয়লি বদত' এটা শিতান আছে—বোকাৰ পৰা সোণ বুটলিবা। সঁচাই শৰ্মাই বোকাৰ পৰা সোণ বুটলিব পাৰিছিল আৰু তাক বিলাবও জানিছিল। বিলাইছিল এটা মৃদু হাস্যৰসৰ ছিটিকনি দি। কন্তবাহী হাস্যৰস এটি 'কাঁচিয়লি বদত' গ্রন্থৰ স্মৰগা।

এই ছোৱা কালৰ আন এখন প্রকাশিত গ্রন্থ হল দূৰবীণ। অতীতক-দূৰবীক্ষণ কৰি ওচৰলৈ অনা যেন কৰা কেইটামান প্রবন্ধৰ সমষ্টি। দূৰবীণত থকা প্রবন্ধবিলাক বিভিন্ন সময়ত লিখিছিল। সাময়িক পত্রত সিঁচৰিত হৈ আছিল। সেইবিলাক বুৰঞ্জী মূলক প্রবন্ধ আছিল। সাময়িক পত্রত ওলোৱাৰ লগে লগে পাঠকে আশ্চর্যচকিত দৃষ্টিৰে তাক সাদৰি লৈছিল। আৱাহনত ওলোৱাৰ পাছত কলিকতা বিশ্ববিদ্যালয়ৰ মেট্রিকুলেছন পাঠ্য পুথি প্রবেশিকা কথা চানেকীত বঙাল বৈৰী লাচিত বৰফুকন প্রবন্ধৰ একাংশ

সন্নিবিষ্ট হৈছিল। শৰ্মাৰ এই ধৰণৰ প্ৰবন্ধবোৰৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰাত প্ৰবেশিকা কথা চানেকীয়ে এক বিশেষ অৰিহণা যোগাইছিল। এই কথা শৰ্মাই এই লেখকক নিজেই কৈছিল। পাছত পুস্তক অজিত শৰ্মাৰ সূচনামতে সেইখিনিৰ কিছুমান বাচকবনীয়া প্ৰবন্ধ একলগ কৰি বুৰঞ্জী নাম দি এই নাতি বৃহৎ ( ১২৮ পৃষ্ঠাৰ ডিমাই ) গ্ৰন্থ ১৯৫১ চনৰ অক্টোবৰ মাহত প্ৰকাশ কৰে। প্ৰকাশ হৈ ওলোৱাৰ অলপ দিন পাছতে গুৱাহাটী বিশ্ববিদ্যালয়ে পুথিখন বি. এ. মহলাৰ পাঠ্যপুথিৰূপে মঞ্জুৰ কৰে। পাঠ্যৰূপে নিৰ্দ্ধাৰিত হোৱাৰ ফলত ডেকা সমাজত অসমৰ পূৰ্ব্ব গৌৰৱ আৰু অসমীয়া জাতিৰ আত্মবৰ্দ্ধন আৰু আৰু আত্মৰক্ষাৰ দৃঢ়তাব্যঞ্জক চৰিত্ৰৰ আওভাও বুজিবলৈ সমৰ্থ হৈছিল। লেখকৰো উদ্দেশ্য সফল হৈছিল। বেণু শৰ্মাৰ অসমৰ বুৰঞ্জী সাহিত্যৰ প্ৰতি অগাধ ভক্তি আছিল। এই কথাৰ পুনৰুল্লেখ কৰাৰ প্ৰয়োজন নাই। তেখেতৰ মতে "অসমৰ বুৰঞ্জী অসমীয়া জাতিৰ নিমিত্তে কল্পতৰু বৃক্ষ। বিচাৰিব জানিলে মাগন্তাজনে ইয়াতে সাহিত্যৰ সৰ্ব্বস্ব, ৰাজনীতিৰ বীজ মন্ত্ৰ, সমাজ উন্নয়নৰ পন্থা, জাতি গঠনৰ প্ৰকৃত উপায় আদি সকলোপাব। অসম বুৰঞ্জীৰ ঘটনাৱলী যদিও ভাৰতৰ তুলনাত সংকীৰ্ণ পৰিধিৰ মাজতেই সংঘটিত, তথাপি ইয়াৰ প্ৰণয়ন-পদ্ধতি ভাৰতৰ অন্যান্য প্ৰদেশৰ ইতিহাসতকৈ অনেক গুণে প্ৰশস্ত। আমাৰ বুৰঞ্জীসমূহত ৰাজভগনৰ পৰা কলধোৱা বাতুলীয়ে খোৱালৈকে যেনেকৈ সকলো ঘটনা আৰু তথ্যৰ সম্ভেদ পোৱা যায় অন্যান্য প্ৰদেশৰ ইতিহাসত তেনেকৈ পোৱাটো অতি বিৰল।" বুৰঞ্জীৰ প্ৰতি থকা অগাধ ভক্তিয়েই তাত ভাগ লোৱা যিসকল সিংহ পুৰুষে একোটা যুগসন্ধিৰ সৃষ্টি কৰি ভৱিষ্যৎ বংশধৰলৈ গা উধোৱা আদৰ্শ থৈ গল সেইসকল জনদিয়েকৰ কৰ্ম-কীৰ্ত্তি আৰু তেখেতৰ মতে "ঐতিহাসিক ঘাত প্ৰতিঘাত আৰু ভাগ্য কেকুৰি জুটামান জুৰবীণেৰে চোৱা দি চোৱাই নিবন্ধৰ মূল"।

বুৰঞ্জীমূলক প্ৰবন্ধাৱলী গ্ৰন্থকাৰে ৰাইজলৈ আগবঢ়োৱাৰ ঘাই উদ্দেশ্য আছিল যে আত্মচৈতন্যৰ উদয় হওক।" প্ৰবন্ধ কেইটাৰ ভাব, ভাষা আৰু বিষয় এই তিনিওবো এনে সমাগম হৈছে যে উঠি অহা ডেকা লৰাৰ প্ৰাণত তেজৰ সঞ্চাৰ কৰিবলৈ তাৰ এটা প্ৰবন্ধই যথেষ্ট। প্ৰবন্ধবোৰত দুটা উপস্থাপনৰ ধাৰা পৰিলক্ষিত হয়। তাৰ এটা প্ৰকট হৈছে বডাল বৈৰী লাচিত বৰফুকনত, আনটো ধাৰাই আত্ম প্ৰকাশ কৰিছে "দেশদ্ৰোহী কোন ?

বদন সে পূৰ্ণানন্দ” নামৰ নিৱন্ধত। বুৰঞ্জীৰ সব তুলি তাক যথাযথভাৱে সমন্বয়ৰ মোৰত সুমুৱাই স্বলেখনীৰ শক্তিৰে বলাধান কৰাৰ ই এক শৈলী। বঙাল বৈৰীত পোৱা যায় সেই অনমুকৰণীয় বৰ্ণন, ওজস্বিতাৰ বিকাশ। ‘দেশদ্ৰোহী কোন’ প্ৰবন্ধত বৰ্ণনাৰ ওজঃ গুণতকৈও আগ ভুৰি মৰা বিচাৰ পদ্ধতিৰ সুতীক্ষ্ণ সমাবেশ। বেণু শৰ্মাৰ বুৰঞ্জীৰ কথাত সম্পূৰ্ণ হয়ভৰ দিয়া স্বভাৱটো এই প্ৰবন্ধত সংকোচপ্ৰাপ্ত হৈছে, তাৰ ঠাই লৈছে বিচাৰৰ তুলাচনীয়ে। বুৰঞ্জীয়ে কৈছে “সেই বেলা মহামন্ত্ৰী বুঢ়াগোহাঞি ডাঙৰীয়া পক্ষীয়ে যেনেকৈ শিশু চটকক পখাৰে আবৰি ৰাখে, সেই ৰূপে ডাঙৰীয়াই ৰক্ষা কৰিছিল।” শৰ্মাই প্ৰশ্ন কৰিছে “ৰক্ষা কৰা হৈছিল কেনেকৈ ? ঢাল, বাৰুদ, হিলৈ, তৰোৱাল, তোপ, বৰটোপেৰে সুসজ্জিত, শিক্ষিত সৈন্যৰে বাহৰ জোং চুণ ছাই ঘঁহা কাঠৰ দা-লোৰা, অশিক্ষিত অমাৰ্জিত প্ৰজাতন্ত্ৰ সমৰ্থনকাৰী এদল প্ৰজাৰ বিৰুদ্ধে বিৰাট অভিযান চলাই ?” এইদৰে বুৰঞ্জীৰ সকলো কথাকে হয়ভৰ নিদি তাক যুক্তিৰে চালি জাৰি চোৱাৰ নীতি এটা শৰ্মাই এই প্ৰবন্ধত প্ৰয়োগ কৰিছে। কৰিছে যদিও, লগতে এই কথা কব লাগিব যে স্থানে স্থানে তেখেতৰ বিচাৰনীতি গৈ উকীলৰ স্বপক্ষ সমৰ্থনৰ নীতিৰ কাষ পায়। দেশদ্ৰোহী কোন প্ৰবন্ধত উকীল নীতি অলপ বেছিকৈ প্ৰকট হৈছে।

ইয়াৰ বাহিৰেও তুটিমান প্ৰবন্ধ যেনে বৰবৰুৱা মোমাই তামুলী, অসমত ফিৰিঙ্গি আদিৰ ৰীতি পোনপটীয়া আৰু পুৰণি বুৰঞ্জী আৰু চিঠিৰ পৰা সংগ্ৰহ কৰা তথ্য। তাত বিচাৰ পদ্ধতি প্ৰয়োগ কৰা নাই, জানিবলগীয়া কথাক বিস্তাৰ কৰি যোৱাই ইয়াৰ ঘাইনীতি। পাছে বেণুধৰীয়া ভাষাই সেইবোৰ সুখ পাঠ্য কৰি থৈছে। ডুৰবীণ এখন ঐতিহাসিক প্ৰবন্ধৰ আহিঁ পুথি বুলি কব পাৰি। অসমত ঐতিহাসিক প্ৰবন্ধ লেখক হেমচন্দ্ৰ গোস্বামী, হিতেশ্বৰ বৰুৱা, সৰ্ব্বানন্দ ৰাজকুমাৰ, ভুবন সন্দিকৈ আদিৰ নাম উল্লেখ যোগ্য। প্ৰত্যেকৰে স্বকীয় বৈশিষ্ট্য আৰু গুণ আছে কিন্তু ভাৱ, ভাষা আৰু তথ্যৰ সমিলমিল ৰক্ষা কৰি ৰচনাৰ ওজঃ স্বৰূপতাৰ সৃষ্টি কৰাত বেণুশৰ্মা অদ্বিতীয়।

‘Rebellion in 1857’ খনৰ কথা আগত কৈ অহা হৈছে। ১৯৬৩ চনৰ নৱেম্বৰ মাহত ‘ডুণৰি’ প্ৰকাশিত হয়। ডুণৰিও এখন প্ৰবন্ধ সংগ্ৰহ। সৰহখিনি প্ৰবন্ধ আকাশ বাণীত প্ৰচাৰ কৰা কথিকা আছিল, বাকী কেইটা

আন পত্ৰিকাত ওলাইছিল। তাবে এটা 'গুৱালপাৰাৰ বুৰঞ্জী চৰাত' নামৰ প্ৰবন্ধটো ওলাইছিল অসম সাহিত্য সভাৰ গুৱালপাৰাত বহা (১৯৬১) অধিৱেশনৰ স্মৃতি গ্ৰন্থত। "আম কৰ খাব, ভেবেসে অসমৰ সুজান গড় মাৰিবলৈ যাব" প্ৰবন্ধটো ওলাইছিল পুলিচ বিভাগৰ স্মৃতি-বাৰ্ষিকী গ্ৰন্থত। বিবিধতা থাকিলেও দুণৰি ঘাইকৈ সাহিত্য বিলোচক প্ৰবন্ধৰহে সংগ্ৰহ। সাহিত্যৰ বেলেগ বেলেগ বিষয় একোটাক অৱলম্বন কৰি এই প্ৰবন্ধ কেইটা লিখা হৈছে। জোনাকীযুগ, বাঁহীযুগ, বেজবৰুৱাৰ চুটি গল্প, অসমীয়া নাটকৰ বিকাশ, বৰগীত, অসমীয়া হাতে লিখা পুথি, অসমীয়া পটন্তৰ, সাহিত্য সভাৰ কথা—এই কেইটা সাহিত্য বিষয়ক প্ৰবন্ধ দুণৰিত আছে। শৰ্মাৰ আন প্ৰবন্ধবোৰৰ দৰেই এই কেইটাও নজনা তথ্যৰ ভঁৰাল বুলি কব পাৰি। এইবোৰত এনে বহুত তথ্য আছে যিবোৰ বেণু শৰ্মাৰ টোকোৰা বাহৰ কুটা ৰূপে আছিল, সিও বহু যত্নে সংগৃহীত। ইয়াৰ বহুত কথা একেলগে আন ক'তো পোৱাৰ উপায় নাই। এশবছৰৰ আগৰ অসমীয়া সমাজ আৰু তাঁত শালৰ ঐতিহ্য এই দুটা প্ৰবন্ধই বেণুশৰ্মাৰ পূৰণি তথ্য জ্ঞানৰ ভঁৰাল যে মেটমৰা সেই কথাৰ শাৰীয়ে শাৰীয়ে চিনাকি দিয়ে। সাহিত্য বিলোচক প্ৰবন্ধ কেইটাত সমালোচনাৰ সুক্ষ্মদৰ্শিতা সিমান প্ৰকট নহলেও তথ্যৰ ঝালৰ পৰা ঠাহখোৱা। তাৰ উপস্থাপনৰ এটা স্বকীয়া নিভোল-ভোল সৌন্দৰ্য্য আছে। শৰ্মাৰ লিখাৰ যি স্বকীয়া মহিমা আছে, সেই মহিমা দুণৰিৰ প্ৰবন্ধ কেইটাতো আগে গুৰিয়ে বিয়পি আছে।

অৰ্ঘ্যাৱলী—অৰ্ঘ্যাৱলী প্ৰথম প্ৰকাশিত হৈছিল ১৯৬৪ চনত আৰু তাৰ পাছত তৃতীয় তাঙৰণ ওলাইছিল ১৯৭০ চনত। অলপ সময়ৰ ভিতৰতে তিনিটা তাঙৰণ প্ৰকাশিত হোৱালৈ চাই গ্ৰন্থখন যে জনপ্ৰিয় হৈ উঠিছিল তাক অনুমান কৰিব পাৰি। ৬ বছৰৰ ভিতৰত তিনিটা তাঙৰণ পাঠ্যপুথি ভিন্ন আন অসমীয়া কিতাপৰ ভাগ্যত সততকাই নঘটে।

অৰ্ঘ্যাৱলী এখন খণ্ডিয়া জীৱনীৰ সংগ্ৰহ। ইয়াত বাইছজন প্ৰসিদ্ধ অসমীয়া পুৰুষৰ জীৱনী আলেখ্য বা খণ্ডিয়া জীৱনী সন্নিবিষ্ট আছে। জীৱনী বোলোঁতে কালানুক্ৰমী চৰিত গ্ৰন্থ নহয়। ব্যক্তি একোজনৰ একোটি অধ্যায় ইয়াত থকা খণ্ডিয়া জীৱনীৰ উদ্দেশ্য। চন তাৰিখৰ আগ পাছ ধৰি কাৰ্য্যাৱলীৰ তালিকা ইয়াত নাই, আছে কেৱল মানুহজন। তেওঁৰ

চৰিত্ৰ আৰু ব্যক্তিত্বৰ এচেৰেঙা পোহৰপাত। জীৱনৰ খুঁটি নাটিসহ সবিস্তাৰে জন্ম কৰ্মৰ কথা নবহুলিয়াই একোটা ক্ষুদ্ৰ ঘটনাৰ পোহৰত মানুহজনক জলমলাই তুলিব পৰাৰ কৌশল অৰ্ঘ্যাৱলীত আছে। জীৱন চৰ্চা বেণুশৰ্মাৰ সাহিত্যৰ এটা বিশেষ ধাৰা। ১৯২২ চনৰ পৰাই এনেকুৱা ভুককাত ভৰোৱা জীৱনচৰ্চা প্ৰবন্ধ ৰূপে মাহেকীয়া কাকতত ওলাই আছিল। পৃথুৰৰ কাকতী (বাঁহী ১২ শ বঃ), ৰঙিলী (বাঁহী ১৫ শ বঃ) হলিৰাম ফুকন (মিলন ৫ম বঃ), গঙ্গা গোবিন্দ ফুকন (মিলন ৫ ম বঃ) যাদুৰাম ডেকা বৰুৱাৰ জীৱনী (আবাহন ৩ য় বঃ) আদিয়েই শৰ্মাৰ আগছোৱা কালৰ জীৱনী প্ৰবন্ধ। পাছত লিখা আৰু আগতে ওলোৱা জীৱন লেখা-বিলাক গোটাই অৰ্ঘ্যাৱলী যুগুত কৰে, মাজে মাজে লেখা তেনে প্ৰবন্ধ দুই এটা এই সংগ্ৰহৰ পৰা বাদো পৰিছে।

জীৱনী লেখাৰ এই আৰ্হিতো শৰ্মাই কৰ পৰা লৈছিল ঠাৱৰ কৰিব নোৱাৰি। ইংৰাজ জীৱনীকাৰ লিটন ষ্ট্ৰেচীৰ 'Portrait in Miniature' নামৰ গ্ৰন্থত বিশিষ্ট লোক কেইজনমানৰ সংক্ষিপ্ত জীৱন চৰিত আছে। পাছে ষ্ট্ৰেচীৰ জীৱনী-লিখন ধাৰা সুকীয়া। ষ্ট্ৰেচীয়ে জীৱনী সাহিত্যৰ এটা নতুন আৰ্হি আনি দিছিল। তেওঁৰ আৰ্হিত জীৱনীকাৰজনে জীৱন বিষয়ীজনৰ বিভিন্ন ঘটনাৱলী অধ্যয়নৰ প্ৰতিক্ৰিয়া ৰূপ নিজা ছবি এখন আঁকে। এইৰূপে জীৱনীকাৰৰ মনত প্ৰতিভাত হোৱা দোষে গুণে বিষয়ী-জনক চৰিত প্ৰবন্ধত আমি পাওঁ। এনে জীৱনীৰ হ্ৰস্বতা আৰু চমৎকাৰিতা ইয়াৰ এক প্ৰধান বিশেষত্ব। বেণুশৰ্মাৰ জীৱনী-লিখন এই প্ৰকাৰৰ নহয়। শৰ্মাই জীৱনী বিষয়ীৰ ঘটনাবিলাক জুকিয়াই লৈ আৰু লোক মুখে শুনা কথা বিলাকো একত্ৰ কৰি তাৰ পৰা যিজন মানুহ আপুনা-আপুনি ওলায় তাকেহে আঁকে। সেই ঘটনাবিলাক বা পৰম্পৰে শুনা কথাৰ পৰা উদ্ভৱ হোৱা স্বীয় মনৰ প্ৰতিক্ৰিয়াৰ তাত স্থান নাই। মুঠ কথাত ষ্ট্ৰেচীৰ জীৱনী সাহিত্য মনো ধৰ্মী, অসমীয়া জীৱনীকাৰ বেণু শৰ্মাৰ জীৱনী-সাহিত্য বস্তু ধৰ্মী। তথাপি অৰ্ঘ্যাৱলীত থকা জীৱন কেইটাৰ উপস্থাপন প্ৰণালীতো এটা বৈশিষ্ট্য চকুত পৰে। এটাই কেউটা প্ৰবন্ধতে মানুহজনৰ প্ৰতি শৰ্মাৰ শ্ৰদ্ধা আৰু প্ৰশস্তি মুখৰতা দেখিবলৈ পাওঁ। শৰ্মাৰ লেখনীত দোষেৰে মানুহজন লুকাই থাকে, গুণেৰে মানুহজন বেণুধৰীয়া ভাষাত তিৰবিৰাই ওলায়। জীৱনী প্ৰবন্ধ লেখাৰ অনুপ্ৰেৰণা পাইছিল বেণু শৰ্মাই তেখেতৰ

সাহিত্য গুৰু হেম চন্দ্ৰ গোস্বামীৰ পৰা্ই।

বেণু শৰ্মাৰ প্ৰণালীৰ আন এটা বিশেষত্ব হৈছে অন্নৰে বহুবিস্তাৰ চ একোটা টুকুৰীয়া ঘটনাৰ বিৱৰণৰপৰাই মানুহজনৰ চৰিত্ৰৰ একোটা দিশ উজ্বলকৈ প্ৰকাশ পায়। গ্ৰন্থকাৰে একো নকলেও পাঠকে তাৰ পৰাই একোজন পুৰুষৰ চৰিত্ৰৰ দিশ এটাৰ ডং ধৰিব পাৰে। মাজে মাজে গ্ৰন্থকাৰে বৰ্ণনাত্মক একোছোৱা জুৰি দিলেও ঘটনাৰ বিৱৰণৰ সহায়তাৰেই বেণুশৰ্মাই চৰিত্ৰৰ বিস্তাৰ কৰি লয়। অৰ্ঘ্যাৱলী নামে কথাই অৰ্ঘ্যৰ আৱলী। দেবাৰ্চ্চনত অৰ্ঘ্য দিব লাগে, দশোপাচাৰৰ দ্বিতীয় উপচাৰ। অৰ্ঘ্য মানে স্থূল কথাত যদিও হাত ধোৱা পানীক বুজায়, তথাপি সন্মানীজনকহে অৰ্ঘ্য দি অভ্যৰ্থনা কৰা হয় এই বাবে অৰ্ঘ্য মানে শ্ৰদ্ধা ভক্তিৰ অঞ্জলী বুলিয়ে শৰ্মাই 'অৰ্ঘ্যাৱলী' এই নাম চয়ন কৰিছে। শৰ্মাই পাতনিত লিখিছে "আমাৰ জন দিয়েক অৰ্চ্চনীয় পুৰুষলৈ কাহানিবাই শ্ৰদ্ধা ভক্তিৰ অঞ্জলী আগবঢ়াইছিলো। অত তত সিচঁৰি কৰি পেলাই গোৱাতকৈ সেইবোৰ একেলগে থোৱাই ভাল বুলি অৰ্ঘ্যাৱলী নাম দি ছপাই পেলোৱা হ'ল।" এই স্বীকাৰোক্তিৰ পৰাই বুজা যায় যে জীৱন বৃত্তান্ত লিখিবলৈ যাওতে শ্ৰদ্ধা ভক্তিয়েই তেখেতৰ প্ৰেৰণাৰ গুৰি আছিল। অসমীয়া সমাজৰ শিখৰীভূত লোক কেইজনমানৰ পাত থকা অসমীয়া সুলভ সাৰভূত গুণাৱলীৰ স্বৰূপ দাঙি ধৰি উঠি অহা বিলাকৰ প্ৰতি আদৰ্শ উপস্থাপন কৰাৰ হৈপাহেও সাহিত্যিক জনক উদগাইছিল। জীৱনী সাহিত্যৰ বৰ-ভেটি বন্ধাৰ কোনো প্ৰকল্প লৈ শৰ্মাই কাপ কাঠী তুলি লোৱা নাছিল যদিও অসমীয়া সাহিত্য এই ছেগতে এটি বিশিষ্টধৰ্মী জীৱনী এথাৰাৰ গৰাকী হ'ল। কালত কলিয়া পৰি হেৰাই যাওঁ যাওঁ হোৱা সিংহ-পুৰুষ কেইজনমানক নতুন পুৰুষে চিনি যি পালেই, নিজৰ মিজক গাটোও বলশালী হোৱা যেন অনুভৱ কৰিলে।

অৰ্ঘ্যাৱলী প্ৰকাশৰ লগে লগেই শৰ্মাই সত্তৰ বছৰত ভৰি দিলে। জীৱনৰ এটি সমৃদ্ধপূৰ্ণ অধ্যায়বো সামৰণি পৰিল। ১৯৫০ৰপৰা ১৯৬০চন এই ছোৱা কালতে জীৱনত স্বকৰ্মৰ গুণত পাবলগীয়া মানযশ আৰু সম্পদ আহৰণ কৰাৰ সৌভাগ্যই লাগ দিলে। বুৰঞ্জী চৰ্চ্চাৰ মান্যতা আৰু কৃতজ্ঞতাৰ চিন স্বৰূপে পালে বুৰঞ্জী শাখাৰ সভাপতিৰ পদ। আকৈশোৰ সাহিত্য সেৱাক মাননি স্বৰাইথন অসম সাহিত্য সভাৰ সভাপতিত্বৰ বেদিত বহি লাভ

কৰিলে। সর্বোপৰি কংগ্রেছৰ কাঁচিয়লি ব'দত গ্ৰন্থৰ শ্ৰেষ্ঠতা স্বীকৃতিৰূপ সাহিত্য একাডেমী পুৰস্কাৰ প্ৰাপ্তি গুৱাহাটীত থকা এই পোন্ধৰ বছৰ কালতে ঘটিছিল। অভিনন্দন পত্ৰ আৰু সম্বৰ্ধনা সভাৰ লেখ জোখেই নাই, সেইবোৰ যেন শৰতৰ শেৱালী পৰাদি তেখেতৰ গাত আপুনি আহি সৰি পৰিছিল। পাছে তেনে যশস্যা ঐশ্বৰ্য্যই তেখেতক সত্তৰ বছৰ বয়সতো সন্তোষ আৰু জিৰণিৰ একান্তবাসত আবদ্ধ কৰিব নোৱাৰিছিল। শাৰীৰিক শ্ৰম, ভ্ৰমণ আৰু সাহিত্য কৰ্ম কোনোটোৰে পৰা বিভঙ্গে পলোৱাৰ কথা তেখেতে সপোনতো ভাবিব নোৱাৰিছিল। মাজে মাজে স্বাস্থ্য প্ৰতিকূল হৈছিল, কিন্তু তেজ আৰু সামৰ্থ্য হৰণ কৰিবলৈ সমৰ্থ নহৈছিল।

গুৱাহাটীত শৰ্মাৰ নিজৰ বুলিবৰ মাটি-ঘৰ-দুৱাৰ নাছিল। যি ভূসম্পত্তি আৰু ঘৰ-দুৱাৰ আছিল চাৰিঙতেহে আছিল। গুৱাহাটীৰ জুই-ছাই দামলৈ চাই মাটি কিনি লোৱাৰ কথালৈ মন কাণ নিদিছিল। আৰু সেইবোৰ বৈষয়িক কামত মনপুতি লাগিবলৈ তেখেতৰ আহৰিও নাছিল। গুৱাহাটী-বাসী হোৱা দিন ধৰি পুতেক অজিত শৰ্মাৰ লগত হেপি-ভিলা, চেনীকুঠী, বিহাবাৰী আদি বিভিন্ন ঠাইত ভেৰোণীয়া ঘৰে ঘৰে বাগৰি ফুৰিছিল। পঞ্চাছ দশকৰ আগছোৱাতে অসম চৰকাৰে গুৱাহাটীৰ চৰকাৰী পতিত মাটি, মাটিহীনক পত্তন দিয়াৰ নীতি এটা কাৰ্যকৰী কৰিবলৈ হাতত লয়। বিহাবাৰী এলেকাৰ মাটি এটুকুৰা শৰ্মাৰ নামত পত্তন দিয়া হৈছিল। মাটি নামত, কামত মাছমৰা বিল, মেটেকা ভৰা সৰোবৰ। মণ্ডলে মাটি চমজাই দিবলৈ আহি পানীত নানামি দূৰৈৰ পৰা চপৰা এটা দলি মাৰি দি দলিটো যত পৰিলগৈ সেয়ে বেণু শৰ্মাৰ মাটি বুলি নিজৰ মণ্ডলী দায়িত্ব সমাপন কৰিছিল। হলেও সেই পানী মাটিৰ ওপৰতহে আছিল, গতিকে অলপ অলপকৈ পুৰালত এদিন বাম হল। তাতে পুতেক অজিত শৰ্মাই ঘৰ এটা আৰম্ভ কৰিলে। দুটা পাঁচ বছৰীয়া পৰিকল্পনাৰ ফলত এটা বৃহৎ অট্টালিকা হোৱাদি হলগৈ। মজিয়াৰ পৰা মেজলৈ অহাৰ ভাগ্য-যোগ ১৯৬১ চনত ঘটিল। এতিয়া বিহাবাৰীৰ সুৱাগপুৰৰ এই ঘৰ সকলোৰে জনাজাত। ঘৰটোৰ উত্তৰ অংশত কিছুদিন থাকি সেই অংশ ভাৰালৈ দি শৰ্মা পৰিয়াল দক্ষিণ ফালৰ ভাগটোলৈ আহিল। তাতে তলৰ মহলাৰ পুব দাঁতিত থকা দীঘল চানেকীয়া কোঠা এটাত বেণু শৰ্মাই ৰাজ্য পাতি তাক সাহিত্য

চৰ্চাৰ গুহালৈ ৰূপান্তৰিত কৰিলে। আজিও সেই কোঠালীটো সযতনে সজাই থোৱা আছে।

সেই কোঠালীটোত অচিৰে দেশৰ সাহিত্যানুৰাগী, উঠি অহা সাহিত্যোৎ-সাহী, লব্ধপ্ৰতিষ্ঠ বয়োবৃদ্ধ, বন্ধু বান্ধৱ আৰু আত্মীয় স্বজনৰ সততে সমাগম হৈছিল। ইয়াতে বহি অন্যতম সুবিখ্যাত গ্ৰন্থ ''দক্ষিণ পাট সত্ৰ' লিখিছিল আৰু প্ৰকাশ কৰিছিল। হেমচন্দ্ৰ গোস্বামীৰ ৰচনাৱলী আৰু জীৱনীখনো ইয়াতে বহি বহিয়েই লিখিছিল। আগৰ সিচঁৰিত হৈ থকা গল্প, প্ৰবন্ধ গোটাই যথাক্ৰমে "মৰমৰ কাৰেং" 'ফুলচন্দন' মণিৰাম দেৱানৰ গীত আৰু সৰু সুৰা কিছুমান প্ৰবন্ধ যুগুতাইছিল আৰু প্ৰকাশ কৰিও উলিয়াইছিল। কিমান ৰং বেৰং স্মৃতিৰে ঘৰৰ এমূৰীয়া দীঘল চানেকীয়া এই কোঠালীটো সম্পূৰ্ণ হৈ আছে তাৰ ইয়ত্তা নাই। অসমত নহৈ আন দেশত হোৱা হলে এই কোঠাটো বেণুধৰৰ কুতূহল শালাত এদিন নহয় এদিন পৰিণত হলহেঁতেন।

# শেষ পোন্ধৰ বছৰৰ কথা

## ১৯৬৬-৮১

সত্তৰ পাৰ হৈ এসত্তৰত ভৰি দিলে। ১৯৬৫ চনত এসত্তৰ বছৰীয়া ডেকা যেন হৈ চাৰি ওফালে সভা-সমিতিত যোগ দি ফুৰোঁতে বয়সৰ কথা মনলৈকো অনা নাছিল। ইয়াৰ মাজে মাজে একোখন সম্বৰ্ধনা সভাত অভিনন্দন পত্ৰ লবলগীয়াও হয়। অভিনন্দনৰ উত্তৰত বা প্ৰধান অতিথিৰ ভাষণত কেতিয়াবা প্ৰাচীন গৌৰৱৰ কথা সোঁৱৰাই, মাজে মাজে ডেকা সমাজক লক্ষ্য কৰি হাঁহিবৰ কুটি উলিয়াই ; যেনো সময়ত নিজৰ অতীত জীৱনত কি দেখিছিল, কি শুনিছিল সেইবোৰ উজাৰি কৈ সভাস্থ শ্ৰোতাক তন্ময় কৰিছিল। সম্বৰ্ধনা সভা দুই চাৰিখনত উপস্থিত থকাৰ সৌভাগ্য এই লেখকৰো হৈছিল, কিন্তু কতো শৰ্মাই নিজৰ কথা কৈ গহ কৰা শুনা নাছিলো। গহ কৰাহে নেলাগে নিজৰ কথা কবলগীয়া হলেও তাক এনেদৰে কৰ যেন সকলো জনৰে কথা। সম্বৰ্ধনা সভাবোৰত প্ৰশংসা বাণীৰ জাউৰি উঠে সেইবোৰ প্ৰকৃত আৰু অকপট হবও পাৰে। সম্বৰ্ধিত জনৰ মনত প্ৰকৃত বা কপট প্ৰশংসাৰ ক্ৰিয়া বেলেগ নহয়, কাৰণ প্ৰশংসা বুলিলে কপটীয়া হলেও তাৰ এটা মাদকতা প্ৰশংসিতজনে অনুভৱ কৰে। বেণুশৰ্মাকো যে সেইবোৰে স্পৰ্শ কৰা নাছিল তেনে নহয়, হয়তো অলপ কৰিছিল, কিন্তু গা লৰাব নোৱাৰিছিল। সম্বৰ্ধনা সভাৰ লানি নিছিগা স্তুতি গানবোৰ নিৰ্বিকাৰ চিত্তে তেখেতে শুনহে থাকিছিল। সম্বৰ্ধনাৰ পিছত শিমলু গছৰ তলত থাকোঁতে পৰা তুলাৰ নিচিনাকৈ গছৰ গুৰিৰ পৰা ওলাই আহি গা জাৰি সকৰাই পেলোৱাৰ দৰে তেখেতে সেইবোৰ জোকাৰি পেলাই দিছিল। লগত ফুৰা মানুহে শৰ্মাৰ এই গুণটো বুজিবলৈ সুযোগ নাপাইছিল। আত্মশ্লাঘাৰ ফোন্দা উক্তি তেখেতৰ মুখত এদিনলৈকো শুনা মনত নপৰে।

এনেকুৱা সম্বৰ্ধনা সভাত অভিনন্দনৰ মানপত্ৰত তেখেতৰ বুৰঞ্জী বিজ্ঞতাৰ কথা প্ৰায়ে উল্লেখ কৰা হৈছিল। সেইবোৰৰ উত্তৰ দান প্ৰসঙ্গত বুৰঞ্জী চৰ্চাৰ বাটত কিমান হেঙাৰ তাক কওঁতে, নিজৰ জীৱন বিপন্ন হোৱাৰ আশঙ্কাও

কেনেকৈ উপস্থিত হৈছিল তাক বৰ ৰস লগাকৈ বিবৰি কৈছিল। নিজৰ জীৱনৰ অনুভূত বা পাই থোৱা সেকাৰ কথাকে মনত ৰাখি তেখেতে সাহিত্য সভাৰ বুৰঞ্জী শাখাৰ সভাপতিৰ ভাষণত লিখিছিল "বুৰঞ্জী চৰ্চাৰ কোনোৰ নিমিত্তে ভাত-মাছ কোনোৰ নিমিত্তে গল গ্ৰহ, নাইবা বুৰঞ্জী চৰ্চাৰ ফল কেতিয়াবা অমৃতময় হয় কেতিয়াবা হলাহলো হয়।" হলাহল ফল পোৱাৰ নমুনা তেখেতে নিজৰ জীৱনতে পাইছিল। সেইবোৰ সম্বৰ্ধনা সভাবোৰত সুৰৰি কৈছিল, কৈছিলহে কৈছিল, সেই কথাৰ নিজস্ব খিনি কত দূৰ গৈ নেদেখা হৈ থাকে শুনোতাই তত্তকে ধৰিব নোৱাৰে। চাবিং উন্নয়ন পটলত তেনে এটি অপ্ৰস্তুৰ হবলৈ ধৰা ঘটনাৰ উল্লেখ কৰা হৈছে। কেনেকৈ ব্ৰহ্মপুত্ৰৰ মাজত 'কটকী চৰিত্ৰ প্ৰবন্ধ পঢ়ি ক্ৰুদ্ধ হৈ থকা আহোম সভাৰ সভ্য দুজনে ঠেলা মাৰি পানীত পেলাব খুজিছিল আৰু কেনেকৈ হঠাৎ উৎপন্ন সাহস আৰু বুদ্ধিৰে সমিধান দি সেই বিপদৰ পৰা উদ্ধাৰ পালে, এইবোৰ কথা ভগৱতী প্ৰসাদ ভৱনৰ এগন সভাত কৈছিল আৰু কিজানি বহুতৰ মনত থাকিব পায়। তোতয়া কোনেও বেণুশৰ্মাই নিজৰ কথা কৈ বক্তৃতা দেজুৱা কৰিছে বুলি এভাবলৈ অকণো সুৰুঙা নাপাইছিল। শেহৰ ফালৰ সভা-সমিতিবোৰত বক্তৃতা দিওঁতে উশাহ চুটি যেন হৈ পৰিছিল কিন্তু ক্ষান্ত নহৈছিল, ইপিনে শ্ৰোতা সকলেও আৰু এটা ঘটনাৰ কথা কওক বুলি উদগাই আছিল। বেণুশৰ্মাই ব্যক্তিগত কথা কলেও, শুনি কাৰো আমনি নালাগে। সেইবোৰ বক্তৃতা বহুত ঠাইত বাণীবদ্ধ কৰিও ৰখা হৈছিল। ক'ৰ বস্তু ক'লৈ গ'ল উৰাদিহ নাই। বিচাৰি পালেও কোনেই বা ৰাখে, ক'তেই বা থব।

১৯৬৩ চনৰ পৰা শৰ্মাৰ শৰীৰ মাজে মাজে বিষম হবলৈ ধৰিলে। চুৰচুৰীয়া অসুখলৈ তেখেতে কেৰেপকে নকৰিছিল, বন দৰবৰ চিকিৎসাকে নিজে নিজেই কৰাছিল। অসুখ ডাঙৰ হলেও নিৰ্ণয় কৰিবলৈ আৰু প্ৰয়োজন হলে চিকিৎসা কৰাবলৈকো ডাক্তৰ, বৈদ্যৰ ওচৰলৈ যোৱা তেখেতৰ সজ নাছিল। সভা-সমিতিলৈ যোৱাত হেলা নকৰিলেও ডাক্তৰ মাতি আনি পৰীক্ষা কৰোৱাই বা নিজে ডাক্তৰৰ ঘৰলৈ গৈ ঘৰখনত হৈ চৈ লগোৱাৰ ইচ্ছা তেখেতৰ নাছিল, সেইবোৰ উপকৰা জঞ্জাল যেন পাইছিল। যেতিয়া ১৯৬৩ চনত নিজ ঘৰলৈ বিহাবাৰীলৈ আহিল, তাৰ পিছৰ পৰাই মূত্ৰ-কৃচ্ছ্ৰতাৰ অলপ অলপ গম পাইছিল। ডুপৰটেঙা প্ৰভৃতি বন দৰবৰ ওপৰত ভৰসা কৰি চিকিৎসাৰ ফালে বিশেষ মন দিয়া নাছিল, ঘৰৰ সন্মুখতে ডুপৰ

টেঙাৰ গছ ভুজোপা মান কই লৈ যেন নিশ্চিন্ত হৈছিল। তাৰে সঁচ এই লেখককো কই থবলৈ বুলি দিছিল। পাছে মূত্ৰ কৃচ্ছ্ৰতা যে 'প্ৰষ্টেট' নামৰ গ্ৰন্থীৰ আকাৰ বৃদ্ধিৰ লক্ষণ সেই কথা তেখেতে গম পোৱা নাছিল। গম ধৰিবলৈ ডাক্তৰৰ লগত পৰামৰ্শ কৰাৰ প্ৰয়োজনো আছে বুলি নাভাবিছিল। ৰাতি ৰাতি উঠিব লগা হয়, ৰাতি টোপনিত ব্যাঘাত ঘটে, তথাপিও সভা-সমিতিৰ আহ্বান আহিলে শৰীৰৰ এই অজুহাত দেখুৱাই কাকো নাযাওঁ বা যাব নোৱাৰো বুলি বিমুখ নকৰিছিল। তেনেকৈ থাকোঁতে কোনো এঠাইত সভা কৰি পুৱা নগাঁৱৰ ফালৰ পৰা বাছত আহিছিল। অহাৰ আগতে দৈ চিৰা গুৰ আৰু জাহাজী কলেৰে ভালকৈ জলপান এটা খাই আহিছিল। বাছেৰে আহি থাকোঁতে হঠাৎ এঠাইত গাড়ী ৰওঁতে সক পানী চুবলৈ বহি মূত্ৰৰোধ হোৱাৰ যন্ত্ৰণা অনুভৱ কৰিলে। গুৱাহাটীত নামিয়েই ডাক্তৰৰ কাৰ্যালয় এখনত সোমাল। তাত থকা ডাক্তৰজনে ৰোগীৰ অৱস্থা দেখি উপায়-অন্তৰ নাপাই 'কেথেটাৰ' (নলী প্ৰবেশ কৰাই) দি প্ৰসাৱ নিঃসৰণ কৰাবলৈ চেষ্টা কৰিলে। অনভ্যস্ত ডাক্তৰে ভালকৈ কেথেটাৰ প্ৰৱেশ কৰাব নোৱাৰাৰ ফলত ৰক্তক্ষৰণ হবলৈ ধৰিলে। আন একো কৰাৰ দিহা নথকাত ডাক্তৰজনে ৰিক্সা এখন ধৰি মানুহ এজন লগত দি বিহাবাৰীৰ ঘৰ পোৱাই দিয়ালে। সেই সময়ত ঘৰত পুতেকহঁত নাছিল, কিন্তু ভাগ্য ভাল যে শৰ্মাৰ ভতিজাক ডাঃ বাণী শৰ্মা আলহী হৈ ঘৰতে আছিল। ডাঃ বাণীয়ে প্ৰাথমিক উপশম কিবা দি অতিশীঘ্ৰে হাস্পতাললৈ লৈ গল। এইটো যে 'প্ৰষ্টেট' গ্ৰন্থীৰ বৃদ্ধিৰ ফলত হোৱা মূত্ৰৰোধ তাক ডাঃ বাণী বা আন ডাক্তৰবো বুজিবলৈ সৰহ পৰ নালাগিল। সেই অৱস্থাত আন চিকিৎসাই নাপায়গৈ, অস্ত্ৰো-প্ৰচাৰেই একমাত্ৰ চিকিৎসা বুলি হাস্পতালৰ ডাক্তৰে সিদ্ধান্ত কৰিলে। বিশেষ বিচনা খালী নথকাত সাধাৰণ কক্ষৰ বিচনা এখনতে হাস্পতাল কৰ্তৃপক্ষই স্থান দিলে। চিকিৎসা আৰম্ভ হ'ল, অস্ত্ৰোপ্ৰচাৰ কাৰ্যও সুকলমে হৈ গ'ল। ৰোগীয়ে হলে সময়ে সময়ে অস্থিৰ কৰে। নিজৰ বিপদৰ কথা সমূলি নাভাবি এবাৰ নে দুবাৰ ডাক্তৰে প্ৰৱেশ কৰোৱা অস্বাভাৱিক মূত্ৰনালী নিজেই উলিয়াই পেলায়, পৰিচাৰিকা আৰু ডাক্তৰৰ হাহাকাৰ লাগে। এইবোৰৰ মূৰকতো ঈশ্বৰৰ অনুগ্ৰহত ৰোগী ক্ৰমে ক্ৰমে ভালৰ ফাললৈ আহিবলৈ ধৰিলে। তেতিয়াও শৰ্মাই কিন্তু বন দৰবত আস্থা হেৰুৱা নাছিল। হাস্পতালত দেখা কৰিবলৈ যাওঁতে তেখেতে এই লেখকক

কৈছিল—"ইয়াৰ অসমীয়া ঔষধ এটা আছে, গড়ৰ মাংস লাগে, তোমাৰ মোমায়েৰাই জানিছিল। তাক পোৱা হলে, তোমাক কৈছো, এইখনৰ মাজত পৰি কেথেটাৰ লোৱা, তলপেট কটা বিলৈখন নহলহেঁতেন।" ৰবৰটো কিমান গুণশালী নাজানো, কিন্তু অসমীয়া দৰব যেতিয়া সি একে পালিতে কাম সধা হবই লাগিব। বেণুশৰ্মাৰ অসমীয়া প্ৰীতি দৰবতো গৈ লম্ভিছিল। সঁচাকৈয়ে অসমীয়া প্ৰাণ হয়।

হাস্পতালৰ পৰা ওলাই অলপ দিন জিৰণি লৈ শৰ্মাই আকৌ আগৰ মূৰ্ত্তিকে ধৰিলে। আকৌ ঠায়ে ঠায়ে সভা সমিতিলৈ আহ্বান আহিল। সেইবোৰৰ তাৰৰ মাৰিবলৈ বেণুশৰ্মা নহলে বাইজৰ যেন নহয়েই। এনেতে গুৰুঘৰ দক্ষিণপাট সত্ৰৰপৰা আহ্বান আহিল—সত্ৰৰ বুৰঞ্জী এখন লিখি দিব লাগে। তেতিয়া দক্ষিণপাটৰ অধিকাৰ আছিল শ্ৰীশ্ৰীহৰিদেৱ গোস্বামী প্ৰভু। হৰিদেৱ প্ৰভু এজন বিদ্বান, বিদ্যোৎসাহী আৰু সিদ্ধ পুৰুষ আছিল, বেণুশৰ্মাৰ মন্ত্ৰদাতা গুৰু। সিও এক কাহিনী।

শৰ্মাৰ পৰিয়াল আছিল দক্ষিণপাটৰ সাতপুৰুষীয়া সেৱক। পাছে শৰ্মাৰ নিজৰ আগছোৱা জীৱনত গুৰু গোসাঁইৰ প্ৰতি সিমান ধাউতি আছিল বুলি অনুমান নহয়। যিবা কেতিয়াবা গৈছিল তাকো বুৰঞ্জী আৰু ঐতিহ্যৰ মোহত পৰিহে গৈছিল, আধ্যাত্মিক বস্তুৰ হেঁপাহত নহয়। এনেকৈয়ে গুৰু-ঘৰৰ লগত আহ-যাহ চলি আছিল, শৰণ বা দীক্ষা লোৱা নাছিল বা লোৱাৰ আৱশ্যকতাও বোধ কৰা নাছিল। এইদৰে অহা যোৱা কৰি থাকোঁতেই এবাৰ হৰিদেৱ প্ৰভুৱে বেণুশৰ্মাক গুৰুমুখী হবলৈ অৰ্থাৎ পূৰ্বাপৰ নিয়ম ৰক্ষা কৰিবলৈ সূচালে। সেই সূচনিৰ মৰ্ম বুজি শৰ্মা অলপ বিপাঙত পৰিল আৰু ক'লে—"মোৰ একো খানখিত নাই, আজি অ'ত কালি ত'ত যতে ততে যেনেকৈ তেনেকৈ খাই ফুৰা চকা কৰোঁ, গুৰু বস্তু কি সাধ্যে ৰক্ষা কৰিম।" অধিকাৰ প্ৰভুৱে সেই বিষয়ে নিৰ্ভয় দি কলে—"ধৃতি-বিধৃতিৰ নিয়ম সিমানকৈ মানি নুফুৰিলেও হব, কেৱল মনৰ ধৃতিৰ বাবে কৰণীয় কেৰা কৰি যাব লাগে।" প্ৰভুৰ কথা শুনি শৰ্মাই অগত্যা ভাবি চাও বুলি সেই বেলালৈ ৰক্ষা পৰিল। তাৰ পাছ দিনাই চাৰিওলৈ উভতি অহাৰো স্থিৰ কৰিলে।

পাছ দিনা পুৱাই গা-পা ধুই জলপান খাবলৈ বহিছিল। জলপানটো আছিল সত্ৰৰ বিশুদ্ধ সুগন্ধি ঘিউত ভজা লুচি, চিৰা, দৈ আৰু ফুৰফুৰীয়া গোন্ধেৰে নতুন গুৰ। শৰ্মা অলপ ভোজন-বিলাসী মানুহ, তাতে অসমীয়া

জলপানৰ বেলিকাতো কথাই নাই। থাই থাকোঁতেই শৰ্মাৰ ভাব খেলাইছিল "এই ঘিঁউ, এনে গুৰ অলপ লগতো লৈ যাব পৰাহেতেন কথাই নাছিল।" ভাবিলেহে প্ৰকাশ কৰা নাছিল। গ'ল কথা কথা গুচিল। সিপাৰৰ পাৰ জাহাজ ধৰিবলৈ কমলাবাৰী ঘাটলৈ যাবলৈ নাৱত উঠিলগৈ। লগত দুজন ভকত আৰু নাৱৰীয়া দুজন। নাও এবে এবে, এনেতে দুজন মানুহ সিকালৰ পৰা হেপোৰ তেপোৰকৈ লৰি অহা দেখা পাই লগৰ ভকত এজনে নাও মেলিবলৈ হাক দিলে। মানুহ দুজনৰ হাতত এঘট গুৰ আৰু এচুঙা ঘিঁউ। সত্ৰৰ জলপানত তৃপ্তি পোৱা আৰু মনেৰে লগতো নিবলৈ হাবিলাস কৰা, সেই গুৰ আৰু ঘিঁউ। মনৰ কথা হাতে হাতে ফলিয়ালে। প্ৰভুৱে কিন্তু পেটৰ কথা কেনেকৈ গম পালে? তাকে ভাবি ভাবি বেণুশৰ্মা তল গল।

সেই এটি ঘটনাই শৰ্মাৰ মন তল ওপৰ কৰি দিলে। গুৰুমুখী হোৱা প্ৰবল ভাব এটাই খুন্দিয়া-খুন্দি কৰিবলৈ ধৰিলে। পাছৰ বাৰ সত্ৰলৈ যাওঁতে প্ৰভু হৰিদেৱৰ চৰণত শৰণ ললে। প্ৰভুৱে আন উপদেশৰ কথা দীঘলীয়াকৈ একো নকৈ, কেৱল এষাৰ কথা বৰ গদ গদ স্বৰেৰে কৈছিল "সত্ৰলৈ মৰম নেৰিব।" ইয়াৰ অলপ দিন পাছতে সত্ৰৰ বাস উৎসৱলৈ যাওঁতে হৰিদেৱ প্ৰভুৱে সত্ৰৰ বিস্তৃত বুৰঞ্জী এখন লিখাৰ কথা শৰ্মাক উনুকিয়ালে। তেখেতেও সেই কথা গুৰুৰ আজ্ঞা বুলি শিৰত লৈ সম্মতি জ্ঞাপন কৰিলে। এয়েই 'দক্ষিণ পাট' গ্ৰন্থৰ গুৰিৰ কথা। চন ১৯৬২ মান হব।

বুৰঞ্জীখনৰ বাবে সমল গোটাই থাকোঁতেই ১৯৬৩ চন পালেহি। তেনেতে 'প্ৰষ্টেট্ গ্ৰন্থী' কাৰণে অস্ত্ৰোপ্ৰচাৰ প্ৰভৃতি আলৈ আহকালত কিছুদিন এনেয়ে গ'ল। ইতিমধ্যে শ্ৰীশ্ৰীহৰিদেৱ গোস্বামী প্ৰভু বৈকুণ্ঠী হ'ল, আৰু শ্ৰীশ্ৰীৰমানন্দ গোস্বামী প্ৰভু গাদীত উঠিল।

ৰমানন্দ প্ৰভুও সমানে বিদ্যোৎসাহী আৰু উদ্যমশীল অধিকাৰ। তেৰাৰো বুৰঞ্জীখন সোনকালে সমাপ্ত কৰিবলৈ বাৰে বাৰে সকিয়াই আছিল। প্ৰথম অৱস্থাত বুৰঞ্জীখনৰ কাম বৰ লেহেম গতিৰে চলিছিল, কিন্তু শেহৰ ফালে বৰ থৰ গতিৰে আগুৱাই এমাহমান নিভাগৰ পৰিশ্ৰম কৰি গ্ৰন্থখন লিখা সমাপ্ত কৰিলে। সৰ্বশেষত ১৮৮৯ শকৰ কাতি মাহত (১৯৬৭) দক্ষিণপাট সত্ৰ প্ৰকাশিত হৈ ওলাল।

গ্ৰন্থ প্ৰকাশৰ বিধি অনুসাৰে যি ইংৰাজী বিৱৰণ গ্ৰন্থৰ আদিতে দিব লাগে তাত লিখা আছে "A Historical Account of the Dakhinpat

Satra one of the four principal monastic religious institutions of Assam." Historical বুলি লিখিলেও লগতে কোৱা উচিত আছিল and descriptive ( Historical and Descriptive )। দক্ষিণপাট সত্ৰ গ্ৰন্থ ঐতিহাসিক আৰু বৰ্ণনাত্মক দুয়োটাই। এই গ্ৰন্থত দক্ষিণপাট সত্ৰৰ উৎপত্তি ক্ৰমবিকাশ আৰু ৰাইজৰ লগত তাৰ সম্বন্ধ আদি ঐতিহাসিক বিতং তথ্য কালৰ ক্ৰম ৰক্ষা কৰি উপস্থাপিত কৰা হৈছে। লগতে সত্ৰৰ আলি পদুলি, ঘৰ-দুৱাৰ, ভকতহাটী, নামঘৰ, মণিকূট প্ৰভৃতিৰে সত্ৰৰ যিটো বহিৰ্বাস ( Physical Organisation ) তাৰো সবিস্তাৰ বৰ্ণনা আছে। নাম প্ৰসঙ্গ পূজা পাতল ভাৱনা সবাহ, উছৱ পৰৱ, শৰণ দীক্ষা আদি যিবোৰ অন্তৰঙ্গ সত্ৰ ধৰ্ম সেইবোৰৰো বিতং বৰ্ণনাৰে গ্ৰন্থখন তথ্যপূৰ্ণ। ইয়াৰ আগতে কেইখনমান চমু সত্ৰ-বুৰঞ্জী প্ৰকাশিত হৈছিল। গুৰুক্লেশ্বৰ বৰাৰ দিহিং সত্ৰৰ বুৰঞ্জী, চন্দ্ৰ কুমাৰ বৰুৱাৰ আউনীআটি সত্ৰৰ চমু বুৰঞ্জী, বৰপেটা সত্ৰৰ ইতিবৃত্ত প্ৰভৃতি ইতিপূৰ্বে ৰাইজে পঢ়িবলৈ পাইছিল। এইবিলাক আছিল চমু বুৰঞ্জী, কেৱল সত্ৰৰ ঐতিহাসিক কালটোৰ ওপৰত গুৰুত্ব দিয়া হৈছিল। অন্তৰঙ্গ কাৰ্যসমূহ আৰু বহিৰ্বাসৰ বৰ্ণনা আৰু সাংগঠনিক দিশটোৰ বিবৰণ সেইবোৰত বিস্তৃতভাৱে নাই। 'দক্ষিণপাট সত্ৰ'ই সত্ৰ বুৰঞ্জীৰ এটা নতুন দিশ দেখুৱালে, তাৰ লগতে এইষাৰো প্ৰমাণ কৰিলে যে সত্ৰ বুৰঞ্জীও অসমৰ বুৰঞ্জীৰ এটি প্ৰয়োজনীয় অধ্যায়। অসমৰ সৰ্বাত্মক বৃহৎ বুৰঞ্জী এখন কেতিয়াবা কোনোবাই লিখিবলৈ ললে 'দক্ষিণপাট সত্ৰ' গ্ৰন্থখনৰ উপযোগিতা স্বীকাৰ কৰিব। ডঃ সত্যেন্দ্ৰ নাথ শৰ্মাৰ ইংৰাজী গ্ৰন্থ Monastic Institution of Assam ইংৰাজীত ওলাইছিল এই লেখকৰ আউনীআটী সত্ৰৰ বুৰঞ্জী পাছত ওলাইছে।

বুৰঞ্জী লেখকৰ যি উদাস-নীতি থাকিব লাগে সেই ঔদাস্য দক্ষিণপাট সত্ৰত নাই আৰু থাকিবৰ কথাও নহয়। তেখেত নিজে এজন দক্ষিণপাট সত্ৰৰ প্ৰসন্ন-সেৱক, গুৰুৰ স্নেহ-সিক্ত অনুৰোধতহে গ্ৰন্থখন লিখিবলৈ কাপকাঠী লৈছিল, গ্ৰন্থৰ সমল সংগ্ৰহৰো সুযোগ আৰু মুদ্ৰণ ব্যয় সকলো বিষয়তে সত্ৰই পোহ দিছিল। এনে ক্ষেত্ৰত ভক্তিমূলক প্ৰেৰণাই ক্ৰিয়া কৰি বুৰঞ্জী খনক কিছুপৰিমাণে যে আবেগিক কৰিছে তাত সন্দেহ নাই। বুৰঞ্জী লিখাৰ এই গুণ বা অৰ্হা তেখেতৰ বুৰঞ্জীমূলক প্ৰবন্ধ কিছুমানতো দেখা যায়, 'মণিৰাম দেৱানকো' সেই লক্ষণটোৱে স্পৰ্শ কৰিছে। দক্ষিণপাট সত্ৰও তাৰ ব্যতিক্ৰম

নহয়। তথাপি কব লাগিব বেণুধৰ শৰ্মাৰ দক্ষিণপাট সত্ৰইহে অসমৰ সত্ৰ সংগঠন আৰু তাৰ লগত অসমীয়া সমাজৰ সৌষ্ঠৱৰ সম্বন্ধ দেখুৱাই তাৰ গদ্য গদ্য চিত্ৰ এটা পোণ প্ৰথমে অসমীয়া ভাষাত উপস্থাপিত কৰিবলৈ সমৰ্থ হৈছে। এই গ্ৰন্থ পঢ়িলে অসম বুৰঞ্জীৰ এটা গুৰুত্বপূৰ্ণ অধ্যায় পঢ়া যেন হৈ যায়।

ভাব আৰু গুৰু নিষ্ঠাৰ প্ৰেৰণাত লিখিলে যদিও দক্ষিণপাট সত্ৰত বেণুধৰীয়া গদ্যশৈলীৰ উল্লাসময় গতি নাই। নিভাঁজ, নিমজ, প্ৰাঞ্জল গদ্যৰ নিৰলঙ্কাৰ সৌন্দৰ্যই বেণুগদ্যৰ স্বকীয়া ধাৰা এটাৰ চিনাকী দিয়ে। গ্ৰন্থৰ পোনতে সত্ৰৰ বৰ্ত্তমান অৱস্থিতি নামৰ পটলৰ বিৱৰণখিনি পঢ়িলেই সাৱলীল আৰু সৰল ভাষা আৰু তাৰ চিত্ৰ ধৰ্মিতাৰ গুণে পাঠকৰ দৃষ্টি আকৰ্ষণ কৰিব।

"ভিতৰ কৰাপাটৰ মুখতে সত্ৰৰ দুৱৰী থাকে। সি সোমাবলৈ দিলেহে ভিতৰলৈ সোমাব পাৰি। যেই সেই অচিনাকী মানুহে ঘপকৰে সোমাব নোৱাৰে। সেইখিনিতে চৰ্ম্মৰেই হওক বা অইন কিহবাৰেই হওক পাদুকা সোলোকাব লাগে আৰু ছাতিও জপাব লাগে। পদুলিৰ বাটটোৰে দক্ষিণ হাটীৰ পূবা পশ্চিমাকৈ বাটটো চেৰাই যোৱা বাবে সেই দুখুৰি ঠাই চাৰিআলি হোৱা দি হৈছে। তাত থিয় হলেই শাৰী পতা গছৰ সুৰুঙাটিয়ে চকুৰ দৃষ্টি পোনে পোনে আগলৈ লৈ যায় আৰু নিমিষতে সত্ৰৰ নামঘৰ, মণিকূট, পুষ্কৰিণী আৰু পুষ্পোদ্যানৰ মনোহৰ দৃশ্যই হৃদয়ৰাজ্যত এখন মনোৰম পুৰীৰ থাপনা পাতেহি।

"চাৰিআলি মূৰৰ পৰা দুখোজমান গলেই নামঘৰ পায়। সেইছোৱা বাটৰ দুয়োকাষে দুটা সৰোবৰ যেন পুখুৰী, পানীৰে সদায় চপচপীয়া হৈ থাকে। বাটৰ কাষ দুটা পথাৰলৈকে আম, বৰজামুক, গোলাপী জামুক, বকুল কাঞ্চন ফুল, আখৰোট, সৰল পদ্ম, আঁহত, জৰী, আমলখী, ডালিম, জবা, তেতেলী, কৰবী, অশোক, তৰুৱা কদম, কৰচ, স্থল পদ্ম, কৰ্দৈ, বৰ থেকেৰা, চম্পা, গোলাপ, খৰিকাজাঁই, নাৰ্জী আদি বিবিধ প্ৰকাৰৰ তৃণ তৰু আৰু ফলে ফুলে জাতিষ্কাৰ হৈ আছে। সোমাই যাওঁতে সোঁহাতে থকা পুখুৰীটি মানুহে কৰা সঁচাসঁচি এখনি সৰোবৰকে বুলিব পাৰি। তাৰ জলজলীয়া পানীত শ'ল শাল মাছ সাৰি আছে, চিতল মাছে যেন কোবাই কোবাই কমাই আছে, ৰৌমাছে দবক লৈ দবক লৈ জুমুকি একোটা মাৰিছে।

বাৰিষা বিহ মেটেকা সোমালেও পুখুৰীৰ পানী ফটফটীয়া হৈয়ে থাকে। দক্ষিণ আৰু পূব হাটীৰ ভকতসকলে তাতেই স্নান দান কৰে আৰু তাৰ পানীকেই ব্যৱহাৰ কৰে। পূজা সেৱা তিথি, উৎসৱ শ্রাদ্ধ তর্পণ সকলো মাঙ্গলিক কৃত্যতে এইটি জলাশয়ৰ জলকে লগোৱা হয়। পুখুৰীটোৰ চৌপাশে নামঘৰ মণিকূটৰ দাঁতি আৰু চাতালৰ আগে আগে নানান তৰহৰ গছ-গছনি আৰু ফুলনি বাৰী, ইয়াৰ উত্তৰলৈ পাৰতে মণিকূটৰ সৈতে ১২০/৫০ হাতমান দীঘল টুপ লগোৱা নামঘৰ। নামঘৰটি পূবা পশ্চিমা। পশ্চিমৰ পৰা পূবলৈ ক্রমান্বয়, মুখতে বাঙলী চ'ৰা, নামঘৰ, জগমোহন মণিকূট, ভোগঘৰ; ভোগঘৰ মণিকূটৰ উত্তৰে অধিকাৰ গোস্বামীৰ থাকনি বহাঘৈলেকে বুলনি ঘৰ বা গোস্বামী প্রভুৰ বিশ্রাম-ঘৰ, বুলনিৰ দক্ষিণেই দপ্তৰ খানা বা সত্ৰৰ অফিচ আৰু সত্ৰৰ গ্রন্থাগাৰ। গ্রন্থাগাৰতে সংস্কৃত বিদ্যাৰ্থীয়ে বিদ্যাশিক্ষা কৰে।

"বুলনিৰ পূবলৈ পোনে পোনে অধিকাৰ গোস্বামীৰ (গৰাকী) থাকনি বহা। সেই বহা ভকতৰ পূব হাটীৰ প্রায় সোঁমাজতে। গৰাকীৰ (প্রভু হৰিদেৱ গোস্বামী) পাছ কালে বহাতে লগাই এটি নিজা পুখুৰী, স্নানঘৰ, ভোজন ঘৰ, পূজা ঘৰ, মিঠৈ ভঁৰাল আৰু নাও-শালী। সেইখিনিতে ভাৱনাৰ আখৰা ঘৰো আছে। অধিকাৰ বহাৰ পাটতে দক্ষিণলৈ ডেকা জনা আৰু সৰু জনা অধিকাৰৰ বহা। এই হাটীটোতে ধর্মাধিকাৰসকল থকাৰ গুণেই স্বভাৱতে গমগমীয়া। একে শাৰীতেই গৰাকীৰ গুৱাকটা আৰু আন আন আলধৰা কর্মচাৰী ভকতসকল থাকে। হাটিটোৰ একেবাৰে দক্ষিণ মূৰত মহাপ্রভু যাদৱ ৰায়ৰ বাসগৃহ। পূবহাটীৰ সমস্ত বহা বৰ্গীটিনৰ, মাত্র গৰাকী প্রভু ঈশ্বৰৰ থাকনি বহাটিহে কেৱল সৰন খেৰেৰে ছোৱা।

"নামঘৰৰ দক্ষিণ কালে গাতে লাগি থকা পুখুৰীটোৰ জলঙ্গা পানীত হাটীৰ প্রতিবিম্বই তৰৰৰাই থাকে। অলপ বতাহ লাগিলেই বেল, চন্দন, শেৱালী, বকুল, নাৰ্জীৰ ছঁও পানীৰ তলত টলবলাই থাকে। উত্তৰা-দক্ষিণা পদুলি বাটটোৰ পশ্চিমলৈ নামঘৰৰ প্রায় মুখামুখিকৈ বৰ-ভঁৰাল আৰু চাউল ভঁৰাল। তালৈ সোমোৱা সমান্তৰালভাৱে দুটা বাট আছে— পোৰালি মেলিছে যাই বাটটোৰ পৰা। সেই দুটা বাটৰ দাঁতিত জোপোহা, জোপোহা আম, কঁঠালৰ গছ আৰু বনৰীয়া বেত ফুল ভৰা। ১৭৯১ শকত বাধা চাপৰিৰ পৰা (বৰ্তমান সত্ৰৰ দাক্ষণে থকা ব্রহ্মপুত্রৰ মাজৰ চাপৰি)

এই ঠাইলৈ সত্র তুলি আনোতে পশ্চিম হাটীৰ ভকত সম্পূৰ্ণ আছিল। আৰু এখন সত্ৰলৈ ভকত কিছু দিয়াত সেই হাটীৰ এতিয়া চিন মাত্ৰ আছে। তথাপি তিনি হাটীৰ ভকৎ বহাবেই সবৈষ্ণৱ সত্ৰখন জয়াল হৈ আছে।"

"হাটীটোইতৰ বহাবোৰ উধৰপৰা মূধলৈকে লগালগি। সেই গুণে প্ৰত্যেকৰে পিৰালিও একেটা। পিৰালিৰ ঘৰ আৰু থকা ঘৰ একেখন চালৰ নহয়। পিৰালিৰ ওপৰত ভাগে ভাগে আগছালি বা আওলা। নিজৰ নিজৰ ভাগৰ পিৰালিৰ ডোখৰইত নিটো মুচি-কাচি শুচিকৈ থব লাগে। পিৰালিয়েই অহা যোৱাও কৰিব লাগে। এনেয়ে যি কথাই নাই, বৰষুণত ছাতি জাপি একো নোলোৱাকৈ এটা হাটীৰ মূৰৰ পৰা তৃতীয়টো হাটীৰ মূৰলৈকে নিতিতাকৈ হেলাৰঙে যাব পাৰি। ভকতৰ হাটীয়েই গড়ৰ দৰে সত্ৰখন আবৰি ৰাখিছে। প্ৰত্যেক ভকতৰ বহাৰ আগে আগে চোতালৰ মূৰত পুখুৰী পাৰৰ শেজে শেজে বাৰ-বৰনীয়া ফুল তুলসী, বেলে ডমনা, আম, কঁঠাল, আৰু ছেলেকা চুবুৰীযাকৈ একো ডুখৰি শাকনি। ঠাই একণমান, তথাপি পাছফালে জলকীয়া ,বেঙেনা, জাতিলাউ বঙালাউ আদি নিৰামুহীয়া শাক পাচলিৰ একোখনি তলী। ভকতসকলক দৈনিক লাগি থকা বস্তু বাহানি যেনে খৰি, হেৰ বেত,বাঁহ খৰাহী, পাচি ৰাখত বা ঘৰৰ দাঁতিত দমাই থোৱা হয়। বাৰিষাৰ নিমিত্তে চলাচল কৰিবলৈ নাও দুনিও পাছফালে বান্ধি থোৱা থাকে"। ( দঃ সঃ পৃঃ ২-৩ )

এই বৰ্ণনাটি এখন ছবিৰ দৰে। দক্ষিণপাট সত্ৰৰ কথা ৰজনী বৰদলৈৰ নিৰ্মল ভকত উপন্যাসতো পাওঁ। দক্ষিণপাট সত্ৰক এই দুখন গ্ৰন্থই সাহিত্যত অমৰ কৰি থৈছে। বৰ্ণনাৰ ধৰণটিত যেন দুয়োজন সিদ্ধ সাহিত্যিকৰ একেই। বেণু শৰ্মাৰ অলঙ্কাৰযুক্ত শব্দৰ ঢৌ আৰু ভঙ্গিমা দক্ষিণ-পাট সত্ৰত নাই। ইয়াৰ ভাষা নিৰ্মল অথচ সৰল, কিন্তু চিত্ৰৰ তুলিকাৰ মহিমাৰে অনুমণ্ডিত। গোটেই গ্ৰন্থখনতে বেণুধৰীয়া গদ্যৰ এটা স্বকীয়া ঠাঁচ পোৱা যায়।

দক্ষিণপাট সত্ৰ এখন বুৰঞ্জীও। সত্ৰৰ আঁতিগুৰি থকাৰ উপৰিও সম-সাময়িক ঘটনা প্ৰবাহৰ লগত থেও থুৱাই লিখা। এটা স্বকীয়া সৌন্দৰ্য্য আৰু সুস্থ গাঁথনিয়ে গ্ৰন্থখনক মনোজ্ঞ আৰু তথ্যদায়ক কৰিছে। সত্ৰ এখন সম্পৰ্কে জানিবলগীয়া সকলো ন পুৰণি কথাৰে দক্ষিণপাট সত্ৰ পঢ়িলে এটা জলজলীয়া ধাৰণা হয়। গ্ৰন্থখন আগ গুৰি মাৰি পঢ়িলে কাল চক্ৰৰ

বিষৰ্ত্তনত হোৱা আহোম ৰাজত্বৰ সকলো উথান, পতন, বৈভৱ, দুৰ্দশাৰ মনোৰমকৈ উপস্থাপিত তথ্য অৱগত হব পাৰি। আহোমসকলৰ ধৰ্মৰ শাসনত কৰ্ম সংগঠনৰ গতি-গোত্ৰ সম্পৰ্কেও আৰু স্বৰ্গদেউসকলৰ প্ৰজাৰ ধৰ্মৰ প্ৰতি আগ্ৰহ আৰু দুৰাগ্ৰহৰ দৃষ্টান্তও জলজল পটপটকৈ জানিব পাৰি। মুঠতে 'দক্ষিণপাট সত্ৰ' অসম বুৰঞ্জীৰ এছোৱা।

সত্ৰৰ কথা সমাপ্ত কৰি স্বাধীনোত্তৰ যুগত বৰ্তমান সত্ৰৰ ম্লানমুখিতাৰ কাৰণে দুঃখ প্ৰকট কৰি বেণুধৰীয় ভাষাৰ ঘাই সুঁতিটোলৈ বাগৰি গৈ উদাত্ত আলঙ্কাৰিকতালৈ উধাও কৰিছে :—

"কিন্তু, গভীৰ পৰিতাপৰ বিষয় যে প্ৰাক্ বৃটিছ আৰু বৃটিছযুগীয়া ৰাজতন্ত্ৰ প্ৰদত্ত পৃষ্ঠপোষকতা, সমাজ ধৰ্মানুশাসনৰ একচ্ছত্ৰিত্ব আৰু ৰজা প্ৰজা সকলোৰে হৃদয় উপচি যোৱা বিমল ভক্তিৰ সমন্বয়ত যোৱা তিনিশ বছৰে দক্ষিণপাট সত্ৰৰ যি ম হমময় বুৰঞ্জী সৃষ্টি হ'ল, সেই বুৰঞ্জীৰ কেইটিমান অধ্যায় নৱলব্ধ স্বাধীনতাৰ আদৰ্শ প্ৰভাৱত ম্লান পৰি অহা যেন অনুমিত হৈছে। আজি ম'ৰচীকামৰ যান্ত্ৰিক সভ্যতাৰ মহামোহ আৰু মানৱীয় নীতি-সদাচাৰ ভ্ৰষ্ট অনীশ্বৰতা বাদিতাৰ বিৰাট প্ৰদৰ্শনীয়ে ৰাজকীয় অনু- দ্যোগিতাৰ লগে লগে লাগি আধ্যাত্মিক, পাৰত্ৰিক চিন্তা গৱেষণা প্ৰসাৰ পৰিবৰ্দ্ধনত মাধমাৰ বহুৱাইছে। সিমানেই নহয়, ধৰ্ম নৈৰপেক্ষিক শিথিল ৰাষ্ট্ৰতন্ত্ৰই সনাতন বৈদিক ধৰ্মৰ ক্ষেত্ৰসমূহত একোটা অগ্নিগড় মৰা যেন লাগিছে। এনে উভয়সঙ্কট বিভ্ৰাটৰ মাজত অধিষ্ঠিত হৈছে প্ৰভু শ্ৰীশ্ৰীৰমানন্দ দেৱ গোস্বামী দক্ষিণপাট সত্ৰৰ ধৰ্ম গাদীত—ব্ৰহ্ম মূৰ্ত্তিৰূপে। সমুখত দণ্ডায়মান অগ্নিগড়ত মহাপ্ৰভু যাদৱ ৰায়ে যেন মেঘপুষ্প বৰ্ষণ কৰক।" (দ: স: পৃ ১১০)

সত্ৰৰ প্ৰতি এনে এটি আবেগপূৰ্ণ নিষ্ঠাই কিতাপখন ৰসাল আৰু মোহনীয় কৰিছে। "দক্ষিণপাট সত্ৰ" নিঃসন্দেহে শৰ্মাৰ বৃহৎ অথচ অন্যতম মহান গ্ৰন্থ।

ফুলচন্দন: ১৯৬৯ চনৰ জানুৱাৰী মাহত 'ফুলচন্দন' নামৰ প্ৰবন্ধ সংগ্ৰহখন প্ৰকাশিত হৈ ওলায়। প্ৰচ্ছদপটৰ ছবিটোৰ কেইবাবৰণীয়া ৰঙৰ ফুলৰ ছবিটোৰ দৰে ইয়াতো বিবিধ বিষয়ৰ প্ৰবন্ধ সন্নিবিষ্ট কৰা আছে। সাহিত্যৰ সমালোচনা, সাহিত্য বুৰঞ্জী, ৰাজনৈতিক বুৰঞ্জী, ভ্ৰমণ, ভৌগলিক বিৱৰণ সকলো ফুলচন্দনত থূপ খাই আছে। এই প্ৰবন্ধবোৰৰ সৰহ ভাগ আকাশ বাণীৰ দহমিনিটীয়া কথিকাৰ পাল ৰক্ষা কৰিবলৈ লিখা।

কেইটামান আন ঠাইত দিয়া লিখিত ভাষণ আৰু পত্রিকা বিশেষত প্ৰকাশিত হোৱা প্ৰবন্ধ। পাছে ভাবি চালে, এটা দুটাক এৰি, গোটেইখিনি প্ৰবন্ধৰ মূল ভেটি অসম বুৰঞ্জী বা অসম বৰ্ণন। আকাশ বাণীৰ প্ৰয়োজনত আৰু তেওঁবিলাকেই বান্ধি দিয়া সময়ৰ জোখাই প্ৰবন্ধৰ পৰিসৰ ঠেকাই ধৰিবলগীয়া হোৱাত আৰু নিৰ্দিষ্ট দিনত তাক প্ৰসাৰ কৰিব লগা হোৱাত সকলো কথা পদে প্ৰমাণে সাব্যস্ত কৰাৰ প্ৰচেষ্টা এই প্ৰবন্ধবোৰত নাই। এনে বহুত সিদ্ধান্তও আছে যাক বিচাৰ বুলি ধৰি লব নোৱাৰি। যেনে—'অসমীয়া সংস্কৃতিত চুতীয়াৰ চাপ' নামৰ প্ৰবন্ধত অসমৰ বহুত কথাই চুতীয়া প্ৰভাৱৰ আঁওতালৈ লেখকে টানি নিবলৈ চেষ্টা কৰিছে। সেই এটাইবোৰ চুতীয়াৰ অৱদান হয় নে নহয় তাক দোৱাই ভাবি চাবৰ অৱকাশ আছে। এটা নমুনা লওঁ—ভাটৌ সম্বন্ধে শৰ্মাই লিখিছে—"ভাটৌৰ জন্মভূমি যে চুতীয়া দেশত তাকো অলপ তং কৰিলেই বুজিব। চন্দমা, মদনা পৰ্বতৰপৰা অহা ভাটৌৰ চন্দনা মদনা, ৰাউল পৰ্বতৰপৰা অহাবোৰৰ নাম বা-ৰঙা, ভোলা পৰ্বতৰবোৰ ভোলা। শুকপক্ষি সকলোতে আছে কিন্তু চুতীয়াৰ আদি ভূমিত থকা বাবে এই শুকমুনি সকলে অসমীয়াৰ মুখত চুতীয়া দেশৰ পৰ্বত বোৰৰ নাম সোঁৱৰাই আছে"। ( ফুচ পৃঃ ১৪৩-৪৪ )। এই সিদ্ধান্ত হুৰমুৰ, নিতান্তই চুতীয়া প্ৰেমৰ উচ্ছ্বাসত কোৱা কথা। ভাটৌবোৰৰ নাম সিহঁতৰ গাৰ ৰং চং আৰু আকৃতিৰপৰা হোৱা। যেনে—চন্দনা, বুকুখনত ৰঙা চন্দনৰ ৰঙৰ লেপ এটা আছে। বা-ৰঙা ভাটৌৰ পাখী দুখনত ৰঙা পাখী অলপ থাকে। গাল পোৰা ভাটৌৰ গাল দুখনত কলা ডাগ থাকে, গলমণি ভাটৌৰ ডিঙিত মণি এধাৰৰ নিচিনা ৰঙা-নীলা মনিৰ নিচিনা চিন থাকে। ভোলা ভাটৌ আকৃতিত ডাঙৰ আৰু থোলোকা বিধৰ ( তুলনীয় ভোলা বেঙেনা )। ইয়াৰ বাহিৰেও টিঁয়া আদি নামৰ উল্লেখ কৰা নাই। তদুপৰি ভাটৌৰ জন্মভূমি যে চুতীয়া দেশত এই বুলি ন দি কলেও আমাৰ পক্ষীবিদ সকলে তাক সতকাই সমৰ্থন নকৰিব হবলা! চন্দনগিৰি বা মদন গিৰিৰ নামৰ সাদৃশ্যই এবিধ চৰাইৰ আদি ভূমি বা বাসভূমি নিৰ্ণয় কৰিব নোৱাৰে। এনেধৰণৰ হুৰমুৰ উক্তি বিস্তৰ আছে। থাকিলেও লেখকৰ মূল উদ্দেশ্য অব্যাহত আছে। লেখকৰ মতে "আমাক লাগে এনে এখন বুৰঞ্জী যিখন মন্থন কৰিলে গৰল নোলায়, অমৃতহে ওলায়, যিখনৰ বাক্য একোটিয়ে আত্ম-প্ৰতিষ্ঠা, আত্ম-প্ৰসাৰ কৰিবলৈ শক্তি প্ৰদান কৰে আৰু যিখনে জাতীয়ত্বৰ

আহ্বানত সকলো ভেদাভেদ জলাঞ্জলী দিবলৈ শিকায়।'' বেণু শৰ্মাই বুৰঞ্জী-মূলক প্ৰবন্ধবোৰত বুৰঞ্জীৰ এই আদৰ্শ মূৰ্ত্তিটোৰে উপাসা কৰি চলিছিল। ফলস্বৰূপে দেশপ্ৰেমৰ উচ্ছ্বাসত প্ৰবন্ধবোৰলৈ এটা তেজ উথলোৱা শক্তি আহিছে যদিও ঐতিহাসিকৰ কষটি শিলত তাৰ সিদ্ধান্তগত ঔজ্জ্বল্য কেতিয়াবা মোলান পৰাৰ সম্ভাৱনা নুই কৰিব নোৱাৰি।

সাহিত্য বিষয়ক প্ৰবন্ধ চাৰিটা আছে—'অসমীয়া কথা সাহিত্যৰ চমু আভাস', 'অকনোদই' 'বেজবৰুৱাৰ সাংবাদিকতা', আৰু 'পটস্তৰৰ পৰ্বতীত বুৰঞ্জীৰ আঁক'। তথ্য-পাতিৰ ফালৰপৰা কেউটা প্ৰবন্ধই সমৃদ্ধ আৰু কৌতুহলোদ্দীপক। কম পৰিসৰৰ ভিতৰত একোটা গুৰুতৰ বিষয়ক পৢ়ি মোহলগাকৈ বিস্তাৰ কৰাৰ কিটিপ শৰ্মাই নিজস্ব কৰি পেলাইছিল। 'অসমীয়া কথা সাহিত্যৰ চমু আভাস' প্ৰবন্ধটোক জুমুৰি কৰি কোনো গৱেষকে যদি আগবাঢ়ে তেনেহলে এখন উত্তম গ্ৰন্থৰ সৃষ্টি কৰিবলৈ সমৰ্থ হ'ব। ইয়াত দিয়া অসমীয়া গদ্যৰ বিভিন্ন স্তৰবোৰৰ কথা মনত ৰাখি অসমীয়া গদ্যৰ বিকাশৰ গতি থেদি যাবলৈকো অনুসন্ধিৎসুজনে সন্ধান পাব আৰু সমলো পাব। 'পটস্তৰৰ পৰ্বতীত বুৰঞ্জীৰ আঁক' নামৰ প্ৰবন্ধটি সংবৰ্দ্ধিত আকাৰে কিতাপৰূপে প্ৰকাশ কৰাৰ ইচ্ছা শৰ্মাৰ নিজৰেই আছিল। সেই অনুৰূপে আন গ্ৰন্থৰ পিঠিত গ্ৰন্থস্থ বুলি জাননীও দিছিল, পাছত নোলালগে। দুখৰ বিষয় সঠিক সমুদ্দেশ ( Exact reference) দিয়াযাৰ বেণু শৰ্মাৰ অভ্যাসত নাছিল। ওতাতয়া প্ৰবন্ধত ইমান সমুদ্দেশ দিয়া সম্ভৱো নহয়।

চুটি প্ৰবন্ধ হিচাপে 'ফুলচন্দন' আংশিকৰূপে বিছুকাললৈ সাহিত্য জগতত বৰ্ত্তি থাকিব। প্ৰবন্ধবোৰৰ আকৰ্ষণ গুণ আৰু জাতীয় প্ৰয়োজনীয়তাৰ কাৰণে ইয়াক ব'দ-বতাহে বেগেতে মোলান পেলাব নোৱাৰিব।

মৰমৰ কাবেং: এখনি সৰু গল্প সংগ্ৰহ ১৯৬৯ চনত পোনতে প্ৰকাশিত হৈছিল। পাছত ১৯৮০ চনত দ্বিতীয় তাঙৰণ ওলায়। বেণু শৰ্মাই ভাবিছিল 'পলসুৱা' কিতাপখন কোনে কিনিব? পাছে ছপা হোৱাৰ দুমাহমানৰ ভিতৰতে বজাৰত কিতাপখন নাইকিয়া হ'ল। নিজেই সন্তোষীয়া সুৰত পাতনিত লিখিছে বুজিলো—''মৰমৰ কাবেংখন কিছুমান পাঠকৰ কাৰণে বৰ মৰমৰ।" তেনেকুৱা মৰমৰ জিলিঙনিবেই, ডিব্ৰুগড়ৰ শ্ৰীমান মানিক চন্দ্ৰ হাজৰিকা আৰু নলবাৰী বালিলেছাৰ শ্ৰীমান উমেশ চন্দ্ৰ বৈশ্য এম. এই

মোক বৰকৈ পেৰপেৰাই থকাত দ্বিতীয় তাণ্ডৰণটো উলিয়াই দিলোঁ। ৰাইজে পঢ়ি ভাল পালে ভালেই পাম, নেপালেও ছপা আখৰত কিতাপ আকাৰে কাৰোবাৰ পুথি ঠগাৰ চুক এটাত চৈতন্যহীন হৈ পৰি থাকিবগৈ পাৰে। মোৰ আশা—কোনোবা কালত তাতে কোনোবা অনুসন্ধিৎসুৰ চকু পৰি মৰমৰ কাৰেঙত থকা গল্প কেইটাই চেতন পাব, অৰ্থাৎ ইইতৰ পৰ্বতীত লুকাই থকা আমাৰ কিছুমান সামাজিক দাৰনস্তুৰ আৰু আচাৰ-ব্যৱহাৰ ফটফটীয়াকৈ সংস্কাৰ কৰা হব।"

সন্তোষীয়া সুৰত লিখিলেও পাতনিধনৰ কথা কেইটাত অলপ যেন সঙ্কোচৰ ভাবো লুকাই আছে। প্ৰকাশ পোৱা বছৰৰ পৰা আঢৈ কুৰি বছৰৰ আগতে এই গল্পকিটা ১৯২৫ চনতে লিখা বুলি গ্ৰন্থকাৰে যদিও পাতনিত লিখিছে ইয়াৰে সৰ্বপ্ৰথম 'শিক্ষকৰ সুখ' নামৰ গল্পটো ১৯১৪ চনতে আলোচনীত ৬ষ্ট বছৰৰ প্ৰথম সংখ্যাতে ওলাইছিল। লিখক তেতিয়া শিৱসাগৰ হাইস্কুলৰ প্ৰথম শ্ৰেণীৰ ( class X ) ছাত্ৰ। বাকী কেইটাও অলপ কেইবছৰমান পাছে পাছে লিখা। গতিকে কম বয়সীয়া অৱস্থাতে লিখা গল্প, তাতে ১৯৬৯ চনত অসমীয়া গল্প সাহিত্য নতুন নতুন বাটেদি আগবাঢ়ি বহুত সমৃদ্ধিৰ আৰু গৌৰৱৰ গৰাকী হৈছিল। শৰ্মাৰ সাহিত্যিক জীৱনৰ এই সকস্ঁুতিটো মৰি সুঁতিত পৰিণত হৈছিল গতিকে ১৯৬৯ চনত তাক ছপাৰ আখৰেৰে কিতাপৰ আকাৰত প্ৰকাশ কৰিবলৈ অলপ সংকোচ হোৱাটোৰ স্বাভাৱিক কথা। পাছে গল্পকেইটাই একালত গল্পকাৰ ৰূপে খ্যাতি লাভ কৰাৰ যে প্ৰচুৰ সম্ভাৱনা আছিল তাক বঢ়িয়াকৈ সূচাইছে। ১৯১৪-১৫ চনত অসমীয়া সাধুকথাই মোট সলাই চুটি-গল্পৰ বোল লবলৈ, উপক্ৰম কৰিছিল। মৰমৰ কাৰেঙৰ গল্পকেইটাতো দুয়োবিধৰ বৰ্ণসঙ্কৰ হোৱা ৰূপ এটা পোৱা যায়। ইয়াত প্ৰতিফলিত হোৱা সমাজখনো ১৯৮০ চনৰ চেঙেলীয়া পাঠকৰ মনত অলপ আচহুৱা যেন লাগিলেও বয়সীয়া পাঠকৰ মনত নালাগে। ন-লেখকৰ অনভিজ্ঞতাৰ ছাপ কাচিৎহে কেতিয়াবা পোৱা যায়। নতুন যৌৱনৰ আবেগমুখিতাৰ ছাপ কেইটামান গল্পত আছে সঁচা, কিন্তু বাস্তৱতাৰ পৰিবেশত তাক খাপ খুৱাব জনাৰ ফলত সেই ধৰণৰ আবেগ-মুখিতাৰ ৰং চং আৰু অতি শয়তাৰ ওচৰ চাপিব পৰা নাই। 'হিহু থকহি' গল্পটোৰেই তাৰ চানেকি। ৰোমাণ্টিক পৰিবেশ ৰচনাৰ আগ্ৰহত কেতিয়াবা সম্ভাব্যতাৰ প্ৰতি আওকণীয়া হোৱা গল্পলেখকৰ যি ত্ৰুটি

ভালৈ মাজে মাজে ন-লেখকৰ ভুৰ্ভং নাথাকে। দুই এঠাইত এনে একোটি স্থিতি চকুত পৰে যেনে 'বিহু থকহি' গল্পত "তেলগছ ওৰফে কানুৰাম আৰু সেই দুমাহৰ আগৰ তেল পৰি পিছলা তেলগছ হৈ থকা নাই, কয়লাৰ দৰেই কলা কিম্ভুত কিমাকাৰ মূৰ্তি এটা হ'ল। কালিন্দ্ৰী কেঁচেলুৱাতে বাৰী হ'ল। তথাপি অলপ কেইবছৰমান পাছতে যেতিয়া আচম্বিতে দুয়োৰো দেখা-দেখি হ'ল তেতিয়া কিম্ভুত কিমাকাৰ তেলগছক কালিন্দ্ৰীয়ে অলপতে চিনিলে কিন্তু কেঁচেলুৱা বাৰী কালিন্দ্ৰীক কিয় চিনি নাপালে, সৌৰবাই নিজকে চিনাই দিব লগা হ'ল কেলেই তাৰ বোধগম্য কাৰণ লেখকে নজনালে। আচল কথা 'বিহু থকহি' এই ৰোমাণ্টিক স্থিতিকণৰ পৰিবেশ ৰচিবলৈ তেলগছে কালিন্দ্ৰীক চিনি নোপোৱা কৰি থলে, অথচ তেলগছ নিৰ্বোধ নিঃসাৰ মানুহো নহয়। ৰোমাণ্টিকতাত অভিভূত নোহোৱা হলে এই ফেৰা অসাম্ভাৱনাৰ হাত সাৰিব পাৰিলেহেঁতেন। এনেকৈ গল্পবোৰত দুই এটা খুঁতি নাতি উলিয়াব পাৰি তাকো উলিয়াওঁ বুলি ধৰিলেহে। গল্পবোৰৰ মনোমুগ্ধকাৰিতাই সেইবোৰ ঢাকি ঢাকি লৈ যায়।

"মৰমৰ কাৰেঙৰ' এটাইতকৈ মনোমোহা দিশটো হৈছে ইয়াৰ মধুৰ ছবি যেন বৰ্ণনা একোটা। বেণুধৰীয়া ভাষাৰ এটা মনোমোহা ৰীতি এই বৰ্ণনাবোৰত প্ৰকাশ পাইছে। উদাহৰণ স্বৰূপে 'পতিতোদ্ধাৰ' গল্পৰ তৰাবতীৰ চুলিটাৰৰ বৰ্ণনাকে লব পাৰি—

"তাইৰ মূৰৰ চুলি ইমান কলা আৰু দীঘল যে, কোনোবাই যদি তাইৰ নামটো তুলাৱতী নিদি কেশৱতী দিলেহেঁতেন তেন্তে কবলৈকে ঠাই নাথাকিলহেঁতেন, নাৰে গাৰে তেনেই মিলি পৰিলহেঁতেন। চুলিৰ বৰণ চালে ভোমোৰাটোক চাবই নালাগে, দীঘলতো শুদাশুদি নহয়। থিয় হৈ—খোপাটো সোলোকাই মেলি দিলে ভৰিৰ কলাফুল পায়গৈ। গা ধুই উঠি থিয় হৈ তিতা মূৰত কাকৈ-ফণী মাৰিবৰ সাধ্য নাই চুলিৰ ভৰত গোটেইজনী পাছ ফাললৈ ধেনুভিৰীয়া হৈ উভতি যায়। তাঁৰত মেলিহে চুলিকোছা শুকাব পাৰে। সেইদৰে শুকুৱাই নললে, তাইৰ যিটোহে কলডিলীয়া খোপা বান্ধবই নোৱাৰে। কাঁচিয়লি ৰদত তৰাবতীয়ে যেতিয়া চুলিবোৰ জেলাই লাহকৈ তাঁৰত মেলি দিয়ে তেতিয়া ৰদৰ জিলিঙণিত যিটো জিকমিকলি উঠে তাক দেখিলে এনেকুৱাহে লাগে যেন ওৰ যাব খোজা মোচোৰা গোম সাপৰ চকুৰ তৰবৰণিহে ওলাইছে। বেলি উঠাৰ লগে লগে তৰাবতীয়ে নিতৌ এইদৰে

কলাফুলত পৰা নীবল-চুলিকোচা ভালি ভালিকৈ তাঁৰত মেলি দিয়ে আৰু নিতৌ বেলিৰ পোহৰ পৰি কিচ্ কিচ্ কৰে কলা চুলিখিনি জিকমিকাই থাকে।”

মৰমৰ কাৰেঙৰ গল্প কেইটি সমাজৰ সঁচা কথাৰ বৰভেটিতে জন্ম লোৱা। একালৰ অসমীয়া সমাজখনৰ ফটফটীয়া পোহৰ ছবি এখন প্ৰতিটো গল্পৰ পটভূমিত প্ৰকাশ পাইছে। গল্পকাৰ শৰ্মাই আক্ষেপ কৰিছে যে আজি সেই সমাজখনে মোট সলালে, তেখেতৰ ভাষা আৰু কোনে বুজিব? বুজিব, আগলৈকো বুজিব। গল্পৰ মাজত থকা সমাজ শুধৰণিৰ ইঙ্গিতটোৰ কথা আৰু ভালকৈ উপলব্ধি কৰিব। পতিতোদ্ধাৰ নামৰ গল্পত উচ্চ নীচৰ ভেদাভেদ যে কৃত্ৰিমতাৰ বেৰে আবৰা তাক দেখুৱাই প্ৰশ্ন কৰিছে—ভৰাৱতীৰ পূৰ্ব্ব পুৰুষত কপালত চান বছা ইবোৰ তেজ মঙহ অহল্যা হৈয়ে পৰি থাকিবনে?” কম বয়সত লিখা হলেও গল্প কেইটাই লেখকৰ সমাজ সচেতনতাৰ পৰিচয় বহন কৰিছে। এই কেইটা গল্পৰ লগত আহিঁগত ভেদ অনুভব কৰিলেও অপৈনত লেখকৰ চিন হলে পাঠকে বিচাৰি নাপাব। মৰমৰ কাৰেং পঢ়িলে ভাব হয় সঞ্চিত অভিজ্ঞতাৰে ভৰপূৰ বেণুধৰ শৰ্মা। গল্প ভাৰতীৰ পৰা আঁতৰি নহা হলে অসমীয়া সাহিত্যৰ এজন শ্ৰেষ্ঠ গল্পকাৰ বুলিও খ্যাতিমান হলহেতেন। পাছে কি হব? বুৰঞ্জীৰ গ্ৰাহে গল্পকাৰ বেণুধৰক গ্ৰাস কৰিলে।

চটাই চৰাৰ কথা :—একে চনতে আৰু এখনি গ্ৰন্থ প্ৰকাশিত হৈছিল চটাই চৰাৰ কথা। খুহুতীয়া কথাৰ এই মেলখন বিভিন্ন সময়ত টুকি থোৱা ৰহইচ বোৰৰ সংগ্ৰহ পুথি। এই বিষয়ত হেমচন্দ্ৰ বৰুৱাৰ ‘বাহিৰে ৰং চং ভিতৰে কোৱা ভাতুৰি, গুণাভিৰাম বৰুৱাৰ কঠিন শব্দৰ ৰহস্য ব্যাখ্যা, বেজবৰুৱাৰ ৰচনা এইবিলাকৰ প্ৰভাৱে ক্ৰিয়া কৰা যেন অনুমান হয়। বেণু শৰ্মাৰ সোঁৱৰণ মূলক লেখা বিলাকত হাস্যৰসৰ ছিটিকণি অলপ নহয় অলপ থাকেই। এই বিধৰ ৰচনাত কাহানিও সুকিয়াকৈ মন পুতি লগা নাছিল। সৰুতেই শিৱসাগৰত পঢ়া কালতে শৰ্মাই ‘বংশীবদন সভাপণ্ডিত’ এই ছদ্ম নাম লৈ আলোচনী কাকতত দুটামান খুহুতীয়া প্ৰবন্ধ লিখিছিল। বেণুধৰৰ শব্দান্তৰ বংশীবদন, শৰ্মাৰ পৰিবৰ্তে ঘৰখনৰ পূৰ্বৰ সভাপণ্ডিত উপাধিটো জুৰি দিলে। প্ৰবন্ধ দুটা যদু পাচঁনী আৰু নৰাই অধ্যাপকৰ

প্ৰাকৃত হোৱা কথোপকথনৰ যোগেদি কঠিন শব্দৰ ৰহস্য ব্যাখ্যা ধুৰন্ধীয়া ভাবে কৰিছে। ইয়াৰ 'হিউমাৰ' যদিও ওপৰ থাপৰ নহয় তথাপি স্থানীয়া জীৱনৰ এটা সাহিত্যিক প্ৰচেষ্টাৰ চিন স্বৰূপে আৰু চটাই চৰাৰ পূৰ্ব্বপুৰুষ কেনে আছিল তাৰো আভাস পাবলৈ একেৰিমান তুলি দিয়া হল—

"পাচনী— * * * পিছত গৈ (গোবৰ্দ্ধন) আৰু ছুৰছুৰৰ মুৰত বি, এল, হল। ইনো কি?

অধ্যাপক—বি. এল অৰ্থাৎ বেল বেল।

পাঁচনী—তমুখে মহলাৰ অপূৰ্ব ব্যাখ্য শুনি কৃতাৰ্থ হলো। তেতিয়াক পৰা গোবৰ্দ্ধন মাজ নিশা ঘৰ চাপে। বৈণীয়েকে বেজাৰ অসন্তোষ কৰে। গোবৰ্দ্ধনে কেনকেনাবলৈ ধৰে। সি ৰাতি দুপৰলৈকে কেনেকুৱা আৰু কি কি উপায়েৰে দেশৰ হিতকৰ মহৎ কাৰ্য্য কৰিব লাগিছে এই বিলাক কথা বৈণীয়েকক বুজাবৰ নিমিত্তে কেনকেনাই থাকি ৰাতি পুৱৱায়। বৈণীয়েকৰ শোৱন নাই পাৱন নাই, টানি মানি এবছৰ থাকি, ছোৱালীটিয়ে ছুধৰ হাত সাৰি গ'ল। হৰি হৰি, মহলাত উঠিলে এনে হয় নে? শিক্ষা পালে উন্নতিৰ বাটত আগ হব লাগে। আজিকালি শিক্ষিত মানুহ পাচ হয়। অ, সেই দেখিহে বুঢ়াই মেধিৰ পুতেক মহলাত উঠিলত বাপেকে উৰাই ঘূৰাই কান্দিছিল বোলে অত ধন ভাঙিলো লৰাটি আগ হব নোৱাৰিলে পাচ হ'ল। জনা সকলে আহি বুজাই কলে বোলে আগ হোৱাকে ইংৰাজীত পাচ হোৱা বোলে। বুঢ়া মেধীয়ে তেতিয়া হে উশাহ লৈছে। কলিযুগত সকলো কথা তলওপৰ হয়।

অধ্যাপক—পাঁচনি যুগত ধৰ্ম্মৰ বল। কলিযুগত পাপ তিনিপদ, ধৰ্ম্ম এপদ। এই বিষয়ে পৰন্তে বিবৰি কোৱা হব। পাঁচনী—এৰা, পুৰুষ পূৰ্ব কালত নৈমিষাৰণ্যৰ ঋষি আছিল। ভাগ্যৰ বলেৰে আমি অধম প্ৰাণীয়ে তমুখে শাস্ত্ৰ ভাগৱতৰ ব্যাখ্যা শুনিবলৈ পোৱা হৈছে। সেৱা জনালো।" (আলোচনী—১ম বছৰ ৫ম সংখ্যা ১৮৩১ শক।)

কঠিন শব্দৰ ৰহস্য ব্যাখ্যাৰ কথাখিনিত হেমচন্দ্ৰ বৰুৱাৰ বাহিৰে বং চং ভিতৰে কোৱাভাতুৰীৰ কোৰথনীয়া মহাজনৰ শব্দ ব্যাখ্যা আৰু সেই সম্পৰ্কীয় কথোপকথনৰ প্ৰতি ধ্বনি শুনা যায়। সেই সময়ৰ (১৯১৫।১৬ চনৰ) উঠি অহা সাহি-ত্যোৎসাহী যুবকৰ আগত এই ধৰণৰ বিদ্ৰূপাত্মক হাস্যৰসৰ ৰচনা অনুকৰণৰ বস্তু আছিল।

চটাই চৰাৰ কথাৰ বিষয়বোৰ ঠিক এই ধৰণৰ নহলেও এই পটিয়েদি যোৱা। এইবোৰ বিভিন্ন সময়ত টুকি থোৱা একোটা কথাংশ। ১৯৬৯ ত তাকে সজাই প্ৰকাশ কৰিলে। বুৰঞ্জীত মজি থকা এজন সাহিত্যসেৱীৰ পক্ষে এনে বিধৰ ৰম্য ৰচনাত হাত পকোৱা সহজ কাম নহয়। ৰম্য ৰচনা হিচাপে পঢ়োঁতা ৰাইজৰ মাজত চটাই চৰা সৰবৰহী হৈছিল বুলি কব নোৱাৰি। এই গ্ৰন্থই কেৱল প্ৰমাণ কৰে যে বেণুধৰ শৰ্মা এজন সৰ্বতোগুণী সাহিত্যিক আছিল। এহা শুধীয়াকৈ হাত দিয়া হেতেন উপন্যাস, গল্প, ৰম্য ৰচনা সকলো ক্ষেত্ৰতে হাত পকাব পাৰিলেহেঁতেন।

১৯৬১ চনটো বেণুধৰ শৰ্মাৰ জীৱনত এটা লেখত লবলগীয়া বছৰ। এই চনতে কেইবাখনো গ্ৰন্থ প্ৰকাশ হোৱাৰ উপৰিও বেণুধৰ শৰ্মাৰ অভিনন্দন গ্ৰন্থখনিও প্ৰকাশিত হৈ ওলায়। গ্ৰন্থখন আছিল তেখেতৰ পয়সত্তৰ বছৰেকীয়া সাহিত্যিক জীৱনৰ গুণ সুৱঁৰি লিখা খ্যাতনামা লেখক লেখিকাৰ অভিনন্দন প্ৰবন্ধৰ সংকলন। সম্পাদন কৰিছিল অধ্যাপক শ্ৰীউপেন্দ্ৰ বৰকটকীয়ে, বিশেষ শ্ৰদ্ধা আৰু অশেষ পৰিশ্ৰমেৰে। ছপা হোৱাৰ অলপ দিন পাছতে কলিয়াবৰ সাহিত্য সভাই আনুষ্ঠানিকভাবে গ্ৰন্থখন শৰ্মাদেৱৰ হাতত অৰ্পণ কৰিছিল। উপেন্দ্ৰ বৰকটকীয়ে সংকলন আৰু সম্পাদন কৰিলেও আৰু কলিয়াবৰ সাহিত্য সভাই অনুষ্ঠান পাতি গ্ৰন্থখন অভিনন্দিত জনৰ শ্ৰীকৰকমলেষু কৰিলেও এই প্ৰচেষ্টাৰ অন্তৰালত গোটেই অসমৰ বিভিন্ন বয়সৰ আৰু সুখ্যাতিৰ লেখক আৰু লেখিকাৰ প্ৰবন্ধ সম্ভাৰৰ অৰিহণা আছে। ৰাইজৰ সমাদৰ লাভ কৰাৰ আৰু এটা কাৰণ হৈছে, শৰ্মাৰ জীৱনৰ আৰু চৰিত্ৰৰ বিভিন্ন দিক আৰু মুখ্য মুখ্য গ্ৰন্থৰ সমালোচনাও এই অভিনন্দন গ্ৰন্থত ঠাই পাইছে। তাতোকৈ শৰ্মাক ঘনিষ্ঠভাবে জনা মানুহে তেখেতৰ বহুমুখী প্ৰতিভা আৰু ব্যক্তিত্বৰ কথা পোহৰলৈ আনিছে। অসমীয়া সাহিত্যিকৰ জীৱদ্দশাত ৭৫ বছৰীয়া অভিনন্দন পোৱাৰ সৌভাগ্য দুই এজনৰ ঘটিছে। সেই দুই এজনৰে বেণু শৰ্মাও এজন। অভিনন্দন গ্ৰন্থৰ প্ৰবন্ধবিলাক শৰ্মাই নিজে চকু ফুৰাই দিছিল। কিন্তু লেখকৰ মতামত মনোমত নহলেও তাত হাত দিয়া নাছিল। তথ্য বা চন তাৰিখ আদিৰ হেৰফেৰ হলে তাকহে শুধৰাই দিছিল। সেই কালৰপৰা চালে বেণুধৰ শৰ্মাৰ জীৱনৰ কিছুমান কথাৰ বিষয়ত অভিনন্দন গ্ৰন্থৰ প্ৰামাণিকতা গ্ৰহনীয় হৈ থাকিব।

হেমচন্দ্র গোস্বামীৰ জীৱনী : ১৯৭২ চনৰ ৮ জানুৱাৰীত অসমীয়া সাহিত্যৰ পৰমাচাৰ্য্য পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ জন্ম শতবাৰ্ষিকী পাতিবলৈ অসম সাহিত্য সভাই স্থিৰ কৰে। সেই চনটো তেখেতৰ সোঁৱৰণী মতে ধাৰ্য্য কৰা হোৱা নাছিল। সেইটো আছিল স্কুল কলেজ আৰু অফিচৰ বয়স মতে স্থিৰ কৰা দিবস। তেতিয়া সোঁৱৰণীখন পোৱা নগৈছিল নেকি? সেই কথা যি কি নহওক সাহিত্য সভাৰ কাৰ্য্যপালিকাই থিৰাং কৰা মতেই উক্ত দিনত শতবাৰ্ষিকী পালনৰ দিহা কৰিবলৈ সাহিত্য সভাৰ কৰ্তৃপক্ষ উঠি পৰি লাগিল। পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ পুত্ৰত্ৰয়ে এই উপলক্ষে দেউতাকৰ ৰচনাৱলী প্ৰকাশৰ অৰ্থে দহ হেজাৰ টকাৰ এটি ধনৰ টোপোলা আগবঢ়ালে। সাহিত্য সভাৰ তেতিয়াৰ সম্পাদক আছিল শ্ৰীযতীন্দ্ৰ নাথ গোস্বামী। গোস্বামীয়ে এই বিষয়ে ভালকৈ মন-কাণ দিছিল। পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ ৰচনাৱলীৰ সংগ্ৰহ এখন আৰু জীৱনী এখন, এই দুখন গ্ৰন্থ প্ৰকাশ কৰিবলৈ সাহিত্য সভাই স্থিৰ কৰে। গ্ৰন্থ দুখন লিখিবলৈ আৰু যুগুতাবলৈ সম্পাদক গোস্বামীয়ে বেণুধৰ শৰ্মাক মাঁন্তি কৰালে। সেই সময়ত চকুৰ নেৰানেপেৰা পৰিশ্ৰম কৰাৰ সামৰ্থ্য কমিছিল তথাপি হেমচন্দ্ৰ গোস্বামীৰ জীৱনী লিখাৰ আৰু ৰচনাৱলী সংগ্ৰহৰ কামত পাছ হুঁহকিবলৈ তেখেতৰ সত নগল। হেমচন্দ্ৰ গোস্বামী তেখেতৰ বুৰঞ্জী বিদ্যাৰ আৰ্হি গুৰু, সাহিত্য কৰ্মৰ প্ৰেৰক। তেখেতৰ জীৱনী লিখা প্ৰকাৰান্তৰে শৰ্মাৰ মানত গুৰু ঋণ পৰিশোধৰ কাম আছিল। জীৱনৰ দেহলাও যেন প্ৰথম নহলেও প্ৰধান গ্ৰন্থ মণিৰাম দেৱানখন হেমচন্দ্ৰ গোস্বামীৰ নামতে উছৰ্গা কৰিছিল। গতিকে শৰ্মাই সানন্দে আৰু সাগ্ৰহে কামটো হাতত ললে। প্ৰকৃত পক্ষে হেমচন্দ্ৰ গোস্বামীৰ ৰচনাৱলী সংগ্ৰহ আৰু সম্পাদন কৰাৰ ভাৰ লবলৈ আৰু পৰমাচাৰ্য্য জনৰ পূৰ্ণাঙ্গ জীৱনী গ্ৰন্থ এখন লিখিবলৈ বেণুধৰ শৰ্মাতকৈ যোগ্যতৰ লোক দ্বিতীয় এজন আছিল বুলি মনত নপৰে। এই কামত লাগি থাকোঁতেই অধিক পৰিশ্ৰমৰ ফলত চকুৰ বিকাৰ বাঢ়ি গল। তথাপি কোনো মতে কামটো শেষ কৰিলে। জীৱনী গ্ৰন্থখনৰ চাফ নকল এটা কৰি বা কৰাই উলিয়াবলৈকো সময় নাপালে। ১৯৭১ চনৰ ১১ অক্টোবৰত গুৱাহাটী মেডিকেল কলেজ হাস্পতালত চিকিৎসাৰ কাৰণে আশ্ৰয় লৈ ২৭ নবেম্বৰলৈকে থাকিব লগা হল। এই অসুখৰ

ফলত এটা চকু অকামিলা যেন হৈ পৰিল। প্ৰাথমিক কপিটোকে নকল কৰি উলিয়াই সভাই প্ৰেছত দিলে। এই গ্ৰন্থ লিখি থাকোঁতেই Magnifying glass মাজে মাজে ব্যৱহাৰ কৰা দেখা আমাৰ মনত পৰিছে।

পণ্ডিত গোস্বামীৰ জীৱনীৰ যথেষ্ট সমল শৰ্মাৰ হাতত আছিল, কিছুমান নতুনকৈ সংগ্ৰহো কৰিছিল। সেইবিলাক জুকিয়াই আৰু তাক সজাই পৰাই লিখিবলৈ যিখিনি সময়ৰ প্ৰয়োজন আছিল আৰু যিমান শাৰীৰিক সুস্থতা লাগে তাৰ নাটনি পৰিছিল। সেইদেখি প্ৰথম কেইটামান অধ্যায় এটা পদ্ধতিত বেহা লগাই লিখা হলেও কিতাপৰ বাকী অংশ টোকা সংগ্ৰহ যেন হৈ পৰিল। অৰ্থাৎ সংগৃহীত সমলবিলাকক অৱলম্বন কৰি বেহা লগাই লিখিবলৈ গ্ৰন্থকাৰৰ শাৰীৰিক সামৰ্থ্য আৰু সময় নাছিল। চকুৰ বিকাৰৰ নিমিত্তে লৰালৰিকৈ সামৰিবলৈ তৎ হেৰাল। আন জীৱনী গ্ৰন্থ বা প্ৰবন্ধত পোৱা ৰসাল গদ্যৰ ধাৰাটো এইখন জীৱনীত প্ৰস্ফুট হৈ নুঠিল। তথাপি এই কথাকৰ লাগিব যে হেমচন্দ্ৰ গোস্বামীৰ অসমীয়া সাহিত্যৰ পৰমাচাৰ্য্যত্বৰ মূল কথাখিনি থাওকতে পোৱাৰ সুবিধা খিনি এই গ্ৰন্থই আমাক দিছে। গোঁসাইৰ সাহিত্যিক আৰু সামাজিক জীৱনৰ কথা ভালেমান আছে, দেশাত্মবোধৰ গৰিমাৰ চিনাকীও আছে, ব্যক্তিত্ব আৰু চৰিত্ৰৰ কথাও আছে, তাকে যেনিবা অলপ সিঁচৰিত হৈ আছে। গোঁসাইৰ জীৱনৰ পাছৰ কালৰ ঘৰুৱা জীৱনৰ আৰু বহুত কথাই ঠাই পাব লাগিছিল। পাছে ঘৰুৱা জীৱনৰ প্ৰতি শৰ্মা নিজে যেনেকৈ অনাসক্ত, জীৱনীৰ বিষয়ীভূত জনৰ ঘৰুৱা জীৱনলৈকো সিমান বেছি গুৰুত্ব দিয়াৰ প্ৰয়োজনীয়তা তেখেতে অনুভৱ নকৰিছিল। গ্ৰন্থখনত ইমান বেছি সমল আছে যে কোনোবাই হেম গোস্বামীৰ বিস্তৃত জীৱন চৰিত লিখি উলিয়াবলৈ হলে এইখন পুথিক কোলাৰ কাষতে নথলে উপায় নাথাকিব।

পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ ৰচনাৱলী— হেমচন্দ্ৰ গোস্বামীৰ বিভিন্ন ৰচনাৱলী পাবলৈ নোহোৱা হৈছিল। সাহিত্য সভাই পতা শতবাৰ্ষিকীৰ ফলস্বৰূপে মাজে মাজে ৰচনাৱলী ওলাই থকাটো বৰ আশাদায়ক কথা। এই ৰচনাৱলী মুদ্ৰণত কৰোঁতেও যাৰ পৰ নাই পৰিশ্ৰম কৰিবলগীয়া হৈছিল। কিন্তু পাতনিখন লিখাৰ আগতে চিকিৎসালয়ত শয্যাবন্দী হব লগা হ'ল। সুবিন্যস্ততাৰ আৰু সাজনৰ সৌষ্ঠৱৰ ফালৰ পৰা এই গ্ৰন্থখন

মনোমোহা আৰু কাৰ্যসাধক হৈছে। অসম সাহিত্য সভাৰ তেতিয়াৰ সম্পাদক যতীন্দ্ৰ গোস্বামীৰ লগতে আমিও বিশ্বাস কৰো যে—"পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ ৰচনাৱলী প্ৰকাশে পণ্ডিত গোস্বামীৰ প্ৰতিভাৰ প্ৰকৃত মূল্যাঙ্কন কৰাত সহায় কৰিব"। পাছে যদি শৰ্মাই নিজে এখন পাতনি লিখিবলৈ সুযোগ সময় পালেহেতেন সেই পাতনিখন নিশ্চয় সোণত সুৱগা যেন হ'লহেতেন। কিন্তু নহ'ল, আক্ষেপ এটিহে বৈ গ'ল। পাছে এই কথাও ঠিক যে বেণুধৰ শৰ্মাই যুগুত নকৰা হলে ৰচনাৱলীখন ইমান নদনবদন নহ'লহেঁতেন।

ৰচনাৱলীৰ গাঁথনিটো কালানুক্ৰম নহয়, বিষয়ানুক্ৰমহে। কালানুক্ৰম হোৱা হলে সম্ভাৰসমূহ হওঁতে জগাখিচিৰি যেন হ'লহেতেন কিন্তু সাহিত্যিক জনৰ মানসিক আৰু বৌদ্ধিক অগ্ৰগতিৰ উমান ধৰিবলৈ সুবিধা হ'লহেতেন। সেয়ে হলে দেখাত আৰু পাতনত শুভঁলা লাগিলহেতেন কাৰণ গ্ৰন্থিত সম্ভাৰ বিবিধ ধৰণৰ। প্ৰবন্ধ সবহ, কিতাপ বোলোঁতে কেৱল এখন—'ফুলৰ চাকি'। বিষয়ানুক্ৰমে সজোৱাত পঢ়িবলৈ সুচল হৈছে। পাছে লগতে প্ৰত্যেক খণ্ডৰ গুৰিতে পাতনি বা সম্পাদকীয় টোকা একোটি থকাহেঁতেন উত্তৰ কালৰ পাঠকৰ সুবিধা হ'লহেঁতেন। চকুৰ বিকাৰৰ কাৰণতে সেই কেৰা অধিকা কাম হৈ নুঠিল।

হেমচন্দ্ৰ গোস্বামীৰ ৰচনাৱলী ওলাল। কলিকতা বিশ্ববিদ্যালয়ে প্ৰকাশ কৰা অসমীয়া সাহিত্যৰ চানেকীয়ে এই সংগ্ৰহত স্থান নাপালে— পাবলৈ গলে যিমান ব্যয় সাধ্য হ'লহেতেন সিমানলৈ যাবলৈ অসম সাহিত্য সভাৰ সামৰ্থ্য নাছিল। এতিয়া অসম প্ৰকাশন পৰিষদে সেই কাম হাতত লোৱা বুলি শুনিছো আৰু শুনি আনন্দ পাইছো। লগতে আশা কৰিছোঁ হেম গোসাঁইৰ কৃতিত্ব যেন নতুন তাঙৰণত যোলান নপৰে বা পেলাবলৈ সদিচ্ছা-জনিত হলেও যেন সালসলনি কৰা নহয়। এই কাম সমাধা কৰিলে বেণুধৰ শৰ্মাৰ আত্মাৰ পৰিতৃপ্তি হব।

১৯৭২ চনৰ পৰা সাধাৰণ ভাবে শৰীৰ ভালে থাকিলেও চকুৰ শক্তি কমি যোৱাৰ কাৰণে আগৰ নিচিনাকৈ লিখা পঢ়া কৰিব নোৱাৰা হৈ আছিল। কিবা লিখিব লাগিলেও আনৰ হতুৱাই লিখাইছিল। সেই কামৰ বাবে ঘৰত মাঁজে মাজে একোজন লৰা আনি ৰাখিছিল। সদায় নিজ হাতে নিয়াৰিকৈ লিখা মানুহে আনক শ্ৰুতলিপি দি লিখোৱাটো পৰত আশ বনত

যাস যেন অনুভৱ কৰে, তাতে এজনক কৈ যাওঁতে তাৰাও আধৈ ফুটাফি ফুফুটে। এই কালছোৱাত দুই এটা প্ৰবন্ধ দি আডুৱা তবাৰ বাহিৰে আন বৃহৎ বা স্বল্প বৃহৎ কাম হাতত লোৱা সম্ভৱ নাছিল। তেনে অৱস্থাতো তেখেতে 'মজিয়াৰ পৰা মেজলৈ' নাম দি আত্ম জীৱনীখন লিখিবলৈ লৈছিল। এই কাম তেখেতে ষাঠি বছৰ পূৰ্ণ হোৱাৰ পাছৰ পৰাই কৰিবলৈ আউটি থৈছিল। তেতিয়া আত্ম-জীৱনীখনৰ নামটো পাঙিছিল—"ষাঠি বছৰে কি দেখিলো কি শুনিলো।" পাছত সেই নামটো কিবা কাৰণত নিজৰে ভাল নালাগি, তাক পৰিহাৰ কৰি, "মজিয়াৰ পৰা মেজলৈ" নামটোকে স্থিৰ কৰিলে। এই গ্ৰন্থ সম্পূৰ্ণ কৰিব নোৱাৰিলে, নোৱাৰিলেও আগতে জয়ন্তী, সন্ধম, ৰামধেনু, মনিদীপ আদিত কিছুমান সোৱৰণ মূলক প্ৰবন্ধ লিখিছিল। সেই সকলোবোৰ লগ লগাই সম্পাদন কৰিলে এখন মনোগ্ৰাহী গ্ৰন্থ পোৱা যাব।

১৯৭৩ চনৰ ২৬ জানুৱাৰীৰ গণৰাজ্য দিৱসত অসম চৰকাৰে ৪০০ টকীয়া সাহিত্যিক পেন্সনৰ প্ৰবৰ্তন কৰে। তেতিয়াৰ শিক্ষামন্ত্ৰী শ্ৰীহৰেন্দ্ৰ নাথ তালুকদাৰৰ বিশেষ প্ৰচেষ্টাত অসম চৰকাৰে এই প্ৰশংসনীয় ৰীতিটোৰ সূত্ৰপাত কৰে। প্ৰথম বাৰৰ বাবে এই বছৰত মুঠ বাৰজনৰ কাৰণে এই পেন্সন আগবঢ়োৱা হৈছিল। তাৰে ভিতৰত এজন আছিল বেণুধৰ শৰ্মা। এই চাৰিশ টকীয়া বৃত্তি প্ৰৱৰ্তিত হোৱাৰ লগে লগে আগতে পোৱা ১৩০ টকাৰ বৃত্তিটো পাছৰ চাৰিশ টকাতে জাহ গ'ল। এই কথাত তেখেত অলপ ক্ষুন্ন হৈছিল যদিও শেষত আৰ-তাৰ বুজনিত বৃত্তিটো গ্ৰহণ কৰিবলৈ মান্তি হ'ল। বৃত্তিটো যেতিয়া লাভ কৰিলে তেতিয়া তেখেতৰ পূৰ্বৰ পৰিশ্ৰম ক্ষমতা আক সৃজনী প্ৰতিভা তজবজীয়া হৈ থকা নাছিল। এই বৃত্তি তেখেতে অন্ততঃ ১০।১৫ বছৰ আগতে পাব লাগিছিল সেই কথা সকলোৱে অনুভৱ কৰিছিল। এই সাহিত্য পেন্সন পোৱাৰ পাছত তেখেতে এখন মাত্ৰ পুথি প্ৰকাশ কৰিব পাৰিছিল, কিন্তু সংগ্ৰহ—মণিৰাম দেৱানৰ গীত। প্ৰকাশিত হৈছিল ১৯৭৬ চনত।

মণিৰাম দেৱান গ্ৰন্থৰ পৰিশিষ্টত থকা মণিৰাম দেৱানৰ গীতৰ সংগ্ৰহটিকে পুস্তিকাকাৰে ছপাই উলিয়াইছিল, সালসলনি অলপো নাই। এঠাইত মাথোন দুফাকি গীত অগা-পিছা হৈ ছপা হৈছিল। পুস্তিকাখন বাৰ পৃষ্ঠাৰ, চাৰি পৃষ্ঠাৰ এখন পাতনি আছিল (ক-ঘ)। পাতনিত গীতখিনিৰ ৰীতি-

গুৰি বিশেষ নাই। কিন্তু ১৯৫২ চনত চাৰিঙত পতা মণিৰাম পিয়লিৰ তিথি উৎসৱত সভাপতি আছিল অসমৰ ৰাজ্যপাল জয়ৰাম দাস দৌলতৰাম। তাতে চাৰিঙৰ অগ্নিৰৰ খনিকৰ গাঁৱৰ বঙাই খনিকৰে, পোচাকী নাম বিষ্ণানন্দ খনিকৰে, কেইটামান গীত মহৰ শিঙৰ পেপাত উঠাই গাই শুনাইছিল। শুনি সকলোৱে ধইন ধইন কৰিছিল। খনিকৰ গাঁৱৰ এই সুৰ খনিকৰজনৰ কথা সুঁৰৰিবলৈহে যেন এই পুস্তিকাখন ছপালে এনে অনুমান হোৱাৰ স্থল আছে। হলেও মণিৰাম দেৱানৰ গীতখিনি সম্ভাতে হাতত পোৱাৰ সুবিধা হোৱাত প্ৰচাৰৰ ফালৰ পৰা ভাল কাম এটা হ'ল। 'মণিৰাম দেৱানৰ 'গীত' নামৰ গীত সংগ্ৰহ (১৯৭৬) পুস্তিকাখনেই বেণুধৰ শৰ্মাৰ শেষ সাহিত্য কৃতি। মণিৰাম দেৱানেই আছিল বেণুধৰ শৰ্মাৰ সাহিত্য-জীৱনৰ আগচোৱা কালৰ ধ্যান-জ্ঞান। 'মণিৰাম দেৱানৰ গীতে'ৰেই তেখেতৰ সুদীৰ্ঘ সাহিত্য-জীৱনৰ সামৰণি পৰে।

১৯৭৬ চনৰ পৰা ১৯৮১ চনলৈ মৃত্যু পৰ্যন্ত বাকী কেইবছৰ অতীত ৰোমন্থন মাত্ৰ। পাছে সুদীৰ্ঘ জীৱন লাভ কৰি দ'ল পৰিমাণ গ্ৰন্থ ৰচনা কৰিও বেণুধৰ শৰ্মাৰ হেঁপাহ পলোৱা নাছিল। মনৰ অদম্য উৎসাহ শৰীৰৰ লগত জঁয় পৰা নাছিল। কেইবাখনো অসমাপ্ত গ্ৰন্থ সম্পূৰ্ণ কৰিবৰ কাৰণে যেন ছটফটাই আছিল। মৃত্যুৰ ছয়দিন আগতে এই লিখকৰ ঘৰলৈ আহিবলৈ শৰ্মাই পুতেক নাতিয়েকইতক তবণি হেকৰাই দিলে। উপায় নাপাই মটৰ গাড়ী এখন অনাই বৰ পুতেক অজিত শৰ্মা আৰু সৰু নাতিয়েক অজয় শৰ্মাই ডাংকোলাকৈ মটৰত তুলি লিখকৰ ঘৰলৈ লৈ আহে। আহি বহিয়েই ইকালে সিকালে চাই ক'লে "এইটো তীৰ্থৰ ঘৰ নহয়, মোক কৰবালৈ আনিলিহঁক।" যেতিয়া ভিতৰৰ পৰা পৰিবাৰ গৰাকী ওলাই আহিল তেওঁক দেখি মোৰ ফালে চাই কলে—"হয় তোমাৰ ঘৰ।" সেই দিনা দুটা সন্দেশ আৰু চাহ দিয়া হৈছিল তাৰে এটিৰ আধা সৰি মাটিত পৰিল। আকৌ এটা আনি দিলত তাকো খালে। খাই উঠি কৈছিল—"মোক আৰু পাঁচ বছৰ আয়ুস লাগে, মই পঞ্চাশ বছৰৰ কাম কৰি যাম।" মাত ভালকৈ নোলায়, শেহাই শেহাই কথা কয়, তেতিয়াও পঞ্চাশ বছৰৰ কাম কৰি যোৱাৰ হেঁপাহে খাই মাৰিছিল। এনেকুৱাই কৰ্মবীৰ আছিল বেণুশৰ্মা। যুঁজত মাৰঘাত খায়ো সেই গাবেই উকাল মাৰি উঠি শত্ৰুক নিপাত কৰিবলৈ অস্ত্ৰ নিক্ষেপ কৰা যোদ্ধাৰ নিচিনা তেখেত আছিল অজেয় বীৰ।

১৯৭৬ চনৰ পাছৰ পৰা বাৰ্দ্ধক্যজনিত অসুস্থতাৰ কাৰণে মাজে মাজে শয্যাশায়ী হব লগা হোৱাত, ৰাজ্য সভাৰ সদস্য হোৱাৰ পাছত অজিত শৰ্মাই দেউতাকক দিল্লীলৈ চিকিৎসাৰ অৰ্থে লৈ যায়। তাত এমাহমান হাস্পতালত থাকি সুস্থবোধ কৰিছিল। দিল্লীৰ অসম এছোছিয়েছনে আগবঢ়োৱা সম্বৰ্ধনা সভাতো যোগ দিছিল। দিলে কি হব। দিল্লীবে বেণুশৰ্মাৰ ৰাহি জোৰা নাহে, তাত থাকি উশাহ-নিশাহ নোপোৱা যেন পায়। ১৯৭৮ চনত লিখকৰ ছোৱালীৰ বিয়াৰ সময়ত শৰ্মা দিল্লীত চিকিৎসাধীন হৈ আছিল। আহিব নোৱাৰি চিঠি আৰু তাঁৰ বাৰ্তাৰে শুভাশীষ পঠাইছিল। চিঠিত লিখিছিল "দিল্লীত থাকি ভাল লগা নাই, কাহানি যাওঁ কাহানি যাওঁ লাগিছে। * * * * জনতা গৱৰ্ণমেণ্টতো যেনিবা জেৰভেৰীয়া বোকাত থকা বৰগছ এজোপা।" অসমখন থাকে মানে দিল্লীহে নালাগে স্বৰ্গতুল্য স্থানেও বেণুশৰ্মাক সুখ দিব নোৱাৰিলেহেতেন। পুতেক বোৱাৰিয়েকে আৰু কিছু দিন থাকিবলৈ ধৰিছিল নাথাকিলে। গুৱাহাটীলৈ লৈ আহিবলৈ বাধ্য হ'ল।

দিল্লীৰ পৰা উভতি আহি কিছুদিন ভালেই আছিল। কেইবাখনো সাহিত্য সভাই এইখিনি সময়তে সম্বৰ্ধনা জনাইছিল। তাৰ ভিতৰত গুৱাহাটী সবিতা সভাই ৮৩ বছৰীয়া জয়ন্তী পালন, গুৱাহাটী জোনাকী সাহিত্য সভাৰ দ্বাৰা ইতিহাস-ৰত্ন উপাধি প্ৰদান, নিখিল ভাৰত বঙ্গ সাহিত্য সম্মিলনৰ দ্বাৰা দিয়া অভিনন্দন আৰু এহেজাৰটকীয়া মাননি টোপোলা, নাহৰকটীয়া সাহিত্য সভাৰ সম্বৰ্ধনাই প্ৰধান। এই সভাবিলাকলৈ অশেষ কষ্ট ভোগ কৰি হলেও গৈছিল, ৰাইজৰ অনুৰোধ উপেক্ষা কৰিবলৈ শৰ্মাই বৰ টান পাইছিল। এইদৰে এনে সময়ত সভাসমিতিলৈ যোৱা গৃহবৰ্তী সবে ভাল নাপাইছিল। কিন্তু এবাৰ যাওঁ বুলি ওলালে বেণুশৰ্মাক বাধা দিওঁতা কোনো নাছিল। আগছোৱা কালত যান-বাহনবো বাচ বিচাৰ নকৰিছিল। গৰুৰ গাড়ীত যদি কোনোবাই কোনোবা ধুবুৰীলৈ নিব খোজে তাতো আপত্তি কৰি পিছ হোহোঁকা মানুহ তেখেত নাছিল। ভেম কৰি এনেকৈ নিলেহে যাম বোলা কথাষাৰ মুখৰ পৰা নোলাইছিলেই। আনে সহায় নকৰিলে নিজে যেতিয়া বিচ্নাত উঠিব নোৱাৰিছিল, তেতিয়াও কৰবালৈ যাবলৈ ওলাই বিক্সা বিচাৰিবলৈ নাতিয়েকইতক পঠায়। অদম্য মনৰ বল থকা এনেকুৱা অশীতিপৰ বৃদ্ধ আন এজনৰ কথা মনত পৰা নাই।

১৯৮০ চনৰ নৱেম্বৰ মাহত ৮৬ বছৰ পূৰ্ণ হ'ল। শৰীৰ অসুৰ্খ হৈ পৰাত বাহিৰলৈ ওলাওঁ বুলিলেও ওলাব পৰা নাছিল। নিজৰ পুথি ভৰাল অধ্যয়ন আৰু মানুহ দুনুহ গলে কথা পতা আৰু শয়ন-কক্ষ আৰু সমুখৰ বাৰান্দাখনেই ওলোৱা সোমোৱা ঠাই হৈ পৰিছিল। আগতে কেতিয়াবা কেকাই থাকিলেও মানুহ গলে কথা পাতোতে যোলটকীয়া হৈ পৰিছিল। এতিয়াও কথা পাতে কিন্তু আগৰ নিচিনাকৈ অলপ সময় গলে যোলটকীয়া হৈ পৰাৰ সামৰ্থ্য হেৰুৱালে। বয়স হিচাপে যোল নৱেম্বৰত ৮৬ পূৰ হৈ সাতাশীত সোমাল। কথাবোৰ পাহৰিবলৈ ধৰিছিল যদিও মনটো পৰি যোৱা নাছিল। নিজৰ প্ৰিয় ঠাই, অনুৰাগী মানুহবোৰ আৰু আনকি পুৰণি কথা আৰু কিতাপৰ সমুল্লেখ বিলাকলৈ ঘনে ঘনে মনত পৰে। শেহাঁই শেহাঁই কৈ যাওঁতে কিবা পাহৰিলে তাকে মনত পেলাই দিলে পৰম হৰিষ হয়, নপৰিলে বা নেপেলালে কেতিয়াবা খঙকে উঠে। খোৱাৰ বিষয়তো খাচ অসমীয়া জলপানটোলৈ মনত পৰে। ২২ ফেব্ৰুৱাৰী অৰ্থাৎ পৰলোক প্ৰাপ্তিৰ ঠিক ৪ দিন আগতে এবাৰ তেখেতৰ ঘৰলৈ গৈছিলো। কথা প্ৰসঙ্গত মোক কৈছিল জকাইচুকৰ কোমল চাউল আৰু দৈ গাখীৰেৰে তোমালোক কেইজন মানেৰে জলপান এটা খাবৰ মন গৈছে। উত্তৰত কৈছিলো "কোমল চাউল বিচাৰ খোচাৰ কৰিলে পোৱা যাব কিন্তু জকাই-চুকীয়া ম'হৰ দৈ পোৱা টান হব। জকাইচুৰতে আগৰ দৈ নাই, ঠাইবোৰ তেনেই টকৰ্যৰী হ'ল।" তেখেতে শেহাঁই শেহাঁই 'টকৰ্যৰী'—শব্দটো উচ্চাৰণ কৰিলে। যেন দৈৰ অভাৱতকৈও 'টকৰ্যৰী' শব্দটোহে লাগতিয়াল কথা। মৃত্যুৰ দুৱাৰ ডলিতো অসমীয়া অৰ্থদ্যোতক শব্দ এটা শুনিলে তেখেতে ভাল পাইছিল। পাছত সেই জলপান আৰু খোৱা নহল।

সেই দিনা কথা বতৰা শুনি ভাল পোৱা যেন পাইছিলো; ভাবিছিলো মনৰ হাউচ পূৰোৱাকৈ গাড়ীখনেৰে আকৌ এপাক ফুৰাই আনিম। ভাল যেন দেখিলেও অজিতইঁতে কলে 'সন্ধিয়া লাগিবৰ হব, আজি আৰু নিনিয়াই ভাল।' থাকিল, কিন্তু ফুৰাবলৈ আৰু নাপালোঁ। ২১ ফেব্ৰুৱাৰীৰ পৰা ২৬ তাৰিখ পুৱালৈ ভালেই আছিল। তেখেতে মোক এদিন কৈছিল বহাগলৈকে মোৰ আয়ুস আছে, মইও ভাল যেন দেখি তাকে কৈছিলো "বেণুশৰ্মাৰ বহাগলৈকে একো নহয়।" পাছে মোৰ কথা নফলিয়ালে। মণিৰাম দেৱানৰ ফাঁচীৰ দিনা ২৬ ফেব্ৰুৱাৰীত (১৮৮১) পুৱা ফাঁচীৰ প্ৰায়

একে সময়তে ইহ ধাম পৰিত্যাগ কৰিলে। পাবৌঁতে নো আগন্তিনা নিশা ১১ বজাত পুত্ৰেক, বোৱাৰীয়েক নাতিয়েকসকলৰ আগত কৈছিল যে “মণিৰাম দেৱানেই মোৰ জীৱন আৰু মণিৰাম দেৱানেই মোৰ তেজ।”

বেণুধৰ শৰ্মাৰ ইহ জীৱনৰ শেষ তিনিমাহৰ শেষ নিশ্বাস ত্যাগ কৰালৈকে গোটেই কথাখিনি যেখেতৰ ৰবপোৰ সক নাতি শ্ৰীমান অজয় শৰ্মাই মৃত্যুৰ পাছতে দৈনিক অসমত লিখিছিল। অজয়ে ককাদেউতাকক দেউতা বুলিহে মাতিছিল, প্ৰবন্ধটোৰ নাম আছিল “আমাৰ ককাদেউতা আৰু নাই।” কিন্তু প্ৰবন্ধত ককাকৰ কথা দেউতা বুলিহে উল্লেখ কৰিছে। প্ৰবন্ধটো ইমান মৰ্মস্পৰ্শী যে তাক এই গ্ৰন্থত অবিকল্পেই তুলি দিলো। আমি তাতকৈ মৰ্মস্পৰ্শী কৰি লিখিব নোৱাৰিম।

“যোৱা প্ৰায় তিনিমাহ ধৰি দেউতাক আমি প্ৰায় সকলো সময়তে চাই থাকিব লগা হৈছিল। পুৱা টোপনিৰ পৰা সাৰ পোৱাৰে পৰা দেউতা শুই উঠা, চাহ খোৱা আদি দৈনন্দিন কাম কৰা লৈয়েই ঘৰখন ব্যস্ত হৈ পৰে।

স্বৰ্গীয় বেণুধৰ শৰ্মা আমাৰ ককাদেউতা। কিন্তু ঘৰ বাহিৰে সকতে দেউতা বুলি সম্বোধন কৰি লোৱাৰ কাৰণে আমি পাঁচোতাই দেউতা বুলিয়েই মাতিছিলো। সকছোৱাত দেউতা সম্বোধনত আমাৰ ভ্ৰমবশতও হৈছিল। ডাঙৰ হৈ জানিলো যদিও আমি সলাই বা শুদ্ধকৈ মাতিব নোৱাৰিলো, কাৰণ ককাদেউতা বুলিলেই আচহুৱা যেনহে লাগে। আমাৰ দেউতা সম্বোধনটো বৈ গ'ল। কিন্তু দেউতা গুচি গ'ল।

“দেউতা। আপুনি নানান ৰং ধেমালি, খং ৰাগ, মান-অভিমানেৰে আমাৰ লগতে সদায় থাকি এনেকৈ ঠগি যাব বুলি আমি সপোনতো ভৰা নাছিলো। কেতিয়াবা আপুনি খং কৰি কিবা কলে আমি ভিতৰলৈ আহি ভোৰভৰাইছিলো। আপুনি কৰিবলৈ দিয়া কাম আমি পৰাপক্ষত কৰি দিছিলোঁ কিন্তু কেতিয়াবা সময় অসময় নোহোৱাকৈ কলে ডাক ঘৰ বন্ধ বুলি ফাঁকিও দিছিলো। আপুনি কৰ্মযোগী পুৰুষ আছিল বাবে যি কোনো সময়তে কামবোৰ কৰিছিল আৰু আমিও সেই দৰে কৰাটো বিচাৰিছিল। কিন্তু যেতিয়া ৰাতি এক বজাতো ডাক ঘৰত চিঠিখন পেলাই থৈ আহগৈ বুলি পঠাইছিল তেতিয়া বাৰু আমি যাবলৈ আপত্তি কৰাটো ফাঁকি দিয়া হৈছিল জানো? আমাক আপুনি গালি পাৰিছিল “এইবোৰ ল'ৰা অকৰ্মণ্য, অলগৰ্দ্ধ, আগলৈ কেনেকৈ খাব। আমি তেতিয়া ভিতৰলৈ আহি হাঁহিছিলো এটাই

কেউটা গোট খাই। এতিয়া বাক এনেকৈ আমাক কোনে গালি পাৰিব?

"কিন্তু আমাৰ খঙাল দেউতা নৰেশ্বৰ মাহৰ পৰা সম্পূৰ্ণ বিপৰীত হৈ পৰিছিল। আগৰ খং ৰাগ সকলো নাইকিয়া হৈ গৈছিল। আমাৰ বৰ আচৰিত লাগিছিল। দেউতা কেনেকৈ ইমান সলনি হৈ গ'ল। ইমান মিহিকৈ কথাবোৰ কবলৈ ধৰিলে। সৰু ল'ৰা-ছোৱালীৰ দৰে আমি ভাবিছিলো—এইদৰে থাকিলেহে চন্তালিব পাৰিম। কিন্তু দেউতাৰ তেতিয়াৰে পৰা ভ্ৰম হৈছিল। আমি দেউতাক বৰ আলফুলে পৰিচৰ্যা কৰিছিলো, তেখেত বৰ দুৰ্বল হৈ পৰিছিল। অৱশ্যে নিজে দুৰ্বল বুলি কেতিয়াও নাভাবিছিল। ধৰি ধৰি এদিন মই অকলে বিচনাৰ পৰা নিঙঁতে পৰিব বুলি ভয়ত খুটাত ধৰি ৰ'ল। মই কলো, 'ৰ'লক মই ধৰিছো নহয়' তেখেতে ডডালিকে মোক কলে, "অ, জনা আছে নহয় ধৰাটোৰ গাত কিমান শ্ৰেংথ আছে।" আমি সকলোৱে খুব হাঁহিলো। মই সৰবে পৰা ক্ষীণ বাবে দেউতাৰ সদায় চিন্তা মোক কি খুৱালে শকত হম। প্ৰায়ে কৈ থাকে "কাৰো খবৰ নাই সেইটোক চাওঁতা নাই, ভালকৈ দেখুৱাব লাগে একো খাবলৈ নিদিয়ে" যেন মই কেও কিছু নাইকিয়া লৰা এটাহে।

"নিলে মোৰ কলমটো নিলে, ইয়াতে পইচা থৈছিলো নিলে, পিছি থকা চুৰিয়াখনো নিলে নহয়। চোৰবোৰৰ পৰা একো এটা থব নোৱাৰি।" এইবোৰ কথা দেউতাই সদায় কোৱা কাণত বাজি আছে; কাৰণ আমি জানো সংসাৰৰ বস্তুৰ ভঁড়ালটো মূৰৰ ভিতৰত লৈ হুঁচেই নাথাকে—ক'তনো বস্তুটো আছে বিচাৰি চাবলৈ। নিজেই থব নিজেই পাহৰি কলমুল লগাই দিব, ধৈৰ্য্যও নাই বিচাৰি দিবলৈ। এইবোৰ কথা এতিয়া ওপৰা-ওপৰিকৈ মনত পৰিছে।

"অসুখত পৰাৰ পৰা দেউতাই গুৱাহাটীত আছে বুলি নাভাবিছিল। গধূলি হলে মোক কব "আমাৰ বস্তু বাহানিবোৰ ভালকৈ বান্ধি লবা দেই। আমি ৰাতিপুৱা সোনকলে যাব লাগিব, শুই থাকিলে দেৰি হব। যাওঁতে বাটত দিমৌত সোমাব লাগিব, শিৱসাগৰত ৰব লাগিব।" জানজান দাদাই যেতিয়া সুধিলে "নাজিৰাৰ বিজয় ডাক্তৰৰ ঘৰত নোসোমায় নে কি? তেতিয়া কলে—অ' বিজয় ডাক্তৰৰ ঘৰত সোমাব লাগিব" পুৱা মোক প্ৰথমেই দেখিলে সোধে, আমাৰ বস্তু এই কেইটা আছিল নে? লাখুটি কিভাল, কাঁপোৰ কিথন? গোটেই জীৱনটো ঘূৰি ফুৰি শেহত বিচনাত

পৰি থাকিও মনটোৱে পদিয়াৰ পৰা ধুবুৰীলৈ ফুৰি ফুৰিছে। চাহ কাপ দিলে কব 'সন্দেশ' ক'ত? সেই কাৰণে জিন্তী বাইদেৱে স্কুলৰ পৰা ঘূৰি আহোঁতে সদায় ফাঁচী বজাৰৰ পৰা ভাল চানাৰ সন্দেশ বা ৰসগোল্লা লৈ আহিছিল। এদিন ভুজিয়া আনিবলৈ তং হেকৰাই দিলে। আনি টিং এটাত ভৰাই দিলত সক ল'ৰা-ছোৱালীৰ দৰে ৰাতিও উঠি উঠি খাই থাকে।

বিহুৰ পিছতে কিতাপ পত্ৰবোৰ লাগে বুলি কোৰাত আমি উলিয়াই আনি বহুৱাই দিছিলো, কিন্তু তেখেতে সোপাকে লণ্ড-ভণ্ড কৰি দলিয়াই কমুটিয়াই সাং কৰি পেলোৱা দেখি বুবুৱে চকুৰ আগৰ পৰা আঁতৰাই থবলৈ কলে। সকলুৰা ফটাচিটা কাগজ এটুকুৰাও সাঁচি থৈ টোকোৱা বাহৰ কুটা কঢ়িওৱা মানুহজনে নিজৰ কিতাপ পত্ৰকে চিনি নোপোৱা হ'ল, দেখি আমাৰ বৰ দুখ লাগিল। ইফালে আনি দে মোৰ কিতাপখন বুলি আমাক হাৰাশাস্তি কৰিবলৈ ধৰে। মাক দেখিলেই কয় কিতাপখন পালানে? হয় মোৰ কিতাপ আনি দিয়া নহয় বেণুধৰ শৰ্মাৰ "খুট্‌ কাটা।" আমি হাঁহি মৰো। দেউতাই কিতাপ বিচাৰি থকা অৱস্থাতে জানুৱাৰীৰ যোল্ল তাৰিখে মই এখন ফটো তুলি থৈছিলো। যোৱা ২১ ফেব্ৰুৱাৰীৰ দিনা দেউতাই পুৱা চাহ জলপান খাই উঠিয়েই বিক্সা এখন আনিবলৈ তং হেকৰাই দিলে। কেনি যাব বুলি সোধাত যজ্ঞেশ্বৰ শৰ্মাৰ ঘৰৰ পৰা আহোঁ বুলি কলে। ইফালে যজ্ঞেশ্বৰ শৰ্মা ককাৰ ঘৰ হ'লগৈ নগাঁৱত। আমি বিমোৰ হলো। দেউতাই কলে "মই চিনি পাওঁ সেইটোহে ঘৰ।" উপায় নাপায় গাড়ী এখনত ভৰলুমুখৰ তীৰ্থশৰ্মা ককাৰ ঘৰৰ পৰাই আনিলোগৈ, তেহে ৰক্ষা। টুকুৰাৰ এসপ্তাহৰ আগতে দেউতা সোণাৰিলৈ যাবলৈ ওলাইছিল। গাড়ী এখন লাগে, সোণাৰিলৈ যাব। বাটত এঘাৰ বজাত নাজিৰাৰ কেছাৰীত কাম আছে। আমি কোনোমতে ফুচুলাই গাড়ী নাই বুলি কোৱাত আমাৰ কথাত বিশ্বাস নকৰিলে। জান দাদাৰ ওচৰত বহুৱাই থৈ বিক্সা এখনকে আনিবলৈ গলো। সি হাঁহি হাঁহি বুজাই দিলে তিনিশ মাইল বাট যাব নোৱাৰি। কথাবোৰ দেউতাই ইমানেই পাহৰি গৈছিল।

পিছৰ সপ্তাহত অৰ্থাৎ ২৩ তাৰিখৰ পৰা ২৬ তাৰিখলৈ দেউতাই সুন্দৰকৈ খোজ কাঢ়ি ফুৰিছিল। আনকি হাতত লাখুটি ডালো নোহোৱাকৈ ফুৰিব পাৰিছিল। কেৱল চাবিকোছাৰ হিচাপ। কিতাপৰ আলমাৰিৰ তলা খুলি দিব লাগে। আমিও নিশ্চিত হৈ গৈছিলো যে জাৰৰ দিন গ'ল যেতিয়া

লাহে লাহে দেউতা আৰোগ্য হব। দেউতাই পাটো ভাল পাই আছিছিল আৰু ২৫ ফেব্ৰুৱাৰীলৈকে আনন্দ মনেৰে কটাইছিল। আগদিনা গধূলি শৈলেন ভট্ট দাদা আহি বহঁাতে আধৈ থাম বুলি কলে। মায়ে আধৈ জলপান গোটাই দিলত বিচনাত বহি তেখেতে ফটো গ্ৰাফাৰটো মাতিবলৈ ক'লে। বানা দাদাই মোক মাতি আনিলে। মোক দেখি দেউতাই এইটো প'জত ফটো এখন লব লাগে অ' বুলি ক'লে। মই বেডি ওৱান, টু, থি বুলি ফটো এখন তুলিলো। কিন্তু ভবা নাছিলো সেই খনেই দেউতাৰ শেষ ফটো হব।

"ৰাতি ভাত পানী খাই উঠি আমি এটাই কেউটাই দেউতাৰ বিছনাত বহি কথা পাতি ধেমালি কৰি আছো। বানা দাদাক ক'লে "তই কাইলৈ আপাহৰিবি দেই। ৰাতিপুৱা গাড়ী এখন আনিব লাগিব। বানা দাদাই আনিম বুলি কোৱাত ক'লে—"অ' তই শলাগাত থিক আছ, পিছে কাইলৈ নপলাবি।" বাতুল দাদাই সুধিলে মহা আপুনিনো কোনফালে যাব।" বেঙ্কলৈ এঘাৰ বজাত যাব লাগিব বুলি কোৱাত জুমন বাইদেৱে সুধিলে 'আপুনিনো বেঙ্কত কি কৰিব?' "পয়চা উলিয়াম, পুঠীমাছ কিনিম?" জুমন বাইদেউক দেখি মনত পৰিল দৰবৰ কথালৈ। দেউতাই তাইক ক'লে অ'ই তই মোৰ চকুত দৰবটো দি দেচোন, টেবুলৰ ওপৰতে আছে।" তাই দৰবটো দিলত ক'লে 'একদম থিক হৈছে।' মায়ে ক'লে মই চোন গধূলি দিছিলোৱেই। কিন্তু জুমন বাইদেউ ডাক্তৰনীয়ে দিয়াটোহে যেন ঠিক। তাই কলে এতিয়া আপুনি শুই থাকক, মুঠিব আকৌ।" মুঠু মুঠু বুলি কৈ ইফালে তৎ মুহূৰ্ততে উঠিলেই। "বুইছ তহঁতে মোক কিতাপখন দে অকণমান চাই লওঁ। এই বুলি কোৱাত বানা দাদাই সুধিলে—"কোনখন কিতাপ।" দেউতাই ক'লে মণিৰাম দেৱান। "মণিৰাম দেৱানখন আপুনিতো ছপা কৰিলেই" মই কলো। "মই বুজিছো কিতাপখন মই কাটি কুটি শুধৰাই থিককৈ নথলে পিছত আকৌ ছপা কৰোঁতে ভুল থাকিলে বৰ বেয়া কথা হব। বুইছ মণিৰাম দেৱান খনেই মোৰ জীৱন মণিৰাম দেৱানেই মোৰ তেজ।" এই বুলি কৈ দেউতা নিতাল মাৰিলে।

"আমিও কিছু বেলিৰ মূৰত শুবলৈ গ'লোহক। আইতাই আঠুৱাখন খুচি ঠিক ঠাক কৰি থৈ গ'ল। বানা দাদাই আৰু বাতুল দাদাই ওচৰতে থাকিল ৰাতিটো। পুৱা (২৬ ফেব্ৰুৱাৰী) চাহ জলপান দিওতে জিন্তী বাইদেউক সুধিলে "আমাৰ ডাক্তৰনী নাই নেকি অ।" জিন্তী বাইদেৱে লৰালৰিকৈ

জুমন বাইদেউক মাতি আনিলেগৈ। দেউতা তেতিয়া বাথৰুমলৈ উঠি গৈছিল। তাই বাট চাই থাকিল। অলপ পৰ পিছতে দেউতাৰ প্ৰিয় খাদ্য আলু সিজোৱা আৰু বন্ধা কৰি সিজোৱাৰে সৈতে ৰুটি কৰি জিন্তী বাইদেউৱে হাতত দি দেউতাৰ বাবে গাখীৰ গৰম কৰিবলৈ গ'ল। দেউতাই ৰুটিখন "আজি বৰ ঠিক হৈছে বুলি আৰু এখন আনিবলৈ জিন্তী বাইদেউক ক'লে। তাই ৰুটি আনিবলৈ গ'ল কিন্তু ৰুটি দিবলৈ আৰু নাপালে। ভিড়িত কৰি অকণমান লাগি ধৰিলে। আটাই কেউটা উধাতু খাই বিছনাৰ ওচৰ পালোগৈ। মায়ে ধৈৰ্য্যৰে চেষ্টা কৰি ভিড়িত লগা খিনি উলিয়াই দিলে। কিন্তু মোৰ ঠাইতে মূৰ থৈ মোৰ হাত এখনত মুঠি মাৰি ধৰি দেউতাই শেষ নিশ্বাস পেলালে।. জুমন বাইদেৱে লৰালৰিকৈ ইনজেকচন এটা দিলে। কিন্তু তাই সিৰডাল বিচাৰি নেপাই কান্দি কান্দি যেতিয়া কলিজাত হাত দিলে তেতিয়াহে আমি সকলোৱে বুজিলো যে দেউতাই আমাক ঠগিলে। জুমন বাইদেৱে গাখীৰ আনি খুৱাবলৈ যত্ন কৰিলে। জিন্তী বাইদেৱে দেউতাক ইমান মাতিলে কিন্তু দেউতাই আৰু নামাতিলে।"

*　　*　　*　　*

এইদৰে নাতি নতিয়ান ধৰ্মপত্নী, সেৱাপৰায়ণা বোৱাৰীয়েকেৰে পৰিবেষ্টিত হৈ বেণুশৰ্মাই স্বধামলৈ গতি কৰিলে। মৃত্যুৰ আগদিনালৈকে অৰ্থাৎ দহ ঘণ্টাৰ আগলৈকে অসমীয়া সাহিত্যলৈ দান কৰা স্বগ্ৰন্থৰ পুনৰ্মুদ্ৰণত যাতে ভুল নাথাকে তাৰহে চিন্তা কৰিলে। পৰলোক গতিৰ আগ মুহূৰ্ততো অসমীয়াৰ গৌৰৱ আৰু অসমীয়া সাহিত্যৰ সমৃদ্ধিৰ চিন্তাই তেখেতক লগ এৰা দিয়া নাছিল। মৃত্যুৱেও বেণু শৰ্মাক পৰাজয় কৰিব নোৱাৰিলে, মুহূৰ্তৰ ভিতৰতে সুকৰকৈ কেনি গতি কৰিলে মৰণ দেৱতায়ো কিজানি গম নাপালে।

তেওঁৰ দুই পুতেক অজিত আৰু পুলিন মৃত্যুৰ সময়ত ওচৰত নাছিল। অজিত শৰ্মা আছিল দিল্লীত, তেতিয়া ৰাজ্যসভাৰ অধিবেশন চলি আছিল। ফোন যোগে খবৰ দিয়া হল। অজিতৰ পৰা উত্তৰ আহিল যে তেওঁ আহি নোপোৱালৈ মৃতদেহ শ্মশানলৈ নিব নালাগে। সৰু পুতেক পুলিন শৰ্মা নগাঁৱত উচ্চ শ্ৰম-বিষয়া। তেও আগদিনা আহি গৈছিল। পাছদিনা অফিচ গৈ পাওঁতেই পিতৃবিয়োগৰ মৰ্মান্তিক খবৰ পালে। তেওঁ সেইদিনাই গুৱাহাটী পালেহি। অজিত শৰ্মা ২৬ তাৰিখে আহি ৰাতি বিমান যাত্ৰাৰ

হেৰফেৰত পৰি কলিকতাতে দুঃশ্চিন্তাৰ মাজত ৰাতি পুৱাব লগা হল। পাছদিনা পুৱাৰ বিমানত আহি ঘৰ পালেহি।

আকাশবাণীৰ যোগে বেণুশৰ্মাৰ বিয়োগ বাতৰি গোটেই অসমতে বিয়পি পৰিল। চিঠি, তাৰবাৰ্তা, কোন বাৰ্ত্তাৰ যোগে অসমৰ নগৰ চহৰ চুক-নিচুক সকলো ঠাইৰ পৰা সমবেদনাৰ ধল উঠিল। গুৱাহাটীৰ ঘৰত লোকে লোকাৰণ্য—২৬ ফেব্ৰুৱাৰী গোটেই দিন আৰু ২৭ ফেব্ৰুৱাৰীৰ দিনা দিনৰ ১১ বজালৈকে। ২৭ ফেব্ৰুৱাৰী দিনৰ ১১ বজাত গীতা আবৃত্তি আৰু শঙ্খধ্বনিৰ মঙ্গল ৰোলৰ মাজত পো-নাতি জী-নাতি আৰু আন পৰম সুহৃৎ-সকলে শৱচাঙী কান্ধত তুলি ললে। এখন সুসজ্জিত ট্ৰাক গাড়ীত ধূপ-ধুনা পুষ্প মালা-পৰিবৃত বেণুশৰ্মাৰ সৰ্ব্বপৰিচিত মৰদেহৰ এক তাণ্ডৱ শোভা যাত্ৰা বা শ্মশান যাত্ৰা আৰম্ভ হল।

এই বাৰ্তা ছিটিকি পৰাৰ লগে লগে গাঁৱে গাঁৱে নগৰে নগৰে অসমৰ চুকে কোণে শোক সভাৰ যোগেদি অসমীয়া ৰাইজে প্ৰিয়জনৰ বিয়োগৰ অনুভূতিত শোকাশ্ৰু মোচন কৰিলে। আত্মশ্ৰাদ্ধৰ দিনাও তাৰ অন্ত নপৰিল। সেই দিনা জন্ম স্থান চাৰিঙত নগা আলিৰ দাঁতিত থকা একান্ত বাসৰ অৰ্থে সজোৱা ঘৰৰ ভেটিত আহোৰাত্ৰ নাম কীৰ্ত্তন হল। বিভিন্ন গাঁৱৰপৰা গায়ন বায়ন জোৰাই জোৰাই আহি মঙ্গল বাদ্য বজাই চৌদিশ মুখৰিত কৰিলে। সেইদিনা সেই ভেটীতোৰ বেদিলৈ তীৰ্থ যাত্ৰীৰ নিচিনাকৈ আহা শোকাকুল ৰাইজৰ শাৰী লাগিছিল। অসমগনে বুজিলে কি পাইছিল কি হেৰুৱালে।

# মানুহজন-ঘৰে পৰে

দেখাই শুনিলে বেণুধৰ শৰ্মা আছিল থাউকাল, 'ওখ'ও নহয়, চুটি চাপৰো নহয়। বয়সৰ আঁচোৰ খায়ো পোটোকা নপৰা শৰীৰটোৰে, একালত শ্ৰম কৰাৰ চিন থকা পেশীবোৰেৰে মানুহজনক দেখিলেই বুলিবৰ মন যায়—কুন্দাই লাখুটি। সেই বুলি মুদ্গৰ ড্ৰাম্বেল প্ৰভৃতি যান্ত্ৰিক ব্যায়াম বা উদং গাৰে কৰা ডন-বৈঠক আদি কৰি একালত বিশেষ ভাৱে শৰীৰ চৰ্চা কৰিছিল তেনেও নহয়। সৰু কালত লৰা ঢপৰা, গছত উঠা, গছ কুমটি, হৈ-গুডুকে আদি কৰি বিবিধ খেল ধেমালি কৰিছিল। তেনে এবিধ খেল খেলোঁতে উকৰি পৰি সৰু গাঁঠিৰ কাষতে অঘৈয়া হুল সোমাইছিল। সেই হুলে চিন হৈ গল, সেই চিনে বুঢ়া কাললৈকে লগ নেৰিলে। সৰু কালৰ উচ্ছৃঙ্খলিৰ কীৰ্ত্তিচিহ্নৰূপে শৰ্মাই তাক দেখুৱাই ৰহইচ্ কৰিছিল। ডাঙৰ হৈ কোৰ কুঠাৰ মৰাৰ নিচিনা শ্ৰম সাধ্য ঘৰুৱা কামবোৰলৈ হেলা বা লজ্জা বোধ কৰা নাছিল। ২০।২৫ বছৰীয়া বয়সত তেখেত দেখাত গায়ে-গাৱিয়ে লৰামতীয়া বা সৰু ফুটীয়া যেন লাগিছিল। হেমচন্দ্ৰ গোস্বামীৰ জীৱনীত দিয়া ৰবীন্দ্ৰ নাথ ঠাকুৰৰ অসম আগমনৰ সময়ত তোলা ফটোখনত শৰ্মাক এনে গা-গাৱি নোহোৱা সৰু ফুটীয়া মানুহ যেনেই লাগে। তেনেটো ৰূপতে সৰু কালত আমাৰ দেখা মনত পৰে। তেতিয়া খুৰ-চাচঁন দিয়া চিকণমুৱা আছিল যদিও পাছলৈ এটাৰ পাতল গোঁফে মুখখনত গাম্ভীৰ্য্য সূচক শোভা এটা আধান কৰিছিল। চকুৰ অসুখৰ পাছৰ পৰা ডাঢ়ি-গোঁফ খুৰাবলৈ এৰি দিলে। সেই ডাঢ়ি-গোঁফ সমন্বিত মুখখনত তেজস্বিতা পূৰ্ণ ব্যক্তিবৈশিষ্ট্যৰ জিলিকনি পৰিছিল। সেই সময়ৰ মুখৰ ছবিৰ লগত অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্য্যৰ শেহৰ ফালৰ মুখছবিৰ সাইলাখ মিল থকা যেন লাগে। আন বিষয়তো দুয়োজনৰে বহুত মিল আছে, আনকি দুয়োজনেই হাতীমহলত অৰণ্য বাস কৰি জীৱিকাৰ সাময়িক ব্যৱস্থা কৰিছিল। শেষ জীৱনৰ দঢ়ীয়া বেণুধৰ শৰ্মাৰ ছবিখন চালেই এই মূৰ্তিৰ আভাস পাব। সাহিত্যিক জীৱনৰ প্ৰাথমিক যুগতে লিখা ৰবিনছন ক্ৰুছ'ৰ চেহেৰাৰ সাদৃশ্য শেষ জীৱনত যেন নিজৰ গাতে আহি লম্ভিল।

আৰকালি মুকলি বুকুৰ কোট চোলা, জহকালি চুৰিয়া, পাঞ্জাবী চোলা আৰু ভিড়িত মেৰিওৱা গুণা ফুলীয়া বা আলোৱান চাদৰেই বেণুধৰ শৰ্মাৰ চিৰকলীয়া পোছাক। পিলিঙা ডেকা কালত গোৰোহা লেটোৱাকৈ ফিৰ-ফিৰীয়া চুৰিয়া পিন্ধি গা মেলোৱাৰ সজ আছিল যদিও পাছৰ কালত তাক এৰি দি কলাফুলৰ তলত পৰাকৈহে চুৰীয়া পিন্ধিছিল। তেখেতৰ চুৰিয়া পিন্ধাৰ এটা বিশেষ ধৰণ আছিল। কমৰ মাৰি চুৰিয়া পিন্ধিবলৈ তেখেতে ভাল পাইছিল। ধুনপেছ নাছিল যদিও পিন্ধা-কাপোৰকানিৰ লাগ বান্ধ নোহোৱা বিধৰ মানুহো তেখেত নাছিল। সভাই সমিতিয়ে গলে চাদৰখন ভিড়িত মেৰিয়াই লবলৈ নাপাহৰিছিল। সময়ৰ লগে লগে পোছাকৰ ধৰণৰ সলনি হয় বা নতুন ফেছনৰ চলতি হবলৈ ধৰে, তাতে মানুহ ভোল যায়। সময়ৰ ফেছনৰ লগে লগে পোছাক পৰিবৰ্তন কৰাৰ পক্ষপাতী বেণুশৰ্মা নাছিল। সেই বুকু মুকলি কোট চোলা আৰু চুৰিয়াৰেই তেখেতে চলাই নিলে। আৰ লাগিলৈ মুকলি বুকুৰ কোট চোলাৰ মোকোট দুটাকে একেলগে চপাই লৈছিল। তথাপি বহু প্ৰচলিত গলা-বন্ধ কোট পিন্ধা কাহানিও দেখা নাই। জৱাহৰ কোটৰ যি নামেই শুনিছিল। চাৰিঙত এবাৰ চাৰিজন চাৰিঙীয়া সাহিত্যিকৰ সম্বৰ্দ্ধনা সভা এখন হৈছিল। এই লেখক তাৰ সভাপতি আছিল। চাৰিঙত গৈ শৰ্মাৰ লগতে আলহীৰূপে আছিল। সভালৈ যাবলৈ ওলাওঁতে গাত জৱাহৰ কোট দেখি কলে "এই সভাত এই পোছাকে শুৱাব।" এই বুলি ভিতৰলৈ গৈ এখন গুনাফুলীয়া চাদৰ আনি দিলে। অগত্যা জৱাহৰ কোট খহাব লগা হল। য'ত যেতিয়া যেনে পোছাক হব লাগে সেই বিষয়ে শৰ্মাই চকু দিছিল। সাহিত্যিক সম্বৰ্দ্ধনা সভাৰ সভাপতি হলে সেই দৰে চাদৰ এখন ছাটি মাৰি বা মেৰিয়াই নললে হেনো শোভা নাপায়।

চাদৰৰ লগৰে বস্তু আছিল হাতৰ লাখুটি ডাল। লিৰিকা বেতৰ বা কাঠৰ লাখুটি লোৱা তেখেতৰ অভ্যাস নাছিল। সোকা বেতৰ লাখুটিয়েই তেখেতে প্ৰশস্ত আৰু অসমীয়াত্বদ্যোতক বুলি ভাবিছিল। এবাৰ মাজুলীৰ পৰা উভতি অহাৰ পাছত তেখেতৰ ঘৰলৈ যাওঁতে ভিতৰৰ পৰা দুডাল লাখুটি আনি তাৰে এডাল এই লেখকক দি কৈছিল" এই ডাল আউনী আটীৰ পৰা অনা তুমি লোৱা আৰু এই ডাল দক্ষিণপাটৰ লাখুটি মই লৈছোঁ। তেতিয়াই ফুৰিবলৈ যাবলৈ ওলালেই। লাখুটি ডাল হাতত নাথাকিলে

বেণুধৰ শৰ্ম্মা উকা। অসমৰ অস্তিত্ব সুৰক্ষা কৰা, গৌৰৱ অক্ষুন্ন আৰু অজৰ অমৰ কৰাৰ সংকল্পই যি কেইজনৰ লেখনীক চিৰ প্ৰবাহিনী কৰি থৈছিল তেনে তিনিজন অসমীয়া প্ৰাণ পুৰুষেই যষ্টিহস্ত আছিল। লাখুটি আৰু লেখনী তেওঁলোকেৰ কেইগৰাকীৰ হাতত যেন ককাই ভনী। সেই তিনিজন হৈছে মহৰ্ষি কমলাকান্ত, অসমকেশৰী অম্বিকাগিৰি আৰু বুৰঞ্জীবিদ বেণুধৰ শৰ্ম্মা। এই কেই গৰাকী অসমীয়া সাহিত্যবীৰৰ লাখুটি তিনডালেই জগজ্জয় কৰাৰ দৃঢ়তা আৰু চিন্তাদৃপ্ততাৰ সূচনা দিছিল। সোঁকা বেতৰ নিচিনাকৈয়ে এই তি নিও জন বেত্ৰদণ্ডধাৰী অৱস্থাৰ পাকত কেতিয়াবা দোঁ খালেও কেতিয়াও ভাগিব নাজানিছিল।

জহকালি ঘৰৰ ভিতৰত শুদা গাৰে থকাৰে তেখেতৰ সজ আছিল। অলপীয়া জাৰত কেতিয়াবা বনিয়ন চোলাৰ ওপৰতে চুৰিয়াৰ আগটো ছাটি মাৰি লৈ লিখা পঢ়া কৰিছিল। শুদা গাৰে বহি বহুত ৰাতিলৈকে লিখি থাকোঁতে, বাঁও হাতেৰে চাপৰ একোটা মাৰি মহ খেদায় থকাৰ শব্দ, ঘৰৰ বাকীবোৰে শুই থকাৰ পৰাই শুনিবলৈ পাইছিল। ঘামকালি তাপত জোল বলেও বিচনী মাৰি বা-খোৱাৰ সজ তেখেতৰ নাছিল, চাৰিওৰ বিজুলী বাতি নোহোৱা দিনতো। গুৱাহাটীত নিজৰ ঘৰতহে বিজুলী বিচনীৰ তলত বহি লিখা পঢ়া কৰাৰ অভ্যাসটো পাছলৈ হৈছিল।

ডেকা কালতো শৰ্ম্মাই যে লাহ বিলাহৰ কাষকো নাচাপিছিল এনে নহয়। ফিৰফিৰীয়া চুৰিয়া পিন্ধি যোৰহাটৰ মাছৰ হাটত গা ঘেলোৱাৰ কথা কৈ গোবিন্দ বেজবৰুৱাই এবাৰ কটাক্ষ বাক্যবাণ মৰা বুলি অৰ্ঘ্যাৱলীত ( পৃ ৭ ) শৰ্ম্মাই নিজে লিখি থৈ গৈছে। নিচেই ডেকা কালৰ ফটো এটাত, চাঁচি খুৰোৱা মুখ, গোৰোৱা লেটোৱাকৈ খোৰ মাৰি পিন্ধা চুৰিয়া, দীঘল পাঞ্জাবী চোলা আৰু দুই কান্ধেদি সযতনে পেলাই থোৱা আলোৱান চাদৰেৰে আটক ধুনীয়া ডেকা লৰা শৰ্ম্মাক দেখা যায়। চফল ডেকা কালত শৰ্ম্মাক যি দেখা নাই কোনোবাই কৈ নিদিলে এই জনেই যে বুৰঞ্জীবিদ বেণুধৰ শৰ্ম্মা কাৰো কবৰ সাধ্য নাই। বয়স হৈ অহাৰ লগে লগে কাপোৰ কানি পিন্ধাৰ লাহ কমি আহিল। সেই বুলি ঘৰত জধলা হৈ থাকিলেও বাহিৰত ওলালে যথাবয়ঃ পৰিপাটিতা ৰক্ষা কৰিছিল।

ঘৰৰ ভিতৰত নিজৰ কোঠাটোত হলে পাৰিপাট্য নাছিল। অ'ত কিতাপ ত'ত কিবাকিবি লিখা টুকুৰা কাগজ, আকৌ এঠাইত পুৰণি বহী

এখন এনেকৈ সিঁচৰি হৈ থাকে। শোৱা চাৰিপাটীখনো বেমালি হৈ থাকে। ঘৰৰ মাত্তিনী বা বোৱাৰীয়ে ভাল কৰি দি গলেও ক্ষন্তেকতে তথৈবচ হয়। শৰ্মাই লিখা পঢ়া কৰোঁতে চাকচিক পৰিসজ্জাৰ পৰিবেশ যেন ভাল নাপাইছিল। চাৰিও ফালে জহল কৰি লৈ তাৰ মাজতেই যেন তেখেতৰ ভাবৰ স্ফুৰণ আৰু ভাষাই আখৈ-ফুটা দিছিল। তেখেতে কত কি থয় নিজেও কব নোৱাৰে। নিজে থোৱা বস্তুকে বিচাৰি নাপাই নাতি নতি-য়ানক দাবি ধমকি দি সুৰাসুৰ কঁপায়। তেনে একোটা সময়ত ইংৰাজীত হে বাক্যস্ফুৰণ হৈছিল। গতিকে ঘৰৰ আনবোৰে তেখেতৰ বিছনা পত্ৰ আৰু কোঠাটোৰ আন বস্তু ঠিক থাক লগাই থওঁতে বৰ সাৱধানভাবেহে থৈছিল।

স্বাস্থ্য বিষয়ত শৰ্মা ভাগ্যবান আছিল বুলিয়ে কব লাগিব। জীৱনৰ আগছোৱা আৰু মাজছোৱাত টান নৰিয়া পৰা কোনেও কব নোৱাৰে। সৰু সুৰা জ্বৰ পানীলগালৈ তেখেতে কেৰেপকে নকৰিছিল। কেতিয়াবা গা বিষম যেন পালেই নিজৰ চিকিৎসা নিজেই কৰিছিল। সেই চিকিৎসা আসুৰিকো হব পাৰে। অসমীয়া গাৱঁলীয়া সমাজত প্ৰচলিত লাপিলুপা বন দৰৱৰ ওপৰত যে তেখেতৰ অগাধ বিশ্বাস আছিল এই কথা আগতে কোৱা হৈছে। বাৰীত তেনেবোৰ শাক দৰৱৰ গছ লগায়ো লৈছিল আৰু সুকণ্ডা পালেই সেইবোৰ থুচৰি মুচৰি বং পাইছিল। এই লিখকক দুপৰ টেঙাৰ গুণ বৰ্ণাই এটা নে দুটা পুলি দি ঘৰত কই থবলৈ উপদেশ দিছিল। সেই মতে ৰোৱা পুলিৰ সঁচ এই লেখকৰ ঘৰত আজিলৈকে আছে। এই নিচিনা বনৰীয়া শাক বজাৰত কিনি আনি ঘৰত দিছিল। স্বাস্থ্য ৰক্ষাৰ এই কিটিপটো নিজে কামত লগোৱাৰ উপৰিও আনকো কথা প্ৰসঙ্গত উপদেশ দিছিল। 'কিহৰ ভোগজৰা' নামৰ প্ৰবন্ধতো লিখি গৈছে—"মানুহ বিহুৰ পিছদিনাই আহিল ছেৰা বিহু। এই দিনা দৈ গাখীৰ, পইতা ভাত খাই বছৰেকলৈ দেহাটোইত জুৰাই ৰাখিছে। বিচনী মাৰি বিচনীৰ বা লগাই গাটোইত শাঁত কৰি থৈছে। আঠুৰাও টনা হৈছে এই দিনাহে। পুৰণি সাজ কাপোৰ পেলাই দিছে। সাত বিধ নেখাস্তী শাকৰ আঞ্জা খাইছে শৰীৰমাদ্যম্ খলু ধৰ্ম-সাধন কৰিবলৈ অৰ্থাৎ দেহাই বেহা বুলি স্বাস্থ্য ভালে ৰাখিবলৈ।" নেখাস্তী শাকৰ স্বাস্থ্য ভালে ৰখা মাহাত্ম্যটো বেগ্ৰ শৰ্মাই সুনীয়া সঁফুৰা অসম দেশৰ জাতীয় জীৱনৰে অঙ্গ বুলি ভাবিছিল। লুইত

পৰীয়া সংস্কৃতিৰ নিজৰা বুলি প্ৰবন্ধৰ শেষত তাক উল্লেখো কৰিছে। বিক্ৰমাদিত্য ৰজাকো বেণু শৰ্মাৰ সাধুৰ মতে শাহুৰেকে এনেবোৰ শাক-পাতৰ বিবিধ ব্যঞ্জন ৰান্ধি খুৱাইছিল।

দৰৱ বা গা ভালে ৰখাৰ উপায় বুলি যি শাক পাতৰ ওপৰত ভক্তি ৰাখিছিলেই ভোজন সামগ্ৰী ৰূপেও এইবোৰৰ আঞ্জাৰ জুতিৰ প্ৰশংসাত শতমুখ হৈছিল। ল'ৰাকালত মাকে ৰান্ধি খুওৱা জলা, টেঙা, খাৰলি আদ-খৰীয়া, খোলাত দিয়া, পাতত দিয়া বিবিধ ৰন্ধন প্ৰণালীৰ অতীতগন্ধী মোহ বেণু শৰ্মাই বুঢ়া কাললৈকে এৰিব পৰা নাছিল। এই কথা গোটেই অসমে জানিছিল। সেই দেখি য'তেই হওক বেণু শৰ্মাক কোনোবাই নিমন্ত্ৰণ কৰিলে বা আলহী ৰাখিলে এবিধ নহয় এবিধ অসমীয়া পুৰণি জুতিৰ আঞ্জা ভোজ্য বস্তুৰ মাজত পৰিবেশন কৰাৰ ব্যৱস্থা কৰিবই। নহলে যেন নানাবিধ চৰ্ব্য চোষ্য লেহ্য পেয়ৰেও তেখেতৰ ভোজন সুসাজ নহয়। ঘৰতো ৰান্ধনী যেয়ে নাথাকক, সেই ৰন্ধাৰে কেতিয়াবা সুখ নাপাইছিল। নিজৰ কোঠাটোৰ এচুকত ষ্টভ্ এটা, সক কেৰাহী বা চচ্‌পেন এটা, হেতা বা চামোচেৰে ৰন্ধন সঁজুলিৰ এটি ক্ষুদ্ৰ তাণ্ডৱ আছিল। বজাৰত বন শাক প্ৰভৃতি পালে কিনি আনি নিজেই ঘচংমচংকৈ কিবা কিবি ৰান্ধি খায়। সেই ব্যঞ্জন খাবলৈ কেনে হয় তাৰ জুতি এদিনো পোৱা নাই, গতিকে কোৱা সম্ভৱ নহয়। মুঠতে আজি কালিৰ জাল মছলা দিয়া তেলাক্ত আহাৰতকৈ পুৰণি অসমীয়া জুতিত ৰন্ধা অন্ন-ব্যঞ্জন তেখেতৰ প্ৰিয় আছিল। দক্ষিণপাট সত্ৰৰ অধিকাৰ প্ৰভু গুৱাহাটীলৈ আহিলেই ভাত এসাজ খাবলৈ নিমন্ত্ৰণ কৰে। সেই নিমন্ত্ৰণৰ অনুগ্ৰহ এই লিখকেও লগতে পায়। সত্ৰৰ ৰন্ধা বঢ়াত এটা পুৰণিদিনীয়া সুকীয়া সোৱাদ আছে। খাবলৈ বহি শৰ্মাই এদিন কোৱা মনত আছে "এই ৰন্ধা বঢ়াৰ এটা ৰকম্ আছে, তাক আন ক'তো পাবলৈ নাই।"

হবও পাৰে। শাক পাচলি বনৌষধি নিয়মিত ব্যৱহাৰ কৰি থকা কাৰণেই কিজানি সওৰ বছৰ বয়সলৈকে লেখত লবলগীয়া কোনো অসুখে বেণু শৰ্মাক পীড়া কৰিব নোৱাৰিছিল। দুই এটা বাৰ্দ্ধক্যজনিত অসুখত অলপ অলপ দিন ভুগিলেও আশী বছৰ বয়সলৈকে সুস্থৰং ফুৰা চকা কৰিছিল। তেখেতৰ বৃদ্ধত্ব আছিল 'জড়সা বিনা'। শেষ বয়সলৈকে সাহিত্য চৰ্চাৰ উদ্যম অটুত আৰু আপৰাহত হৈ আছিল। শেষ পুথি 'মণিৰাম দেৱানৰ গীত' প্ৰকাশ কৰোঁতে তেখেতৰ বয়স আছিল সাত সত্তৰ বছৰ। তাৰ পাছতো সভা

সমিতিত যোগ দি ফুৰিছে, ঘৰত বহি পুৰণি কাগজ পত্ৰ লুটিয়াই ঘুটিয়াই কিবা এখন গ্ৰন্থৰ আঁচনি ভৱিছে, কোনোবা লেখাক নিযুক্ত কৰি কিবা পুৰণি লেখাৰ চাফ নকল কৰোৱাইছে। আন কথা দূৰতে থাকক শেহাই শেহাই কথা কোৱাৰ দিনতো কোনোবা সক জনে ভুল অসমীয়া কোৱা শুনিলে দাং খাই উঠিছিল। ভাল শব্দ এটা প্ৰয়োগ কৰা শুনিলে মোল বুজি নিজেই সেই শব্দটো দোহাৰি উচ্চাৰণ কৰি শুনাইছিল। এই দৰেই মৃত্যুৰ আগ দিনালৈকে, ভাষা সাহিত্যৰ চৰ্চ্চাৰ কাৰণে শৰীৰৰ বল হেৰুৱালেও, মনৰ বল ডেকা বয়সৰ দৰে আছিল। মৃত্যুৰ সাত দিন আগতে কিমান কাম বাকী থাকিল তাৰ কথা সুঁৱৰি নিজকে পৃচ্ছো কৰিছিল।

চাৰিওৰ ঘৰত থকোঁতে শৰ্ম্মাই মাজে মাজে খেতি পথাৰৰ কামত চকু দিছিল, কোৰ কুঠাৰ মাৰি বাৰী ঘৰবো তদাৰক কৰিছিল। বয়োবৃদ্ধিৰ লগে লগে হ্ৰাস পালেও শ্ৰম কৰাৰ ক্ষমতাই লগ এৰা দিয়া নাছিল। ঘৰত থাকি পুত্ৰ পৰিবাৰৰ মাজত সাংসাৰিক উম উপভোগ কৰাতকৈও ঘূৰি ফুৰিহে তেখেতে জীৱনৰ ৰস পাইছিল। ডেকা কালৰপৰা প্ৰায়েই চেলু এটা উলিয়াই ঘৰ এৰি এনি তেনি ওলাই গৈছিল। এই যাযাবৰ প্ৰকৃতিটো মাতুলক্ৰমে পোৱা যেন অনুমান হয়। আত্মীয়স্বজন সকলেও এই কথা প্ৰসঙ্গ ওলালে কোৱা শুনিছোঁ। মোমায়েক কমলেশ্বৰ শৰ্ম্মাৰ অন্যতম ভাগিন অধ্যক্ষ যজ্ঞেশ্বৰ শৰ্ম্মাই পত্ৰযোগে এই লেখকক জনাইছিল—“বৰ মোমাই ৺কমলেশ্বৰ শৰ্ম্মাই তান্ত্ৰিক দীক্ষা লৈছিল আৰু কালীপূজা, দুৰ্গা পূজা, শিৱ পূজা কৰি ফুৰিছিল। তেওঁৰ যজমান নাছিল……… তেওঁ ভ্ৰমণ প্ৰিয় আছিল আৰু প্ৰায়েই ঘৰত নাথাকিছিল।” বাং পত্ৰাত থকা ‘আলহী কেইবিধ’ সাধুত বৰ্ণোৱা ওকবাজেং জনত কমল মোমাইৰ ছাঁ পৰিছে। এই যাযাবৰ প্ৰকৃতিৰ কাৰণেই চাৰিওৰ বয়োবৃদ্ধসকলে কোৱা শুনিছিলোঁ— “বেণুটো এটা চৰাই”। কথাও সঁচা। চৰাইৰ নিচিনাই “সদাই সুখীয়া, মুকলি মুখীয়া” স্বভাৱ বেণু প্ৰকৃতিৰ এটা বিশেষ লক্ষণ আছিল। স্বাস্থ্য ৰক্ষা আৰু সাহিত্য চৰ্চ্চাৰ নিমিত্তে এনে প্ৰকৃতি অনুকূল হব পায়।

ভ্ৰমণ প্ৰিয় আছিল দেখি তেখেতৰ বন্ধু জগত জোৰা কিন্তু নলে গলে লগা কেইজনমানহে আছিল। তাৰ ভিতৰত কবি ৰত্নকান্ত বৰ কাকতী আৰু সাংবাদিক লক্ষ্মীনাথ ফুকন। তিনিওজন লগ লাগিলে দেৱতাৰো উপভোগ্য দৃশ্য হয়-যাক বোলে হৰিহৰ আত্মা।

শ্ৰমৰ কথা ওলাল যেতিয়া বেণু শৰ্ম্মাৰ প্ৰকৃতিৰ এটা বিশেষ কালৰ কথা এইখিনিতে কৈ থোৱা ভাল। শ্ৰমলৈ তেখেতে কেতিয়াও উচাপ নাথাকি-ছিল। বুৰঞ্জীৰ অনুসন্ধানত গাঁৱে ভূঞে, পৰ্ব্বতে পাষণ্ডে, আনে যাবলৈ সঙ্কোচ কৰা ঠাইলৈকো লৰা বা ডেকাক পাছ পেলাই আগবঢ়ুৱা হৈ গৈছিল। ঘৰতে কেতিয়াবা কোনোখন গ্ৰন্থ লিখোঁতে লেলেতীয়া পৰিশ্ৰম কৰিছিল। পাছে আন বহুতো খ্যাতনামা সাহিত্যিকৰ নিচিনাকৈ তেখেতৰ প্ৰত্যহ নিয়মিত লিখাৰ অভ্যাস আছিল বুলি কব নোৱাৰি। এবে৷ একোটা সাহিত্য কৰ্ম্মত সন্চালনিকৈ লাগি থাকি তাক সমাপ্ত কৰি আন কামত হাত দিয়াৰ ধৈৰ্য্য তেখেতৰ নাছিল। নহলে অকল মণিৰাম দেৱান গ্ৰন্থখন ত্ৰিশ বছৰৰ পৰিশ্ৰমৰ ফল বুলি যথাৰ্থতে ধৰি লব নোৱাৰি। সমল গোটোৱা আৰু লিখাৰ মাজত সময়ৰ ব্যৱধান বহুত। লিখোঁতেও নেৰানেপেৰাকৈ ক্ষান্ত নোহোৱাকৈ যে লিখিয়ে আছিল এনে নহয়। কিছু দূৰ আগুৱাই আকৌ কামত ব্যস্ত হৈ পৰে। এনেকৈ লিখাৰ গুণে কেইবাখনো কল্পিত গ্ৰন্থ লিখাই নহল, আৰু কেইখনমান আধৰুৱা হৈয়ে থাকিল। বুৰঞ্জীৰ বিষয়েও কোনো এটা তথ্যত উপনীত হবলৈ যিমান চিন্তা আৰু অধ্যয়নৰ প্ৰয়োজন হয়, যিমানখিনি আগগুৰি খচকিব লাগে সিমানখিনি লৈ বৈ থাকিবলৈ শৰ্ম্মা প্ৰস্তুত নাছিল। সেই বুলি যে তেখেত শ্ৰমবিমুখ আছিল সেইটো নহয় কিন্তু এটা কামকে লৈ আন সকলোকে পিঠিদি বিভোৰ হোৱাটো তেখেতৰ স্বভাৱৰ গুণ নাছিল। কামৰ মাজতে সভা সমিতিৰ নামত খদিয়া, ধুৰুৰী কৰি থাকোঁতে পৰেকটো মাহেকটো মূল কামত খতীয়া পৰে। এনে খতীয়া দিন কিমান হয় তালৈ ভ্ৰূক্ষেপ নাথাকে। মুঠতে বেণু শৰ্মা কোনো কৰ্ম্মৰে দাস-বন্ধনত থাকিব নোখোজে, নিজৰ ভাল লগা বা নলগা, যি সময়ৰ যেনে মনোগতি, সেই মতে চলিছিল। এনে কৰোঁতে কেতিয়াবা লেখাৰ উজান পৰে, আকৌ আন সময়ত লেখনীয়ে বিশ্ৰাম লয়। যিমান কি নহওক মূল ক্ষেত্ৰ সাহিত্য কৰ্ম্মৰ পৰা আতৰিও নাযায়, কালৰিও নাকাটে। আনবিলাক যেনে খেতি কৰা, দোকান দিয়া, খদ্দৰ কাপোৰ ফেৰি কৰা, সংবাদ পত্ৰৰ সম্পাদক হোৱা, গাৱঁৰ উন্নতি সাধন, সকলো কৰ্ম্মই ভুমুকি মাৰি অচিৰতে মাৰ যায়, এইবোৰত মৰ-কামোৰ নাই, আছে মাথোঁ বুৰঞ্জীৰ পাতাল সন্ধানত, সাহিত্যৰ দৌল সজাত, ভাষাৰ বিচিত্ৰ খনিকৰীত।

নেবোপানি হৈ একেটা কামতে দীর্ঘকাল ব্যাপি লাগি থকা গুণৰ অভাৱতে সাহিত্য ক্ষেত্ৰতো প্ৰবন্ধ যেনেকৈ উভৈনদী, বৃহৎ গ্ৰন্থৰ সংখ্যা সেই অনুপাতে কম। বাংশতা, অৰ্ঘ্যাৱলী দুণৰি দুৱৰীণ, চটাই চৰাৰ কথা, লাতুমণি, ফুল চন্দন, মঙ্গলভিৰ কন্ঠীমালা, মৰমৰ কাবেং ইত্যাদি সকলো গ্ৰন্থই বিভিন্ন সময়ত লিখা বা সংগ্ৰহ কৰা প্ৰবন্ধ বা গল্পৰ একত্ৰীকৰণ। গোটবান্ধি থকা সূত্ৰবদ্ধ এটা বিষয়ৰ সামগ্ৰিকতা এইবোৰত নাই। কংগ্ৰেছৰ কাঁচিয়লি ৰ'দ বিভিন্ন সময়ত সাময়িক পত্ৰিকাৰ সকিয়নিত পৰি লিখা প্ৰবন্ধই শেহাস্তত গোট মাৰি বৃহৎ সুসংবদ্ধ গ্ৰন্থত পৰিণত হৈছে। একে লেখাৰিয়ে বহি লিখা গ্ৰন্থ কেৱল দক্ষিণপাট সত্ৰ আৰু হেম চন্দ্ৰ গোস্বামীৰ জীৱনী। নহলে ইবোৰ সিবোৰ এৰি একে লেখাৰিয়ে এটা কামতে লাগি থকাৰ গুণটো থকা হলে আমি শৰ্মাৰ হাতৰ পৰা এখন সৰ্বাংগ অসম বুৰঞ্জী পাব লাগিছিল। কম স্বৰূপেও এটা যুগৰ বা চুতীয়া, কছাৰী, কোচ কোনোবা এখন ৰাজ্যৰ খণ্ড বুৰঞ্জীকে আমি আশা কৰিব পাৰিলোহেঁতেন। সেইবোৰৰ কাৰণে শৰ্মাৰ হাতত সমলৰ অভাৱ নাছিল, সেইবোৰ পাৰেমানে গোটাইছিল। গোটাব নোৱাৰিলে সময়, বান্ধিব নোৱাৰিলে একানুবন্ধী মন।

**পাৰিবাৰিক জীৱন**:— বেণুশৰ্মাৰ যেতিয়া বিবাহ হৈছিল তেতিয়া তেখেতৰ পত্নী বৰদা দেৱীৰ বয়স মাত্ৰ এঘাৰ বছৰ। তাৰ চাৰিবছৰৰ মানৰ পাছত ১৫ বছৰ বয়সত চাৰিগুলৈ স্বামীৰ ঘৰলৈ আহে। মাতৃ-গৃহ আৰু পতি-গৃহ দুয়ো পৰিয়ালৰ পৰিবেশ আছিল বেলেগ। দুয়ো ঘৰেই গাৱঁৰ হলেও চাৰিং তেতিয়া ভিতৰুৱা ঘোঁকট গাওঁ আৰু তিলিকি আমৰ চাৰিঙীয়া গাওঁ যোৰহাট নগৰৰ গাতে লগা। লাগ বুলিলে চহৰৰ পৰা বস্তু এটা আনিব পৰাত আছিল। মাতৃ-গৃহৰ প্ৰাচুৰ্য আৰু গমগমীয়া পৰিবেশ চাৰিঙৰ পতি-গৃহত নাছিল। তথাপি ন ছোৱালীয়ে অলপ দিনতে পতি-গৃহৰ লগত নিজক সহজে খাপ খুৱাই লব পাৰিছিল। ধনীঘৰৰ পৰা অহা গৌৰৱবোধে গজপুৰীয়া গাৱঁৰ ঘৰৰ কাম কাজত মনোনিবেশ কৰাত একো বাধা ঘটোৱা নাছিল। এই কথা বেণুশৰ্মাই আৰ-তাৰ আগত মাজে মাজে কৈছিল। ঘৰুৱা কথা শৰ্মাই ৰবকৈ নকৈছিল কিন্তু পত্নীৰ এই গুণ গোৱাৰ পৰা নিজকে সংযত ৰাখিবলৈ চেষ্টা নকৰিছিল। চাৰিঙৰ ঘৰত অভাৱ অভিযোগ কৰাৰ স্থল আছিল, লাহ-বিলাহৰ সুযোগ নাছিল, ঘৰুৱা

কাম-কাজৰ পৰিশ্ৰমৰ সীমা নাছিল, তথাপি ৰবদা দেৱীৰ মুখত বিৰক্তিৰ চিন নাছিল। তাতোকৈ অসহনীয় পৰিস্থিতি এটা হৈছিল অসহযোগ আন্দোলনৰ দিনত। আন্দোলনৰ টায়নত চাৰিওত থাকোঁতে বেণুশৰ্মা কেনি যায়, ক'ত থাকে, তাৰ ঠিক নাছিল। তেখেতৰ পত্নী তেতিয়া ন কন্যা। পতিৰ সাহচৰ্য্য উৎসাহ আৰু মৰম-চেনেহৰ পৰশ সততে পাই থাকিবলৈ সকলো নৱ বধূৱে মনত হেঁপাহ থাকে। সেইখিনি সাহচৰ্য্য আৰু সতত সান্নিধ্য তেখেতৰ ধৰ্ম-পত্নীয়ে পাবলৈ সুযোগ নাপাইছিল। শৰ্মাৰ কাৰাবাস, কাৰাবাসৰ পাছত পিতৃ বিয়োগ, তাৰ পিছত হাতীমহলৰ অৰণ্য পৰ্ব। আকৌ যোৰহাট ডিব্ৰুগড়ত যেতিয়া সংবাদ পত্ৰ সেৱী ৰূপে থাকে তেতিয়াও ঘৰত ধৰ্মপত্নী অকলশৰীয়া বিধুৰা। চাৰিওতো যি কেইদিন আছিল ৰাইজীয়া কৰ্মবহুলতাৰ মাজত পোত গৈ আছিল। উপাৰ্জনৰ তাগিদত চাইকেল লৈ দিহিঙে দিপাঙে, চাহ বাগিছাই বাগিছাই, ঘুৰি ফুৰিছিল। ঘৰত কেইসাঁজ ভাত খাইছিল তাৰহে যদি লেখ আছিল, কিমান সাঁজ নাখাইছিল তাৰ হলে লেখ নাছিল। সংসাৰৰ অভাৱ অনাটনৰ লগত সমুখা-সমুখী হৈ চলাটো নিত্য নিয়ম হৈ আছিলেই। পত্নীয়ে স্বামীৰ পৰা যিমান আদৰ-সুৰাগ মনে মনে বিচাৰে সিমানখিনি পোৱা যেন নালাগে। সংসাৰ কৰিলে সংসাৰ কৰ্মৰ প্ৰতি যিমান মনোযোগী হোৱা উচিত সিমান তৎপৰ মনোযোগ বেণুশৰ্মাৰ নাছিল। এনে অৱস্থাতো বেণুধৰসহধৰ্মিণী ৰবদা দেৱী সৰ্বংসহা বসুমতীৰ দৰে ধীৰ নিশ্চল। বেণুশৰ্মাৰ বুৰঞ্জী চৰ্চাত ৰবদা দেৱীয়ে কোনো প্ৰকাৰ উৎসাহ উদগনি দিব পৰা নাছিল সঁচা, সাহিত্যা-নুশীলনৰ সহচৰী হবলৈকো তেখেতৰ আগ্ৰহ বা জিজ্ঞাসা নাছিল। তৎসত্বেও আজি এই কথা নিশ্চয়কৈ কব পাৰি যে সুখে-দুখে যাযাবৰ স্বামীৰ সংসাৰ খন কান্ধ পাতি স্বামীক বহুত আহুকালৰ পৰা অব্যাহতি নিদিয়া হলে বেণু শৰ্মাই একাগ্ৰপত্নীয়া বা অনন্যচিন্তক হৈ অসমীয়া সাহিত্যলৈ বাহুকৰনীয়া অৱিহণা অৰ্পণ কৰিবলৈ সুযোগ নাপালেহেঁতেন। এনে ত্যাগমূৰ্তি আত্ম-বিলোপিনী সহধৰ্মিণী সাহিত্যিক স্বামীৰ ভূষণ-স্বৰূপ।

বেণু-ৰবদাৰ বিবাহৰ ফলত দুই পুত্ৰ আৰু তিনি কন্যাৰ জন্ম হয়—অজিত (১৯২২), কণমাই, নিকমাই, পুলিন আৰু কিৰণমাই। আমি যদিও কৈছোঁ বেণুশৰ্মা সংসাৰৰ কামত নিৰন্তৰ ব্যস্ত নাথাকে তথাপি ল'ৰা-ছোৱালীৰ বিদ্যাৰ্জন, উপনয়ন আৰু বিবাহাদি

যথাকালত যথোচিত ভাবে হৈছিল। ল'ৰালৈ সুযোগ্যা কন্যা বিয়া কৰাই আনিলে, কন্যাকো সুপাত্রত সমৰ্পণ কৰিলে। এগৰাকী কন্যাৰ অকাল বিয়োগ ঘটাৰ শোকৰ বাহিৰে শৰ্মাৰ সংসাৰত কোনো অঘটন ঘটা নাই। যাক বোলে আলহীয়ে অতিথিয়ে সুখৰ সংসাৰ। উপাৰ্জনক্ষম হোৱাৰ পাছৰ পৰাই অজিত শৰ্মাই ভাই-ভনীয়ে সৈতে পিতৃৰ সংসাৰখন কান্ধ পাতি ললে। বিশেষ কামত দেউতাকৰ কিতাপৰ উপাৰ্জনৰ পৰাও সহায়তা পাইছিল। প্রথমে ভাৰা ঘৰত, পাছত বিহাবাৰী সুৰাগপুৰত নিজা দালান ঘৰত বেণুশৰ্মা অজিতৰ পৰিয়ালতে সপৰিবাৰে নাতি নতিয়ানেৰে পৰিবেষ্টিত আৰু পৰিচৰিত হৈ বাস কৰিবলৈ ললে। সৰু পুতেক পুলিন শৰ্মা চৰকাৰী চাকৰিৰ টাযনত বিভিন্ন স্থানত সপৰিয়ালে থাকি পাছত গুৱাহাটীত ঘৰ কৰে। এই কথা স্বীকাৰ কৰিবই লাগিব যে ১৯৫১ চনত দেউতাকক চাৰিগুৰ পৰা চল-চক্রান্ত কৰি হলেও গুৱাহাটীলৈ আনি, নিশ্চিত ভাবে সাহিত্য-চৰ্চা আৰু মেল-মিটিং পাবলৈ সুযোগ সুবিধা দান কৰাৰ গুৰিতে ৰবপুত্র অজিত শৰ্মা। পুত্রোচিত পিতৃ-চৰ্যাৰ সন্তোষ অজিত শৰ্মাই যদি লাভ কৰিছে, যথাৰ্থতে কৰিব পাৰে।

পিতৃ হিচাপে দেখুৱাই সন্তানক মৰম কৰা বিধৰ পিতা বেণুশৰ্মা নাছিল। এই বিষয়ত চাণক্যনীতিৰ নিৰ্দেশো তেখেতে নিখুঁতকৈ পালন নকৰিছিল। চাণক্যই কৈছে "লালয়েৎ পঞ্চ বৰ্ষাণি।" পাঁচ বছৰলৈকে লাই পোৱালৈ ভয় নকৰি মৰমসনা ব্যৱহাৰ কৰিব। শিশু পুত্ৰৰ লগত শৰ্মাই তেনে ব্যৱহাৰ কৰি সময় কটাইছিল নে নাই নাজানো। "দশ বৰ্ষাণি তাড়য়েৎ" বোলা নিৰ্দেশ আৰাৰ তেখেতে পালন কৰিছিল বুলি সুনিশ্চয়কৈ কব পাৰি। কিন্তু "প্রাপ্তে তু ষোড়শে বৰ্ষে পুত্রং মিত্রবৎ আচৰেৎ" এই নীতি বাক্য হলে আচৰণ কৰা নাছিল। সন্তানসকলে ডাঙৰ হৈয়ো দেউতাকৰ লাই নাপাইছিল। পুত্র-কন্যাৰ লগত ৰং ধেমালি বা সদালাপ কৰি পাৰিবাৰিক উমলগা পৰিবেশ এটাৰ সোৱাদ লোৱা তেখেতৰ সজ নাছিল। আনৰ লগত সদালাপ কৰোঁতেও পুত্র-কন্যাই নীৰৱ ভাগ লৈহে আমোদ উপভোগ কৰিছিল। ছোৱালী কেইজনী মাকৰ ঘৰলৈ আহিলে মাক, ককায়েক, বৌয়েক ভতিজাকহঁতৰ লগতহে মেল মাৰিছিল। দেউতাকৰ লগত সম্বন্ধটো চুচুক চামাক বিধৰ আছিল। শৰ্মাই মাজে মাজে সৰু সুৰা কথা একোটাতে উগ্রমূৰ্ত্তি ধৰিছিল, পাছে সেই উচাট বা অমুৰিক পৰিয়ালৰ আনসকলে

ডাঙৰ কিবা এটা হল বুলি গণ্য নকৰিছিল। তাৰ বাবে শিশু সেৱাত ক্ৰুটি ঘটিবলৈ নাপাইছিল। পাছে নাতি হবৰ পৰাই ভিতৰৰ এই উভঁহা স্বভাৱ ভালেখিনি নিমজ হৈ গ'ল। নাতিয়েকৰ প্ৰতি মৰমটো ঢাকি ৰাখিব নোৱাৰিলে, কথাই কথাই ওলাই পৰে। নাতিৰ মৰমে শৰ্মাক কাবু কৰিলে। এই লেখক কটন কলেজৰ গ্ৰন্থাধ্যক্ষ থাকোঁতে এদিন দুপৰীয়া ঘপহ কৰে গ্ৰন্থালয়ৰ কাৰ্যালয়ত সোমালহি। আহি বহি লৈ ক'লে—"আজিকালি আহোঁ বুলিলে অহাই টান হৈছে, এতিয়া পলাইহে আহিছোঁ, নাতিৰ ওচৰৰ পৰা পলাইহে আহিছোঁ, তাৰ পৰা ৰইথা নাই।" বৰ নাতি জানজান তেতিয়া খুমুক খানাক বাচাল। সৰু নাতি অজয় ডাঙৰ হ'লতো গা গাৰি নধৰা দেখি শৰ্মাই বোৱাৰীয়েকইতক শুনাই কয় "ইহঁতে ইয়াৰ কালে চকু নিদিয়ে, কাৰো খবৰ নাই। ভালকৈ খুৱাব লাগে, একো খাবলৈ নিদিয়ে ইত্যাদি।" অজিত শৰ্মাক জকৰী অৱস্থাৰ দিনত পুলিছে অযুগুত সময়ত ধৰি নি ফাটেকত সুমুৱালে। সেইদিনা শুদা বনিয়নটোৰে ওলাই আহি যি উগ্ৰমূৰ্তি ধৰিছিল তাক বহুতেই দেখিছিল। মৃত্যুৰ আগৰ কেইমাহমানৰ পৰা থং ৰাগ নোহোৱা হৈছিল।

ঘৰৰ ভিতৰত অকলে থাকোঁতে গোমোঠা মূৰ্তিৰ এই মানুহজন অভ্যাগত আহিলে বা বাহিৰলৈ ফুৰিবলৈ গলে যে ৰসময় আলাপী পুৰুষ হব পাৰে তাক ঘৰে পৰে দেখা লোকেহে কব পাৰে। বাহিৰলৈ ওলাই কিন্তু এই মানুহজন একেবাৰে ওলোটা এজন হৈ পৰে, প্ৰাণখোলা হাঁহিৰে সৰস কথাবতৰাৰ সাগৰ সেইজন এজন বেলেগ মানুহ, চাৰিঙতো আৰু গুৱাহাটীতো। চাৰিঙৰ এজন প্ৰত্যক্ষদৰ্শী, অজিত শৰ্মাৰ সহপাঠী হেমকান্ত দুৱৰাই লিখিছে—"শৰ্মা ডাঙৰীয়া য'তেই বহে ত'তেই এজন দুজনকৈ গোট খাই সমাজখন বহল হৈ পৰে। তেখেতৰ কথা কোৱাৰ ভঙ্গীয়ে সকলোকে আকৰ্ষণ কৰে। কথা নহয় যেনিবা সাধুকথাহে। ৰসগ্ৰাহী শ্ৰোতা পালে সাধুকথা কওঁতাৰ মনত উলাহ লগাদি তেখেতৰো মুখ মণ্ডলত আনন্দৰ অভিব্যক্তি ফুটি উঠা দেখা যায়। উদাসীন ভাৱে নীৰৱ শ্ৰোতা হৈ তেখেতৰ কথা শুনি থকা সকলক তেখেতে বৰ ভাল নাপায়। কথাৰ আঁত ধৰি কুহুলিয়াই কুহুলিয়াই কথা উলিয়াই লব জনা শ্ৰোতা পালে তেখেতৰ কথাই চৌ চৌৱাই থাকে। অন্তৰ খোলা হাঁহিটো শুনি দূৰৈৰ পৰাই মানুহে বেগ্ৰ ৰাপুটি বা

আজিকালি বেণু শৰ্মা বুলি গম ধৰিব পাৰে।" (অঃ গ্ৰঃ হেমকান্ত শুৰবা পৃঃ ৩৮)

'দেখে দশ প্ৰকাৰে, কৃষ্ণক নিবেলাত' বুলি কীৰ্ত্তন পুথিত কংসৰ সভাত কৃষ্ণক বিভিন্ন জনে ভিন্ ভিন্ প্ৰকাৰে দেখাৰ দৰে চাৰিওতো মানুহে বেণুশৰ্মাক বিভিন্ন জনে সম্বন্ধ আৰু বয়স অনুসাৰে ভিন্ ভিন্ প্ৰকাৰে জানে। "চাৰিওত শৰ্মা ডাঙৰীয়াক তেখেতকৈ বয়সিয়াল চামে বেণু-বাপুটি বুলিয়েই জানে। বয়স অনুপাতে তেখেতক দেউ, ৰৰদেউ, প্ৰভু, ৰৰদেউতা, দদা, মামা, ককা আদি বিভিন্ন সম্বোধনেৰে সম্ভাষা কৰে।" (অঃ গ্ৰঃ পৃঃ ৬৯)। এই ভিন্ ভিন্ সম্বোধন আৰু উল্লেখ প্ৰকাৰ বোৰেই সমাজত বেণুশৰ্মাৰ সৰ্বৰহিতাৰ পৰিচয় দিয়ে। আবাল-বৃদ্ধ-বনিতা সকলোৰে মন কথাৰ জেউতিৰে পোহৰাব পৰা গুণ-শৰ্মাৰ সামাজিক জীৱনৰ বৈশিষ্ট্য।

গুৱাহাটীতো আবেলি ফুৰিবলৈ গলে কাৰোবাৰ নহয় কাৰোবাৰ ঘৰত বহেগৈ। দুই তিনিজন লগ লাগেগৈ, তাতো বেণুশৰ্ম মেলৰ ঘাই হৈ পৰে। সভাই সমিতিয়ে আন ঠাইলৈ গলে যাৰ ঘৰত আলহী হয় সেই ঘৰখন সেই কেইদিনলৈ উৰমাই ৰাখে। ল'ৰা, বুঢ়া, বোৱাৰী জীয়ৰী সকলোৰে মনত সন্তোষ লগাকৈ আৰু মনত ৰাখিবলগীয়াকৈ কথাৰ ভাওাৰ এৰি থৈ আহে। ভাষাৰ বিজুতি ঘটিলে তাক পোনাই দিয়ে, ৰন্ধাৰ প্ৰশংসা কৰি পুৰণি জুতিৰ এবিধ অসমীয়া আঞ্জাৰ 'ফৰ-মুলা' দি আহে। এইবোৰ কাৰণত যাৰ ঘৰত এবাৰ থাকেগৈ তেওঁ সুযোগ পালেই শৰ্মাক আলহী ৰাখিবলৈ হেতা-ওপৰা কৰে। এতিয়াও গাঁৱলৈ গলে বেণুশৰ্মাৰ ৰসিকতাৰ কথা মানুহে কোৱা শুনা যায়।

পাছ বয়সত যেতিয়া মেলে-দোৱানে দুৰলৈ যাব নোৱাৰা হল আৰু গৃহৰত্তী সবৰ শাসন উলঙ্ঘা কৰি অ'লৈ ত'লৈ যাওঁ বুলিলেও যাবলৈ অসহায় হৈছিল, তেতিয়াও প্ৰতি দিনে বেণুশৰ্মাৰ শোৱাখাটখনৰ দাঁতিতে বা তাৰ সন্মুখত থকা বাৰান্দাত নিতৌ গুণমুগ্ধসকলৰ সমাগম ঘটে। কথা বতৰাৰ মাজত খল খল হাঁহিয়ে ঘৰখন গমগমীয়াকৈ ৰাখে। কেতিয়াবা কেঁকাই জেকাই চাৰিপাটীত পৰি থাকোঁতে ঘপহ কৰে ওলাইছোঁগৈ। ঘৰৰ মানুহে কয় আজি ৰৰকৈ কেঁকনি উঠিছে। এই বুলি কোৱা শুনিলে নে কি শৰ্মাই সিফালৰ পৰা মাত দিলেই "সেইটি কোন?

অমুকা-নে ?" গৈ ওচৰত বহাৰ লগে লগে শেহাই শেহাইহে কথা কয়। তাৰ পাছত উঠি বহে। পাছত কথাৰ উত্তাপৰ লাচতে মাতষাৰ সৰগৰীয়া হৈ পৰে। আৰু অলপ ৰস চৰিলে শুনিবা, সেই বেণুধৰ মুলত খলখল হাঁহিটো। উলটি আহোঁতে শৰ্মাপত্নীয়ে কয় 'তুমি অহাৰ আগলৈকে দেও, কেকাই আছিল, এতিয়া সেইয়া যোলটকীয়া।" কথাৰ সাগৰ বেণুশৰ্মাক কথাই লম্ভিলে জৰ নৰিয়ায়ো ফাট মাৰে। ব্যক্তিত্বৰ এই দ্বিধাভক্ত ৰূপটো এটা প্ৰহেলিকা, ঘৰৰ আপোনজনৰ কাৰণেও আৰু বিশেষ ঘনিষ্ঠভাৱে যিবিলাকে জানে তেওঁবিলাকৰ কাৰণেও। জানোচা বুদ্ধিদীপ্ত শক্তিমান সাহিত্যিকৰ এনেকুৱা অনন্যসাধাৰণ মনোগতি থাকেই।

ভেম আৰু ভৰক, এই দুটা পেগনীয়া গুণৰ লগত বেণুশৰ্মাৰ কস্মিন কালেও বাহিযোৱা নাহিছিল। তেখেত যেতিয়া যশস্যাৰ শিখৰত উঠিছিল তেতিয়াও যেয়ে যলৈকে ভাৱসাৰে মাতিছিল তলৈকে গৈছিল। বাহনৰ বাচবিচাৰ নাছিল। মটৰ গাড়ীৰেও ৰাজী বাচেৰেও ৰাজী। গৰুৰ গাড়ীত যদি কোনোবাই নিব খোজে তাতো সানন্দে ৰাজী হৈ আগৰমুৱা হৈ ওলাব। তেখেতক বিশেষ প্ৰাধান্য দিলে নে নাই তালৈ কোনো দিনে ভ্ৰূক্ষেপ নকৰিছিল। তেখেতে নিজে ডিঙি হেলাই, হাত-যোৰ কৰি কৃত্ৰিম বিনয়ৰ ভাও মুজুৰিছিল, কিন্তু সেই বুলি বাগ্-ব্যৱহাৰত বা সোধ-পোছত আৰু কথাবতৰাত ঠৰঙা নাছিল। তেখেতে যেনেকৈ ভেম মুজুৰিছিল আনেও ভেম ধৰা যেন দেখিলে ভাল নাপাইছিল। এদিন বাগ্মীসৰ নীলমণি ফুকন মটৰ গাড়ীৰে আহি বেণুশৰ্মাৰ ঘৰৰ পদুলিত গাড়ীৰখাই গাড়ীতে বহি থাকি শৰ্মাক মাতি আনিবলৈ চালকজনক পঠিয়ালে। চালকজনে ভিতৰলৈ গৈ বেণুশৰ্মাক কলে বোলে "নীলমণি ফুকন আহিছে আপোনাক মাতি পঠাইছে।" শৰ্মাৰ টিঙিচ্ কৰে উঠিল খং—কলে "ফুকন মোৰ ঘৰলৈ আহিলে মান যায় নেকি, কৈ দেগৈ মই যাব নোৱাৰো তেখেত আহে যদি আহক, নাহিলেও নাই।" ফুকনো সেই, নোসোমাই গুচি গল। ফুকনৰ এটা ভেম আছিল সঁচা, কিন্তু সেইদিনা ভেমতে শৰ্মাৰ ঘৰলৈ যোৱা নাছিল নে আন কিবা কাৰণত তেনে কৰিছিল নাজানোঁ। পাছে দেখাত শৰ্মাই বেয়া পাবলগীয়া হয়। ভেম আৰু ভৰক প্ৰকৃত সাহিত্যিকৰ জীৱনত খাপ নাখায়। সাহিত্যিকে

জীৱনৰ বস আহৰণ কৰে সমাজৰ পৰা। সমাজৰ সকলো স্তৰৰ মানুহেই তেওঁৰ অভিজ্ঞতাক পোহ দিয়ে। সেই দেখি নিচেই নগণ্যজনকো তেওঁ অৱহেলা যি কৰিব নোৱাৰেই আকোঁৱালি ধৰিবহে জানিব লাগিব। বেণুশৰ্মাই বৰ লোকৰ সান্নিধ্য যেনেকৈ পাইছিল, সেইসকলৰ গুণাৱলীৰ অনুধাৱন কৰিছিল আৰু লেখনীত ব্যক্ত কৰিছিল, সেইদৰে বাটৰ দুবৰি বনকো আওহেলা নকৰিছিল। বোকাৰ পৰা সোণ বুটলি লোৱাৰ কৌশল তেখেতে আয়ত্ত কৰিছিল। নহলে নো মৰিয়া বাহাদুৰ চেখ আব্দুল্লাৰ ঘৰৰ ভিতৰতো বহি বিয়নি মেল মাৰি কথা পতাৰ মোকটো পাবলৈ ক'ৰ প্ৰেৰণা পালে? যাক সৰু মানুহ বোলে সেই সকলৰ মুখৰ বাক্যৰ পৰাই বেণুশৰ্মাই অসমীয়া ভাষাৰ বস গোটাই জেউতি-ভৰা ভাষাৰ বহঘৰা সাজিছিল।

"বাটৰ দুবৰি বন গছকত পৰা, সিও দিব পাৰে এটি স্বৰ্গৰ বতৰা"। কবিৰ এই সত্য ফাকিৰ নিজৰ জীৱনত যথাৰ্থ প্ৰয়োগ কোনজন অসমীয়া সাহিত্যিকে কৰিছিল বুলি যদি কোনোবাই সোধে তেনেহলে বেণুধৰ শৰ্মাৰ নামটো প্ৰথমে মনত পৰিব। জীৱনৰ এছোৱা কাল গছকত পৰা দুবৰি বন সদৃশ মানুহৰ লগতে "ব্ৰাহ্মণৰ চণ্ডালৰ নিবিচাৰি একো কুল" হলিগলি কৰিয়েই দেশ সেৱাত আত্মনিয়োগ কৰিলে। পাছৰ কালতো আত্ম-বিস্তাৰৰ এই অনুশীলন বেণুশৰ্মাই এৰা নাছিল। আনকি সভা-সমিতিলৈ গাঁৱলৈ গলেও মঞ্চশোভাকৰ হৈ সৰহ সময় বহি থাকিব নোৱাৰিছিল। সভাপতি নহৈ আন কিবা ৰূপে সভাত থাকিলে মঞ্চৰপৰা নামি গৈ চাৰিওফালে আৰু তাৰ লগত চিনাকী হৈ উৰহী গছৰ ওৰ লৈ ফুৰিছিল। ক্ষন্তেকতে সন্মানিত অতিথিৰ মোটটো থহাই সকলোৰে আপোন জন হৈ পৰে। চাওঁতে চাওঁতে ভক্তৰ দল এটাই নক্ষত্ৰ পুঞ্জৰ দৰে 'বেণু চন্দ্ৰক' চাৰিওফালে ঘেৰি ধৰে।

কথা-বতৰাত নিজৰ কথাবোৰৰ মালিহা নামাৰিছিল। যেতিয়া নিজৰ কথা কৈছিল সেই কথাত এনে এটা ৰহণ দিছিল যে সেইবোৰ নিজৰ যেন হৈ নাথাকিছিল। নিজৰ ব্যক্তিগত কথাটো সৰ্বজনৰ আমোদ দিব পৰা জেউতি এটা চৰাইহে তেখেতে কথা কৈছিল। নিজৰ কথা কৈ গৌৰৱ যি নকৰিছিলেই, কেতিয়াবা নিজৰে লুকুৱাব লগা কথাকো দুলুকুৱাইছিল। পেটত কথা ৰাখিব নোৱাৰিছিল, ভমক উঠিলে ঘৰুৱা কথাকো বেকত কৰি

দিয়াৰ স্বভাৱ আছিল। এনেবোৰ কথা অন্তৰঙ্গজনকহে কৈছিল। মুঠতে বেণুশৰ্মা বহুবক্তী, কথা চহকী বা কথা গৰকা নহৈও ভলভলীয়া কথাৰ-সাগৰ আছিল। বহুত অসমীয়া বৰলোকৰ গাম্ভীৰ্য্য সাধাৰণৰ সহনীয় বিধৰ নহয়। বেণুশৰ্মাৰ স্বভাৱৰ গম্ভীৰতাই ৰসগ্ৰাহী শ্ৰোতাৰ লগত আত্মীয়তা পতাত বাধা নজন্মায়।

খোলা স্বভাৱটোৰ কাৰণেই শৰ্মাই কাৰো প্ৰতি কপট পুহি ৰাখিব নোৱাৰিছিল। কোনোবাই কিবা কথাত যদি মন বিহুৰাইছিল তাক মনত ৰাখি বেছি দিন উমাই ৰাখিব নোৱাৰিছিল, পাহৰি গৈ অকপটভাৱে যথাপূৰ্ব্ব ব্যৱহাৰ কৰিছিল। যিসকলে কিবা ৰূপে তেখেতক সমালোচনা কৰিছিল অথবা দুৰ্গুণ গাইছিল, কিম্বা বিৰোধিতা কৰিছিল, নিজৰ লেখাত সেই সকলকো সসন্মানে উল্লেখ কৰিয়েই ক্ষান্ত নহৈ গুণ কীৰ্ত্তনো কৰি গৈছে। যোৰহাটৰ উপেন বৰুৱা স্কুলৰ প্ৰতিষ্ঠাতা উপেন্দ্ৰ নাথ বৰুৱাই বাঁহীত এবাৰ বৰ কটু সমালোচনা কৰিছিল। সেই উপেন্দ্ৰ নাথ বৰুৱাকো অসমৰ শিক্ষাৰ অগ্ৰগতিৰ ধাৰক স্বৰূপে সপ্ৰশংস বৰ্ণনাৰে উল্লেখ কৰি গৈছে (অৰ্ঘ্যাৱলী পৃঃ ১৫১)। অসহযোগ আন্দোলনত জুইতো খেৰ নিদিয়া আৰু ২১ চনৰ পৰা ৩০ চনলৈকে হিৰণ্যকশিপুৰ দৰে চাৰিওফালে বিধি পথালি দিয়া দুজন মানুহৰ নাম বেণু শৰ্মাই কাঁচিয়লি ৰদত গ্ৰন্থৰ এচুকত উল্লেখ কৰি গৈছে। সেই দুজন হৈছে বাকৰতী গাঁৱৰ পৰ্শুৰাম গগৈ আৰু বেজ গাঁৱৰ হাড়ি কৈবৰ্ত্ত সাতোলা। বাকৰতীৰ পৰ্শুৰামেই গান্ধীৰ কথা কবলৈ যোৱাত এদিন বেণুশৰ্মাৰ গালৈ খৰি ফালি থকা কুঠাৰখনকে মাৰি পঠিয়াইছিল। যিদিনা ১৯৩৪ চনৰ এপ্ৰিল মাহত মাছখোৱা গড়ৰ দাঁতিত নেওগ গোহাঁই পুখুৰীৰ পাৰত মহাত্মা গান্ধীক সম্বৰ্ধনা জনাবলৈ মণ্ডপ সজোৱা হৈছিল, তালৈ অগণন ৰাইজৰ সমাবেশ হৈছিল। দেখাক দেখি মন সামৰিব নোৱাৰি পৰশুৰাম গগৈ আৰু হাড়ি কৈবৰ্ত সাতোলাও তালৈ যাওক। সেইদিনা খাদৰ বিৰোধী দুয়োজনা বুঢ়া আপক মুগাৰ চুৰিয়া, চাপকন, মুগাৰ পাগুৰি মাৰি অহা দেখি শৰ্মাৰ মনৰ কুষাৰিভাব আঁতৰি গ'ল। তেখেতে লিখিছে "শত্ৰুক সদায় বৰপীৰা দিবলৈ কৈছে"। এই নীতি বাক্যকে মানি গগৈ, কৈবৰ্ত্ত দুয়োগৰাকীক নি মহাত্মা বহিবলগীয়া আসনৰ ওচৰতে বহুৱাই থলেগৈ"। গালৈ কুঠাৰ মৰা মানুহজনক মহাত্মাৰ কাষত বহুৱাই যিজনে সন্মান দিব পাৰে সেইজনৰ হৃদয়খন

কম উদাৰ হব নালাগিব। গান্ধী মহাত্মাৰ মাহাত্মাই বেণুশৰ্মাকো পৰশিছিল।

কি উদীয়মান, কি লব্ধপ্ৰতিষ্ঠ সকলোৱেই বিহাৰাৰীৰ সুৰাগপুৰৰ বেণু তীৰ্থত জোৰোৰা মাৰি আহিবলৈ যোৱাৰ এটা দৈনিক সমাগম হৈয়েই আছিল। শৰ্মাই লৰা, ডেকা, বুঢ়া সাহিত্যিক কাকো সক বৰ গণ্য নকৰাকৈ উৎসাহ দিছিল আৰু প্ৰেৰণা ছটিয়াইছিল। কোনোবাই এষাৰি আশীৰ্বাদ লিখি দিবলৈ কলে তাকো ভাল বেয়া একো বিচাৰ নকৰি লেখকৰ সন্তোষ বিধান কৰিছিল। নাম-যহ নথকা ন-লেখক এজনেও যদি তেওঁ লিখা কিতাপ এখন ভাব-ভাৰস্থিৰে উপহাৰ দিয়ে তাক শৰ্মাই পাত লুটিয়ায়ে থৈ নিদিছিল। পাতে পাতে পঢ়িছিল, ভাষাৰ অশুদ্ধি বা অশোভনতা চকুত পৰিলে আঁচ পাৰি, দাঁতিত শুধৰণি লিখি কিতাপখন চিত্ৰ-বিচিত্ৰ কৰি থৈছিল। এই লেখকে আউনীআটী সত্ৰৰ বুৰঞ্জীখন হাতে লিখা অৱস্থাতে শৰ্মাক এবাৰ পঢ়ি চাবলৈ দিছিল। এনেয়ে কিতাপ ডাঙৰ, প্ৰায় পাঁচশ বৃষ্ঠা, তাতে হাতে লিখা অৱস্থাত, ইপিনে শৰ্মাৰ চকুৰ শক্তি তেতিয়া ক্ষীণ। ভাবিছিলো থপিয়াই অ'ত অলপ ত'ত অলপ পাত লুটিয়াই পঢ়িব। পাছে কিতাপ যে ঘূৰাই দিলে, দেখিলো পঢ়িলে যি পঢ়িলেই গোটেই কিতাপখনৰ ঠায়ে ঠায়ে মন্তব্য একোটাও লিখি দিলে। সেইটো হাতে লিখা কপি? ভাগ্যে প্ৰেছলৈ পঠিয়বলগীয়াটো নাছিল। আলোচনা প্ৰসঙ্গত কত কোনখিনি ভাল হৈছে, কোনখিনিত অলপ বেলেগাই লিখা হেতেন ভাল হ'লহেতেন, তাক যেনেকৈ কবলৈ ধৰিলে তাৰ পৰা বুজিবলৈ বাকী নাথাকিল যে শৰ্মাই গোটেই কিতাপখন খৰচি মাৰি পঢ়িছিল।

দৈনন্দিন অভ্যাস বা দিন-চৰ্যাবিলাকতো বেণু শৰ্মা শোগোনা বিধৰ মানুহ নাছিল। ইঁহেৰেও ৰাজী যাহেৰেও ৰাজী স্বভাৱৰ মানুহজন সেই-দেখি য'তে আলহী হয়, সৰহদিন থাকিলেও গৃহস্থৰ বোজা স্বৰূপ নহৈছিল। যি দিয়ে তাকে তৃপ্তিৰে খায়, যতে শুবলৈ দিয়ে নিৰ্ভৰে টোপনি মাৰে। মাটিকে পীৰা হেন জানি বহিবলৈ আপত্তি নাই। এই গুণ কেৰাৰ কাৰণেই আপামৰসাধাৰণৰ ঘৰতো, সন্মানিত আলহী হৈয়ো, ঘৰৰে এজন যেন হৈ পৰিছিল। সাহিত্যিক এজনৰ জীৱনৰ ডাঙৰ সম্পদ সমাজৰ লগত সম্যক পৰিচয়। জনসাধাৰণৰ লগত মিলিব নোৱাৰিলে এই পৰিচয় জ্ঞান হব নোৱাৰে। মনত পৰিছে এবাৰ শুৱালকুছিৰ এখন সভা গাই

পাছদিনা দুয়ো দুয়ো গুৱাহাটীলৈ আহিছিলো। পলাশবাৰীলৈকে নাৱেৰে অহাৰ বন্দবস্ত হ'ল। আমাৰ লগত আৰু কেইজনমান গুৱালকুছি আৰু গুৱাহাটীৰপৰা যোৱা লগৰীয়াও আছিল। আবকালিৰ মিঠা ব'দত নাও যাত্ৰাটো আটাইৰে মন-সুৰগা হৈছিল। আগদিনাৰ সভাৰ সাফল্য আৰু চৰ্চ্চিত বিষয়বোৰৰ ওপৰতে কথা বতৰা হৈছিলো। অলপ পৰ এনেকৈ অহাৰ পাছত শৰ্মা আমাৰ মাজৰ পৰা উঠি গৈ গুৰিয়ালজনৰ ওচৰত বহিলগৈ। গুৰিয়ালজনৰ লগত যেন গোপন কথাহে পাতিছে, এনে ভাৱে। ওৰে বাট কি কথা পাতিলে কাণ পাতিবলৈ নহ'ল। বৰ অন্তৰঙ্গ হৈ যে কথা পাতিছিল তাক দুয়োজনৰ ভাও গতিৰ পৰাই বুজা গৈছিল। এইদৰে যলৈকে গৈছিল, আৰু যেতিয়াই গৈছিল, আছিল সম্পন্ন লোকৰ ঘৰত সন্মানিত আলহীৰূপে, কিন্তু ফুৰিছিল নিজৰ ৰুচিমতে, কথা পাতিছিল— যাকে লগ পাইছিল তাৰে লগতে। এইদৰে লাগতিয়াল অলাগতিয়াল সকলো তথ্যৰ কুটা কঢ়িয়াইছিল। এই কুটাবোৰ কোনটো কিহত লগাব তাৰ কোনো পৰিকল্পনা নিজৰে নাছিল। কঢ়িওৱাটোৱেই স্বভাৱ, এই স্বভাৱেই শৰ্মাক নাকত ধৰি চাকত ঘুৰাইছিল। নাৱৰীয়া, গাৰোৱান, মহ'গুৱাল, মৃগয়াৰথীয়া, মাছমৰীয়া, হাতীমহলীয়া মাউত কান্দী কোনো তেখেতৰ মানত পেলনীয়া বা অলাগতিয়াল নাছিল। সকলো তৰপৰ অসমীয়া মানুহৰ নাড়ী-নক্ষত্ৰ যে বেণুশৰ্মাৰ কৰতলামলকবৎ আছিল, তাৰ গুৰিতে আছিল ভেম ভৰকক নেওচি হৰিল-গৰিল কৰিব পৰা মহৎ গুণ কেৰা। এনে মহৎ গুণৰ অধিকাৰী আছিল কাৰণেই মহৎ সাহিত্য আৰু সম্পদশালী ভাষাৰ সৃষ্টি কৰিব পৰা শক্তি অৰ্জন কৰিব পাৰিছিল।

# ধৰ্মীয় চিন্তাধাৰা

ধৰ্ম যদিও মানুহৰ জীৱনৰ সংগুপ্ত সম্পৎ তথাপি জীৱনৰ সৰ্ব্বাত্মক দৃষ্টিৰ পৰা তাক আঁতৰাই ব্যক্তি বিশেষৰ অধ্যয়ন সম্পূৰ্ণ হব নোৱাৰে। বেণুশৰ্মাৰ ধৰ্ম নিষ্ঠতাৰ বিষয়েও অলপ চুযাব নকলে এই অধ্যায়ৰ বিচাৰ সম্পূৰ্ণ হোৱা বুলি ভাবিব নোৱাৰি।

আচৰণৰ দিশৰ পৰা বেণুশৰ্মা নিষ্ঠাবান আৰু নিকপকপীয়া নাছিল। ব্ৰাহ্মণ পৰিয়ালত বা হিন্দু সমাজত যিবিলাক বাহ্যিক আচৰণ কৰিলে বহিৰ্দৃষ্টিৰপৰা সমাজে ধাৰ্ম্মিক বুলি আখ্যা দিয়ে সেই আচৰণবোৰৰ কোঢ়া মুঠিয়াকৈ পালন কৰাত তেখেতৰ ৰতি নাছিল। চাৰিওৰ ঘৰত থাকোঁতে নিত্য নৈমিত্তিক কৰ্মবিলাক বাদ নিদিছিল। চাৰিং এৰাৰ পিছৰপৰা সেই বিলাকৰ লগত সম্বন্ধ নোহোৱাৰ নিচিনাই হল। কথা বতৰাৰ মাজত ধৰ্ম্মৰ কথা কোনোবাই উলিয়ালেও উপকৰাকৈ এটা মন্তব্য কৰিয়েই ক্ষান্ত আছিল, তেনে কথাত ৰস পাইছিল বুলি অনুমান নহয়। দক্ষিণপাট সত্ৰৰ আনুগত্য আছিল আৰু সেই সত্ৰৰ বিস্তৃত ইতিহাস লিখি গল। তাৰ লগত আনুষঙ্গিক ভাবে ধৰ্ম্মৰ কথা স্থান বিশেষে আলোচনা কৰিছে কিন্তু সত্ৰীয়া ৰীতি নীতি মানিচলা বা নাম প্ৰসঙ্গ কৰা হলে দেখা নাই। দক্ষিণপাট সত্ৰৰ চলা জনা অধিকাৰ শ্ৰীশ্ৰীহৰিদেৱ প্ৰভুৰ্ব অনুৰোধত শৰণ লৈছিল সঁচা কিন্তু সেই শৰণৰ নিত্য পালনীয় ক্ৰিয়াখিনি নকৰিছিল। এই বিলাকৰ প্ৰতি যে তেখেত অশ্ৰদ্ধ আছিল এনে নহয় শ্ৰদ্ধাপূৰ্ণই আছিল কিন্তু সেই শ্ৰদ্ধা আছিল ঐতিহ্যপ্ৰিয়তাৰ গুণত। ধৰ্মৰ বাহ্যিক আড়ম্বৰ, ক্ৰিয়া-কাণ্ড, সামাজিক আচৰণবোৰৰ প্ৰতি শৰ্ম্মাৰ এটি ঐতিসাহিক মোহ আছিল। দক্ষিণপাট সত্ৰৰ প্ৰপন্ন শিষ্যত্ব, হিন্দুত্বৰ গৌৰৱ, বেদ বেদান্তৰ প্ৰতি শ্ৰদ্ধাপূৰ্ণ আসক্তি আৰু ব্ৰাহ্মন্য সংস্কাৰৰ প্ৰতি অনুগত্য এই সকলো বিলাকৰ মূল আছিল এই ঐতিহ্য ভক্তি আৰু ঐতিহাসিক মোহ। সামাজিক আচাৰ বিচাৰ শুচি অশুচি আৰু ভক্ষ্যাভক্ষ্যৰ নীতি নিয়মৰ প্ৰতি তেখেত দেখা দেখি ভাবেই অনুগত নাছিল। এইবিলাকৰ স্বনিহিত মূল্য বা আধ্যাত্মিক তাৎপৰ্য্যও কিবা আছে বুলি তেখেতে নাভাবিছিল। এইবোৰ কটকটীয়া গৃহ শাসনৰ মাজত থকা শৈশৱ কালতে ভঙ্গ কৰিছিল। অব্ৰাহ্মণৰ ঘৰত থকা জলপান খাই

পৰাচিত হ্বলগীয়া হোৱাৰ কথা ইতি পূৰ্ব্বে প্ৰথম পটলতে কোৱা হৈছে। শিৱসাগৰীয়া জীৱনতো বাধ্যত পৰি এইবোৰ নৈতিকতাৰ হাত সাৰিব নোৱাৰিছিল যদিও লগৰ লগত লুকাই চুৰকৈ নিয়মভঙ্গ কৰিবলৈ দ্বিধাবোধ নকৰিছিল। সেই দিনত মনে মনে গৈ পাদ্ৰিৰ গুৰিত ইংৰাজী শিকা আৰু বাইবেল শাস্ত্ৰৰ ব্যাখ্যা শুনাৰ পৰাই চেমনীয়া মনৰ পৰম্পৰাবিৰোধী সাহসৰ পৰিচয় পোৱা যায়। অসহযোগ আন্দোলনৰ সময়ত পুৰণিৰ খোপনি নেৰা বিধ বাইজৰ মাজত বেণুশৰ্মাৰ অনাচাৰী বুলি কুখ্যাতি শুনা গৈছিল। সেইবোৰলৈ তেখেতে কেৰেপ নকৰিছিল আনকো নিকপকপীয়া বুলি ঠুগুণ গাই ফুৰিছিল। সেই বুলি যে তেখেতে যেতিয়াই তেতিয়াই যথে মথে অভক্ষ্য ভক্ষন কৰি অপেয় পান কৰি ফুৰিছিল সেইটো নহয়। বেণুশৰ্মা আছিল মধ্যমপন্থী, যুক্তাহাৰবিহাৰী। অতিশয়তাৰ আতঁৰত আছিল কিন্তু দূৰতে চেই চেই কৰিও ফুৰিছিল। আন কিবা এটা কথা প্ৰসঙ্গত তেখেতে এদিন কৈছিল "ঘোঁৰাৰ লেকাম অতিকৈ টানিলে সি ঘোঁৰা গুচি গাধ হব। সমূলি এৰি দিলে কেনি খালে ভোগে পেলায়গৈ তাৰ কি ঠিকনা আছে"। সামাজিক আচাৰ নীতিত শৰ্মাই এই দৃষ্টান্তকে অনুসৰণ কৰিছিল যেন লাগে।

গাঁৱে ভূঞে মহাপুৰুষৰ তিথি উৎসৱৰ সভা অথবা তেনে উদ্দেশ্য পতা ধৰ্ম্মালোচনী সভাত তেখেতে যোগ দিছিল। সেইবোৰৰ দুই চাৰিখনত এই লিখকেও যোগ দিছিল। সেইবোৰ সভাত ধৰ্ম্ম সম্পৰ্কে বৰ গভীৰ তত্ত্ব ব্যাখ্যা কৰিছিল এনে নহয় কিন্তু সকলো ধৰ্মৰ যে একেটা লক্ষ্য বাটটোহে মাথোন বেলেগ তাক হলে দৃঢ়ভাবে কৈছিল। এখন সভাত শুনিছিলো হিন্দুৰ গঙ্গাজল, মুছলমানৰ 'আপে জম্‌জম্‌, খৃষ্টিয়ানৰ জৰ্ডান নৈৰ পানী কেনেকৈ পবিত্ৰ আৰু জলত শুদ্ধি কৰাৰ ভাবটো যে একে তাক বিৱৰি কৈছিল। ধৰ্ম্ম সম্বন্ধে উপকৰা বা বাহ্যিক আচৰণবিলাকত সিমান বাপ নাথাকিলেও, ধৰ্ম্মৰ মূল শিক্ষা বিলাকৰ প্ৰতি বেণুশৰ্ম্মা আস্থাবান আছিল। ফুল-চন্দন প্ৰবৃত্ত 'মহাপুৰুষৰ শ্ৰীমাধৱ দেৱ' প্ৰবন্ধৰ এঠাইত শৰ্ম্মাই নিজা মন্তব্য এয়াৰ দি কৈছে "ভক্তি হৃদয়ৰ বস্তু আৰু সি অপাৰ্থিব। বুদ্ধি মূৰৰ বস্তু, সি পাৰ্থিব। বুদ্ধিয়ে চাক্ষুষ বস্তুৰ মূল্যাঙ্কন কৰে আৰু হৃদিগত ভক্তিয়ে তনুমনদেহা সবাক লুটি নি ভক্তিৰ পাত্ৰতে ভক্তৰ আত্ম বিলোপ সাধন কৰে।" (ফুঃ চঃ পৃ ৪২)। অন্তৰৰ ভক্তিয়েই বেণুশৰ্ম্মাৰ মতে প্ৰকৃত ধৰ্ম্ম, বাহ্যিক আচৰণৰ কিছুমান যে

খাজ মলবাকৈ আজিও বহি আছে শৰ্মাৰ মানত "এইবাবেই যে সেই নীতি নিয়মবিলাক স্বাস্থ্য আৰু সৌন্দৰ্য্য বৰ্দ্ধনৰ ক্ষেত্ৰিয়াও পৰিপন্থী হব নোৱাৰে।" ( স্মৃঃ চঃ পৃঃ ৪৫ )।

ঈশ্বৰৰ অস্তিত্ব আৰু তেওঁত বিশ্বাস সম্বন্ধে শৰ্মাই লিখিছে—"টিপিকি অকলে এবিধ জড় পদাৰ্থ, সংঘৰ্ষ হলেই তাৰ পৰাই জুই ওলায়। বৈজ্ঞানিকে বা নিৰীশ্বৰবাদীয়ে পদাৰ্থটিৰ অস্তিত্ব বিশ্বাস কৰে, তাৰ ভিতৰত নিহিত থকা দাহিকা শক্তিটোক ঈশ্বৰদত্ত বুলি বিশ্বাস কৰিব নোখোজে, কয় সংঘৰ্ষ হলেই জুই ওলাবই। কিন্তু ঈশ্বৰ মনাসকলে সেই নিহিত শক্তিটোকেই ঈশ্বৰৰ সত্তা বুলি বিশ্বাস কৰে। নাস্তিকে হেজাৰবাৰ নকওক জগতস্ৰষ্টা এজন নাই বুলি, তথাপি ৰসাস্বাদযুক্ত কুহিঁয়াৰ এডালে কৈ দিব আছে বুলি। কিয়নো তেনেডাল গছ বৈজ্ঞানিকে সৃষ্টি কৰি দিব নোৱাৰে। গতিকে এজন বিশ্ব খনিকৰ থকাটো স্বতঃসিদ্ধ কথা পৰিধিবিহীন হলেও সেইজনৰ নিমিত্ত-মাত্ৰ ৰূপ বা আকাৰ আছে বুলি ধৰি লব লাগিব। সেইহে আমাৰ শাস্ত্ৰসমূহে পৰমেশ্বৰৰ অস্তিত্ব আৰু সাকাৰত্বৰ কথা প্ৰাচীন কালৰ পৰাই স্বীকাৰ কৰি আহিছে। আমিও সেই দেখি, "প্ৰথমে প্ৰণামো ব্ৰহ্মৰূপী সনাতন" তাকেই কৰি আহিছোঁইক" ( দঃ পাঃ সত্ৰ—আগকথা )।

ঈশ্বৰৰ অস্তিত্বত সুদৃঢ় বিশ্বাস আৰু তেওঁত ভক্তি বেণুশৰ্মাৰ দুয়োটাই আছিল। লোকক দেখুৱা ধৰ্মাচৰণ কৰিবলৈ মন নকৰিছিল। অলাগতিয়াল নীতি নিয়ম ধৰ্মৰ নামত চলিলেও তাক পৰিহাৰ কৰিছিল। পাছে আনে সেইবোৰ আচৰণ কৰা দেখিলেও নিন্দা নকৰিছিল। "লোকক দেখিলে কেতেবাই মাতিবা, ভিতৰি নেৰিবা বেথা"—এই নীতি পাৰিবাৰিক জীৱনৰ আপোনজনত যেনেকৈ খটুৱাইছিল, ঈশ্বৰৰ বেলিকাও সেইদৰেই খাপ খুৱাই লৈছিল। তাৰ প্ৰমাণ পাইছিলো এদিন এষাৰ কথাত। হাতী মহলত থাকোঁতে এদিন কিবা স্বৰূপে অৰ্দ্ধশিক্ষিত বনৰীয়া হাতীৰ সন্মুখত পৰি বেণুশৰ্মাৰ প্ৰাণৰ সংশয় হৈছিল। ভাগ্য ভাল আছিল বুলি আসন্ন মৃত্যুৰ মুখৰপৰা সাৰিল। তাকে বিৰবি কওঁতে কৈছিল—"ঈশ্বৰে এইদৰে মোক বহুত বিপদৰপৰা পৰিত্ৰাণ কৰি আহিছে।" ভাগ্যৰ বলত বুলি নকৈ যে ঈশ্বৰে ৰক্ষা কৰি আহিছে বুলি কৈছিল—তাৰ পৰাই ভিতৰ্কি ভিতৰি ঈশ্বৰলৈ কিমান বেথা তাক বুজিব পাৰি।

# ৰাজনীতিৰ ফল্গুস্ৰোত

কলেজত পঢ়াদিনত কলিকতাত সুৰেন্দ্ৰনাথ বানাৰ্জী, বিপিনপাল প্ৰভৃতি সেই সময়ৰ অগ্নিবৰ্ষী বক্তাসকলৰ ভাষণ শুনি ডেকা মনত বেণু শৰ্মাৰ যি গভীৰ ছাপ পৰিছিল সেই কথা ইতিপূৰ্ব্বে কোৱা হৈছে। এনিবেচাণ্টৰ ৰাজেন্দ্ৰাণ্ডু হোৱা পুস্তিকা পঢ়ি তাত জুইৰ আঙনিৰ উত্তাপ পোৱাৰ কথাও নিজে লিখি থৈ গৈছে। মহাত্মা গান্ধীৰ বক্তৃতা শুনি পঢ়া শুনাকো বাদ দি ঘৰলৈ উভতি আহি অসহযোগ আন্দোলনত জপিয়াই পৰিল। ভাৰতবৰ্ষক ইংৰাজ-মুক্ত কৰি স্বাধীন কৰাৰ সংকল্পই তেতিয়া সৰহভাগ ডেকা-লৰাৰ একমাত্ৰ ৰাজনীতি হৈ পৰিছিল। সেই ডেকাদলৰ মাজত বেণুশৰ্মাও এজন আছিল। ইয়াৰ লগে লগে আন এটা ৰাজনৈতিক প্ৰেৰণা ধাৰায়ো শৰ্মাক উদ্বুদ্ধ কৰি থৈছিল। তাৰ গুৰি শিৱসাগৰতে যদিও, কলিকতাত গৈ অসমৰ পৰা আঁতৰি থাকি সেই ৰাজনীতিয়েও সমানে সমানে অন্তৰত গুজৰি গুমৰি আছিল। বিভিন্ন কমিছনৰ সাক্ষ্য দিবলৈ যোৱা অসমৰ সিংহপুৰুষ কেইজনমানৰ সাক্ষাৎ পাইছিল। সেইসকলৰ ব্যক্তিত্বই বেণু শৰ্মাক মোহিত আৰু উজ্জাগ্ৰত কৰিছিল অসমৰ স্বাৰ্থ ৰক্ষা কৰা আৰু গৌৰৱ বিকীৰ্ণ কৰাৰ দায়িত্ববোধৰ যি কুৰা জুই উমি উমি জ্বলি আছিল সেই জুই দপদপীয়া হৈ উঠিল। সেই কেইজন ভব্য পুৰুষ আছিল, গঙ্গা গোবিন্দ ফুকন, ঘনশ্যাম বৰুৱা, তৰুণ ৰাম ফুকন, নবীন চন্দ্ৰ বৰদলৈ, পদ্মনাথ গোহাঞি বৰুৱা, চন্দ্ৰধৰ বৰুৱা প্ৰভৃতি। এখেতসকলৰ কথাকে সুঁৱৰি শৰ্মাই লিখিছিল "এইসকল অসমীয়া দেশ-প্ৰেমিক, থুলন্তৰ দেহৰ অতুলনীয় ব্যক্তিত্বশীল পুৰুষৰ সাক্ষাৎ লাভ কৰিবলৈ পোৱা হৈছিল। তেখেতসকলৰ মন্ত্ৰকে শিৰোধাৰ্য্য কৰি মানি লৈছিলো। (জয়ন্তী বাঃসঃ)

ভাৰত উদ্ধাৰ আৰু অসম ৰক্ষা এই দুই ধাৰা ৰাজনীতিয়ে শৰ্মাৰ হৃদয়ত কোনো দ্বন্দ্বৰ সৃষ্টি কৰা নাছিল। এই কথাৰ প্ৰমাণ দিয়ে তেখেতৰ ভাস্কৰ বৰ্মা প্ৰবন্ধৰ শেহত কৰা উক্তি আৰাবেই—"ভাৰতৰ পূব প্ৰান্তত থকা এই মহাদেশখন পূৰ্ব্বে ভাৰতবৰ্ষৰ ৰাজতন্ত্ৰাধীনত নাছিল। কামৰূপৰ ৰাজেদিয়েই এসময়ত আৰ্য্য সভ্যতাৰ সোঁত বলিছিল যদিও কালৰ প্ৰভাৱত এই সোঁত অন্তঃসলিলা হয়। কুমাৰ ভাস্কৰৰ প্ৰভাৱ পৰাক্ৰমত সেই

সোঁত আকৌ উজলি উঠিল। নালন্দাৰ অনুৰূপ একোখনি বিদ্যাচৰ্চ্চাৰ কেন্দ্ৰ স্থাপিত হল। সংস্কৃত ভাষাই পুনৰ জীৱন পালে। সম্পৰ্কৰহিত হৈ থকা কামৰূপ আকৌ নতুন সোঁতত পৰি ভাৰতৰ লগত অবিচ্ছেদ্য সম্বন্ধ স্থাপিত হল আৰু তেতিয়াই কামৰূপে ভাৰতীয় সংস্কৃতিৰ নতুন অবিহণা যোগালে" (ক্ষুঃ চঃ পৃ ৮১)। সেই বুলি ভাৰতৰ হকে অসমৰ স্বাৰ্থ বলি দিয়াৰ প্ৰয়োজন অনুভৱ কৰা নাছিল। প্ৰকৃততে চাবলৈ গলে ভাৰত আৰু অসম দুটা স্বকীয়া মনোগতিক এক সূত্ৰভাবে সাঙোৰ খুৱাই চলিব জনাৰ বলতে সেই কালৰ ৰাজনীতিজ্ঞসকল সমন্বয়ুক্ত; উদাৰ আৰু বলবন্ত হব পাৰিছিল। সি হলেও অসমীয়াৰ এটা স্বকীয়া অস্তিত্ব আৰু গৌৰৱৰ বোধ চিৰকাল আছিল। অসমে ভাৰতৰ মানচিত্ৰত এখন স্বতন্ত্ৰ ৰাজ্যৰূপেই ইতিহাসে স্থান দিয়াৰ পৰাই প্ৰতিষ্ঠা লাভ কৰি আহিছে। মৌৰ্য্য, গুপ্ত, হৰ্ষবৰ্দ্ধন আৰু আনকি মোগলৰ দিনৰ বিশাল সাম্ৰাজ্য বিলাকেও অসমক সামৰি লব পৰা নাছিল। বিভিন্ন জাতি উপজাতিৰ সংশ্ৰৱ আৰু সংমিশ্ৰনত এই ভূখণ্ডত এটা বিশিষ্ট ধৰণ কৰণ, সংস্কৃতি আৰু একত্ববোধৰ উদ্ভৱ হৈছিল। অসমীয়া বীৰৰ শৌৰ্য্য বীৰ্য্য, অসমীয়া শিল্পীৰ কাৰুকাৰ্য্য, গ্ৰামসংগঠন, ৰাজ্যনিয়ন্ত্ৰণ আৰু সৰ্ব্বোপৰি ভাষাৰ এটা সমহিমোজ্জ্বল বৈভৱ আছে। এই-বিলাকক পাহৰি ভাৰতৰ দৰবাৰৰ এচুকত মন মাৰি থাকি আত্মতুষ্টি লাভ কৰিবলৈ কোনো অসমীয়াই হাবিয়াস নকৰে। জীৱনৰ পাছ ছোৱাত বেণুধৰ শৰ্মাই ভাৰতৰ চিন্তাতকৈও অসমৰ কথাকে সপোনে সচিতে ভাবিবলৈ ধৰিছিল। মণিৰাম দেৱান জীৱন-বৃত্তান্ত লিখিবলৈ আৰম্ভ কৰাৰ দিনৰ পৰা শেহলৈকে এটা মাত্ৰ ধ্যান জ্ঞান হলগৈ অসমৰ স্বাৰ্থ ৰক্ষা আৰু গৌৰৱ প্ৰতিষ্ঠা এই বিষয়ত তিনিজন পিতামহ—সদৃশ দণ্ডধাৰী সাহিত্যিক শিৰোমণিৰ ছবি একেশাৰীতে ভাহি উঠে। মহৰ্ষি কমলাকান্ত, অসম গৌৰৱ অম্বিকা গিৰি ৰায় চৌধুৰী আৰু বুৰঞ্জীবিদ বেণুধৰ শৰ্মা।

অগ্নিকবি কমলাকান্তৰ কবিতা আৰু ঘাই কথা আছিল স্বাবলম্বিতা। বেহা বেপাৰ সকলোতে অসমীয়া তুখ্‌বং হব নোৱাৰিলে আন প্ৰদেশৰ মানুহে যেনেকৈ কাকতি ফৰিং পৰাদি ছাটি ধৰিছে অসমীয়াৰ নামকে সুমাব। অম্বিকাগিৰীয়েও কৈছিল অসমত থকা বা থাকিব খোজা মানুহে হাড়ে হিমজুৱে অসমীয়া হব লাগিব। অসমখন অসমীয়াৰ। বেণুধৰ শৰ্মাই ঐতিহাসিক প্ৰবন্ধৰ মাজেদি দেখুৱালে যে অসম কাহানিও পৰি মৰা

নাছিল, অসমীয়া শৌর্য্য-বীর্য্য আৰু শাসন-নীতি আজিও বহুত বিষয়ত অনুকৰণীয় হৈ আছে, সুন্দীয়া সঁফুৰা দেশ অসম। অসম বোলোঁতে বেণুশৰ্মাৰ মানত ধনপৰ্ব্বতী গোট খাই বিধন অসম তাকেহে বুজাইছিল। তেখেতে পৰ্ব্বত ভৈয়াম একেডাল জৰীৰে প্ৰাকৃতিক ভাবে যেনেকৈ বান্ধ আছে, সাংস্কৃতিক আৰু ৰাজনৈতিক দিশতো নলে-গলে লগা। ভাৰতত থাকিও অসমখন সপৰ্ব্বতে এখন বিচিত্ৰতাময় স্বতন্ত্ৰ ভূখণ্ড ইয়াৰ এক নিজা মহিমা আছে। সেই মহিমা বজাইহে অসমৰ শাসন আৰু ৰাজনীতি পৰিচালিত হব লাগে। বুৰঞ্জী শাখাৰ অভিভাষণ এইবাৰ মতেৰেই সাম্বৰিছে।

অসমৰ জন গোষ্ঠী বা জনজাতীয় সকলৰ প্ৰতি তেখেতৰ বিশেষ প্ৰীতি আছিল। জনজাতীয় সকলৰ কোনো সভা সমিতি হলে বেণুশৰ্মাই দহোবন কাতি কৰি হলেও যেনে তেনে ওলাবগৈ। পৰ্ব্বত ভৈয়ামক এক সূত্ৰে বন্ধাৰ অৰ্থে তেখেতৰ মনৰ হাউচ কেনে লগ-নেৰা বিধৰ আছিল তাক তেখেতে নিজৰ লাখুটি ডালৰ মাহাত্ম্য কওঁতেই ওলাই পৰিছে। অভিনন্দন গ্ৰন্থত মণি ৰাভাই লিখিছে যে—এবাৰ গুৱালপাৰা গাৰোপাহাৰ ৰাভা ছাত্ৰ সন্মিলনৰ সভাপতি হৈ যাওঁতে ফটো লোৱা হৈছিল। ফটো লোৱা হৈ যোৱাৰ পাছত বোলে লাখুটিবিহীন ফটো এখন লোৱাৰ প্ৰস্তাৱ এটা কোনোবাই কৰিলে। বেণুশৰ্মা লাখুটি এৰি খৰামুৰা হৈ উঠিবলৈ অমান্তি হল। লাখুটিডাল নহলে কি হয়, খৰা মুৰাই বা হব লাগে কেনৈ এই কথা সোধাত উত্তৰ দিলে "ইয়াত বহুতো মৰম সোমাই আছে। এবাৰ নগা ছাত্ৰ সন্মিলনলৈ যাওঁতে ফিজোৰ ভায়েকে মোক উপহাৰ দিছিল। এই-ডালেৰে মই পৰ্ব্বত ভৈয়ামৰ যোগ সূত্ৰ ৰাখিবলৈ চেষ্টা কৰিছোঁ, ই মোৰ পাথেয় সম্বল"। মণি ৰাভাই কৈছে "ইয়াৰ পৰাই বুজিছিলো জনজাতীয় লোকৰ প্ৰতি তেওঁৰ কিমান মৰম।"

অনুৰূপ ভাৱে শ্ৰীটাগাং টাকিয়েও লিখিছে পাহাৰীয়া জনজাতি বিলাকৰ প্ৰতি তেখেতৰ মনৰ বিশ্বাস বৰ গভীৰ, সেই বিশ্বাসত কোনো কৃত্ৰিমতা নাই, ইয়াত আন্তৰিকতাৰ গভীৰ বিশ্বাস। এইবোৰ প্ৰমাণ তেখেতৰ কথা-বতৰা আৰু লেখনীৰ পৰাই গম পোৱা যায়। "(অঃ গ্ৰ) আৰু এঠাইত শ্ৰীটাকিয়ে কৈছে—"পৰ্ব্বত ভৈয়ামৰ সম্প্ৰীতিৰ ভূমিকাত দুয়ো-জাতিৰ বৈবাহিক সম্বন্ধৰ কথা যে প্ৰয়োজনীয় সেই কথা এদিন কথা প্ৰসঙ্গত

তেখেতক কৈছিলোঁ। এই ক্ষেত্ৰত তেখেত আমাৰ সৈতে একমত"।
( দুখাৰি চকুলো )

পৰ্ব্বত—ভৈৰামৰ সম্প্ৰীতিৰ কথা কলেও, থল পৰ্ব্বতী যদিও দুই হেন নহয় বুলি জয়ন্তীয়া বজাই কোৱা কথাষাৰ সোণৰ বেখা যেনকৈ শৰ্মাৰ হৃদিগত হৈ আছিল তথাপি শাসন পদ্ধতিত ৰাজনৈতিক সম্বন্ধ কেনে হোৱা উচিত, পৰ্ব্বতীয়া জনগোষ্ঠীৰ স্বাতন্ত্ৰ্য আৰু থল পৰ্ব্বতীৰ একময়তা কেনেকৈ সম্ভৱ এই বিষয়ে তেখেতৰ স্বকল্পিত সুস্পষ্ট আঁচনি নাছিল। তেখেতে আদৰ্শটো পোষণ কৰিছিল।

কলিকতীয়া দিনবোৰত পদে পদে বঙালী ছাত্ৰ আৰু অধ্যাপকৰ মুখে অসমীয়াৰ প্ৰতি থকা হীন মনোভাৱ সূচক কথা-বতৰা শুনি তাক চুণা চাই সোপা দিবলৈ যাব পৰ নাই চেষ্টা কৰিছিল। সেই বাবে জীৱন-সৌৰৱণ প্ৰবন্ধবোৰত বঙালীৰ প্ৰতি থকা কটাক্ষসূচক উক্তি পোৱা যায়। সেই বুলি যে তেখেত স্বভাৱতে বঙালীবিদ্বেষী আছিল সিকথাও নহয়। বঙালীৰ প্ৰতি যে তেখেতৰ সদ্ভাৱৰ প্ৰচুৰ্য্য আছিল তাৰ পৰিচয় পাবলৈ অৱসৰ প্ৰাপ্ত বাংলা ভাষা আৰু সাহিত্যৰ অধ্যাপক যতীন্দ্ৰ মোহন ভট্টাচাৰ্য্যই ওজস্বিনী ভাষাত লিখা শৰ্মাৰ গুণ সংস্মৰণৰ কথা কেইষাৰমান তুলি দিয়া হ'ল "সেই দিনেৰ সেই আকৰ্ষণ আজ যেন আত্মীয়তায় ৰূপান্তৰিত হইয়াছে। হাঁ আত্মীয়তা বৈ কি ? আমাৰ সুখে-দুঃখে, বিপদে-আপদে, আনন্দ বেদনায় যিনি আমাৰ প্ৰতি অগ্ৰহেৰ আচৰণ কৰিয়াছেন, তিনি আমাৰ আত্মীয় নয় তো কি ? আমি সিলেটীয়া বঙালেৰ জ্যেষ্ঠ পুত্ৰেৰ শুভ বিবাহে চাৰিংএৰ নিভাঁজ অসমীয়া বেণুধৰ শৰ্মা বৰযাত্ৰী হিসাবে বিবাহ সভা আলো কৰিয়া বসিয়াছিলেন। সঙ্গে তাঁহাৰ বহু পৰিচিত সহচৰ যষ্টিটি শোভা পাইতেছিল। তাহাৰ প্ৰতিভাদীপ্ত ৰসোজ্জল উক্তিতে যেই সভাৰ অনেকেই আনন্দ উপভোগ কৰিয়াছিলেন আৰ যে দিন আমাৰ সম্পাদিত গ্ৰন্থ বিশেষেৰ বিৰূপ সমালোচনায় আসামেৰ কোন কোন ব্যক্তি ও সম্প্ৰদায় ৰুষ্ট সে দিনও এই মানুষটি আমাকে উৎসাহ দিয়েছেন। এই গ্ৰন্থেৰ সুদীৰ্ঘ সমালোচনা কৰিয়া আমাৰ বিৰুদ্ধে উত্থাপিত অভিযোগ সমূহ যেন যুক্তি সহকাৰে খণ্ডনেৰ চেষ্টা কৰিয়াছেন। .. ... ... তাই বলিতেছিলাম এই মানুষটিৰ মধ্যে আত্মীয় সুলভ হৃদয়েৰ পৰিচয় লাভ কৰিয়া মনে যুগপৎ আনন্দ ও গৌৰৱ বোধ কৰিয়াছি।"

বঙাল বৈৰী লাচিত বৰফুকন প্ৰবন্ধটি 'প্ৰবেশিকা কথা-চানেকি' নামৰ প্ৰবেশিকা ( Matriculation ) পাঠ্যত সন্নিবিষ্ট কৰা বাবে এই লিখকে এদিন কলিকতা বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষৰ ওচৰত জবাবদিহি কৰিবলগীয়া হৈছিল। অসমৰ পৰা কেইজনমান ছাটোকে বাৰটো যেন দেখা বঙালীয়ে আগভৰি নোচোৰাকৈ বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষলৈ লিখি পঠিয়ালে বোলে কলিকতা বিশ্ববিদ্যালয়ে এই প্ৰবন্ধ সন্নিবিষ্ট থকা সংকলনখন পাঠ্য পুথি হবলৈ দি বঙালীক হেয় কৰিছে। এই প্ৰবন্ধ উঠাই লব লাগে নহলে কিতাপখন বন্ধ কৰিব লাগে, এই কথা। বঙাল বুলিলে অসমত যে অকল বঙালী মাত্ৰক বুজায় এই কথা বুজাবলৈ বিশেষ প্ৰযত্ন কৰিব লগা হৈছিল। পাছে বঙাল বৈৰী লিখক জনক সেই বঙালীয়েই কলিকতাত আৰু তিনিচুকীয়াত সম্বৰ্ধনা কৰি বিশেষ সন্মানেৰে ভূষিত কৰিছিল। এখন হ'ল ১৯৬৬ চনত কলিকতাত বঙালী সাহিত্য গোষ্ঠীয়ে প্ৰদান কৰা সম্বৰ্ধনা আৰু অভিনন্দন পত্ৰ। আকৌ ১৯৭৯ চনত তিনিচুকীয়াত বহা নিখিল ভাৰত বঙ্গ সাহিত্য সন্মিলনত ১,০০০ টকাৰ টোপোলা আৰু অভিনন্দন পত্ৰেৰে বেণুশৰ্মাক বিশেষ সম্বৰ্ধনা জ্ঞাপন কৰা হৈছিল। এইবোৰেই প্ৰমাণ কৰে যে ভাষা আৰু সংস্কৃতিৰ ক্ষেত্ৰত স্বকীয় বৈশিষ্ট্য ৰক্ষাৰ হৈ যুঁজ কৰিলেও বেণুশৰ্মা আন ভাষা ভাষীৰো প্ৰিয়জন আছিল।

ৰাজনীতিৰ লগত সাক্ষাৎ সম্বন্ধ কাছানিবাই ত্যাগ কৰি একাগ্ৰচিত্তীয়া ভাবে সাহিত্যত সৰ্বশক্তি নিয়োগ কৰি বেণুশৰ্মা সুখী হৈছিল বুলি বহুত বাৰ কোৱা মনত পৰিছে। ৰাজনীতিৰ পৰা আঁতৰি আহি কোনো দিনাই সেইফালে ঢাল খোৱাৰ চিন পোৱা নগৈছিল। এবাৰ দেহেকেহে ৰাজনীতিত বুৰ যোৱা লোকে সতকাই তাৰ ভিতা কেঁছাৰ সোৱাদ লোৱা অভ্যাসটো এৰিব নোৱাৰে। দল বাগৰি হলেও গা ঘহাই ফুৰা স্বভাবটো থাকি যায়। ভাল ভাল সাহিত্য-প্ৰৱণ লোক এইদৰে একলীয়া কাতি যোৱাৰ দৃষ্টান্ত বহুত আছে। বেণুশৰ্মাই যি এৰিলে এৰিলে, তুনাই সেইমুৱা হোৱাৰ মন নেমেলিলে। প্ৰকৃততে ৰাজনীতি তেখেতৰ ধাতুৰ লগত খাপ নাখাইছিল। ৰাজনীতিক পৰিত্যাগ কৰিলে বোলাতকৈ ৰাজনীতিয়েই বেণুশৰ্মাৰ ধাতুত জীণ যাব নোৱাৰি লগ এৰা দিলে বোলাবাবহে যুগুত কথা হব।

ৰাজনীতিয়ে লগ এৰা দিলেও শেষবাৰলৈ এবাৰ ভুমুকি এটা মাৰিছিল। সদৌ অসম ছাত্ৰ সন্থা আৰু গণসংগ্ৰাম পৰিষদৰ আহ্বানত বিদেশী কাকতী

কবিতৰ আৰু হৰ খুৰাবলৈ যি অভিযান চলি আছে তাৰ প্ৰাৰম্ভতে এই আন্দোলন সমৰ্থন কৰি যি এটা বিবৃতি দিছিল সি যেন তেওঁৰ চিৰজীৱনৰ প্ৰাণৰ কথা। এই কথাকে প্ৰবন্ধই পাতিৰে, সাধু কথা আৰু গল্পৰ মাজতো পাকে প্ৰকাৰে অথবা পোনপটীয়াকৈ কৈ কৈ এদিনলৈকো হবিলো যোৱা নাছিল।

অসমৰ বিদেশী বিৰোধী আন্দোলন আৰম্ভ হোৱাৰ বহু পূৰ্বেই শৰ্মাই অসমৰ আত্মৰক্ষাৰ প্ৰধান অস্ত্ৰ "অসমৰ বুৰঞ্জীত সাহ পিত"ৰ কথা কওঁতে ফুল চন্দন গ্ৰন্থত লিখিছিল— "হাড়ক মাটি তেজক পানীকৈ অৰণ্য কাটি পাতি লোৱা দেশ অসম।" অন্যায় আক্ৰমণকাৰীলৈ ইয়াত ঠাই নাই। সেই গুণে চুহুমুং স্বৰ্গদেৱৰ দিনৰ পৰা আহোম ৰাজত্ব অন্ত পৰালৈকে যি বুৰঞ্জী সাহিত্য সৃষ্টি হ'ল তাৰ প্ৰায় বিলাক অধ্যায়েই যেন একোটা একোটা অগ্নি পৰ্বত। পাতে পাতে আত্মৰক্ষাৰ প্ৰধান অস্ত্ৰ—সাহ পিতৰ উদাহৰণ ৰুদ্ধ কৰে জ্বলিয়েই আছে।" আকৌ এঠাইত লিখিছে—এইখন অসম দেশ, ইয়ালৈ সোমোৱা বিদেশী মাত্ৰৰেই অভিপ্ৰায় মন্দ।" অসমৰ অস্তিত্ব ৰক্ষাৰ বৰ্তমান আন্দোলনৰ প্ৰতি সহাঁৰি জনাই দিয়া বিবৃতিটোও এই অগ্নিগৰ্ভ বাক্যৰে প্ৰতিধ্বনি। ই যেন আহত সিংহৰ শেষ তালফাল লগোৱা গৰ্জন আছিল। সেই গৰ্জনেই বেণুধৰ শৰ্মাৰ বাগ-বজ্ৰৰ শেষ উদ্গীৰণ:—

"আমাৰ জাতীয় অস্তিত্বৰ যুদ্ধ লাগো লাগো। এনে আপদীয়া সময়ত কোনো নিশ্চেষ্ট হৈ বহি থাকিব নোৱাৰে। বহিৰাগতক বহিৰলৈ দিলেই আমাৰ হাত কামুৰিবই। এই সন্দেহ জল জল পট্‌পট্‌কৈ জিলিকি আছে। সেই কাৰণে, জোল নৌ যাওঁতেই ভেঁটা দিয়া উচিত। ছাত্ৰ-আন্দোলনে এই ভেঁটা দিওঁতে যি নিৰুপদ্ৰৱ পন্থা অৱলম্বন কৰিছে তাত মোৰ সম্পূৰ্ণ সমৰ্থন আছে। আৰু ভগৱন্তইও সহায় কৰিব বুলি প্ৰাৰ্থনা কৰিছো।"

# বেণু—সাহিত্যৰ 'জ্যোতিষাং জ্যোতি'

অভিনয়ৰ উপযোগী নাটকৰ বাহিৰে সাহিত্যৰ প্ৰত্যেক বিভাগতে বেণু শৰ্মাই অলপ নহয়, অলপ হাত বুলাই গৈছে। অভিনয়ৰ উপযোগী নাটকৰ বাহিৰে বুলি কোৱাৰ অৰ্থ হৈছে যে তেখেতৰ কেবাখনো গ্ৰন্থত ইমান নাটকীয় পৰিস্থিতি বা নাটকৰ লক্ষণ আছে যে তাক অলপ মোটোকাই দিলেই অভিনয় কৰাৰ উপযোগী হৈ পৰিব। উপন্যাস গ্ৰন্থৰূপে প্ৰকাশিত হৈ ওলাবলৈ নাপালে সঁচা কিন্তু তাক লিখিবৰ কাৰণে কাহিনী এটা উভি লৈছিল, অলপ দূৰ আগুৱাইছিলো, কিন্তু কি কাৰণত সম্পূৰ্ণ নকৰি পেলাই থলে ক'ব নোৱাৰো। আজি তাৰ চিন-মোকামো মুক খুন্দিয়ালেও পাবলৈ নাই। এই দুটা বিভাগ এৰা পৰিল যদিও বাকী কোনো এটাও তেখেতৰ লেখনীৰ পৰা হাত সাৰি নগ'ল। চুটি গল্প, কবিতা, প্ৰবন্ধ, ৰম্যৰচনা, চিন্তামূলক ৰচনা, শিশু সাহিত্য, পূৰ্ণজীৱনী, খণ্ড জীৱনী বা চৰিত্ৰ অধ্যয়ন, জীৱন সোঁৱৰণ, বুৰঞ্জী বা বুৰঞ্জীমূলক প্ৰবন্ধ আৰু অনুবাদ এই এটাইবিলাক বিষয়তে বেণু-সাহিত্য সমৃদ্ধ আৰু বিস্তৃত।

চুটি গল্প—মৰমৰ কাবেং লিখাৰ বহুতদিন পাছত ১৯৮০ চনত অৰ্থাৎ মৃত্যুৰ এবছৰৰ আগত দ্বিতীয় তাঙৰণ এটাও উলিয়াই গৈছে। গল্পবোৰ লিখিছিল ২৫।৩০ বছৰ আগতে। কেইটামান তাৰো বহু পূৰ্বে।

কবিতা-কবিতাৰ সংগ্ৰহ পুথিৰ আকৰে প্ৰকাশ নহ'ল, মাহেকীয়া আলোচনীৰ পাততেই থেলেঙনি খাই পৰি থাকিল। ছপোৱাহেতেন সৰু হলেও এখন পুথি হলহেতেন। কবিতাবোৰৰ সৰহভাগ ১৮।১৯ বছৰ বয়সতে লিখা। 'তৰুণ অসমৰ' সম্পাদক হৈ থকা কালতো এটুকুৰা দুটুকুৰা কবিতা সম্পাদকীয় লিখাৰ লাচতে ওলাই যোৱাৰ নমুনা কেইটামান আছে। চাৰিঙৰ এহাতুধীয়া কংগ্ৰেছ সেবিকা সুবৰ্ণলতা দুৱৰাৰ গুণ সুঁৱৰি লিখিছিল, "সুবৰ্ণলতাৰ সুনীয়া সৰুঁৰা অন্তৰত সৰস্বতী চণ্ডিকাৰ পূৰ্ণশক্তি সমানে খিত দিছিল। কিন্তু ফুলিবলৈ নেপালে। ঢোপাকলিতে

তেওঁক নিষ্ঠুৰকালে, মৰমতে মাৰি নৈ গুছি গ'ল—আমি ধৰি ৰাখিব নোৱাৰিলোঁ। তথাপি,

> মৰি গৈ সোন সৌ তৰা এটি
> হ'ল হে, তৰা এটি হ'ল,
> চাৰিওত কবলৈকে কথা এটি
> ৰ'ল হে কথা এটি ৰ'ল।"

তথাপি বুলি মনৰ আবেগ সামৰিব নোৱাৰিলে, কবিতা হৈ ওলাই আহিল। এই নিচিনা কবিতা অ'ত ত'ত সিচঁৰিত হৈ আছে। কোনো-বাই গোটাই পুস্তিকা আকাৰে ছপালে এজন বিদগ্ধ সাহিত্যিকৰ লুকাই থকা কাল এটাত জিলিঙনি পৰিব। সককালৰ কবিতাৰ চানেকিৰূপে এই গ্ৰন্থৰ দ্বিতীয় পটলত দুটা নমুনা দিয়া হৈছে। কবিতা লিখাৰ অভ্যাসটো এৰি দিলে যদিও কাব্যৰ ৰস গদ্যত দিয়াৰ নৈপুণ্যই তাৰ ঠাই পূৰালে।

প্ৰবন্ধ—সাময়িক কাকতবিলাকত বিস্তৰ প্ৰবন্ধ ওলাইছিল সেইবোৰৰ অসম্পূৰ্ণ হলেও, তালিকা এখন অভিনন্দন গ্ৰন্থৰ পৰিশিষ্টত দিয়া হৈছিল। তাৰে কিছুমান গ্ৰন্থাকাৰে প্ৰকাশ পোৱাত থাওকতে পাবলৈ আৰু পঢ়িবলৈ সুচল হল। আকাশবাণীত বাণীবদ্ধ কৰা কথিকা আৰু কোনো সভাত পঢ়া লিখিত অভিভাষণবিলাকো আমি প্ৰবন্ধৰ শাৰীতে থাপি থৈছোঁ। দূৰবীণ, তুণৰি, ফুলচন্দন এই তিনিখন গ্ৰন্থৰ সন্নিহিত বস্তু, প্ৰবন্ধ আকাৰতে পোনতে ওলাইছিল। গ্ৰন্থকাৰে প্ৰকাশিত হৈ নোলোৱা বা উলিয়াবলৈ মনস্থ কৰা বিস্তৰ প্ৰবন্ধ বিভিন্ন কাকতত পোত গৈ আছে। সেইবিলাক পাত পাত কৰি খুচৰি উলিওৱা আৰু তাক জুকিওৱা আৰু গ্ৰন্থাকাৰে প্ৰকাশ কৰাৰ কাৰণে এজন লোকৰ এহাগুধীয়া যত্ন আৰু লেলেতীয়া পৰিশ্ৰমৰ কাম হব। এই প্ৰবন্ধবোৰৰ কিছুমান সম্পাদকৰ খেচ্‌খেচনিৰ হাত সাৰিবলৈ কাম-সধা বিধৰ হলেও সেইবোৰত বেণু-ধৰীয়া বুলনিৰ স্বকীয় ৰাগ—ৰঞ্জন এটি সদায় পাবলৈ আছে। বেণুধৰে আঁচ এটি মাৰিলেও ছবি এখনৰ গঢ় লয়। এনে গুণ সকলো প্ৰবন্ধকাৰতে পাবলৈ নাই।

ৰঙ্গ্য ৰচনা বা কৌতুক কথা—এই বিধ ৰচনাত চেমনীয়া কালতে হাত দিছিল কিন্তু ছদ্ম নামেৰে। বংশীবদন সভাপণ্ডিত নামেৰে কঠিন

শব্দৰ ৰহস্যব্যাখ্যা নামৰ এলানি প্ৰবন্ধ লিখিছিল। তাত হেমচন্দ্ৰ বৰুৱাৰ 'বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰী, নামৰ গ্ৰন্থৰ ছা পৰা যেন পৰি যাওঁতে লাগে। বিষয় বস্তু আছিল একোটা শব্দৰ ধুহতীয়া ব্যাখ্যা। হেমচন্দ্ৰ বৰুৱাই যেনেকৈ কোৱাভাতুৰীত কীৰ্ত্তনৰ "শঙ্খ, চক্ৰ, গদা, পদ্ম কৰত তোমাৰ" পদৰ ব্যাখ্যাত কোৰধনীয়া মহাজনে কৰত্ ধন ক'ত থৈছিল বুলি সোধাত উত্তৰত কৈছিল কাৰলতি তলত। সেইদৰে ইয়াতো বি, এল, এম এ ইত্যাদিৰো ৰহস্যময় ব্যাখ্যা কৰা হৈছে। কৌতুক ৰচনাৰ এইধাৰাটো মৰিস্মৃতি হৈ ৰ'ল। বহুতদিন পাছত আকৌ তালৈ এসোঁতা প্ৰবাহ আহিছিল তাৰ ফলতে 'চটাই চ'ৰাৰ কথা'ৰ সৃষ্টি হল। ইয়াতো সৰহভাগ ভাষাৰ অপপ্ৰয়োগৰ ভেটিত হাস্যোক্তিৰ অৱতাৰণা কৰা হৈছে। ভাষাৰ শুদ্ধতাৰ প্ৰতি শৰ্মাৰ দৃষ্টি সততে নিবদ্ধ আছিল—বিয়াঘৰৰ ৰভাত বহিও ভাষাৰ অশুদ্ধি আৰু শুদ্ধ প্ৰয়োগৰ কথা কোৱাৰ চল ওলালে নেৰিছিল।

চিন্তামূলক ৰচনা—ইংৰাজীত যাক essay বোলে তাকে চিন্তামূলক ৰচনা বুলি সদ্যহতে কাম চলাইছোঁ, যদিও essay বুলিলে যি বুজায় 'চিন্তামূলক ৰচনা' শব্দটোৱে সেইসকলো কথা সামৰিব নোৱাৰে। তথাপি, এটা বিষয় লৈ তাক বিস্তাৰ কৰা আৰু তাকে কৰোঁতে একসূত্ৰতা ৰক্ষা কৰা চিন্তামূলক এবিধ ৰচনাৰ প্ৰতি লক্ষ্য ৰাখিয়ে এই শব্দ প্ৰয়োগ কৰা হৈছে। এই গ্ৰন্থৰ দ্বিতীয় পটলত 'সুখ আৰু দুখ' নামৰ এনে এখন ৰচনাৰ একাংশ উদ্ধৃত কৰি দিয়া হৈছে। এনে ৰচনা আৰু কেইবাখনো আছে। সেইবোৰকে দেখিহে লক্ষ্মীনাথ বেজবৰুৱাই ডেকা বেণু শৰ্মাক নিচিনালৈকে আৰু নেদেখালৈকে বুঢ়া বুলি ভাবি আছিল। চেমনীয়া বা ডেকা বেণু শৰ্মাৰ চিন্তাত আৰু ভাষা-প্ৰয়োগত দুপতীয়াতে বঢ়াৰ চিন ওলাই পৰিছিল।

শিশু সাহিত্য- বেণুশৰ্মাৰ শিশু সাহিত্যৰ ভিতৰত ইংৰাজী গ্ৰন্থৰ অনুবাদ "ৰবিঞ্চন ক্ৰুচ", জৱাহৰলাল নেহেৰুৰ বন্দী জীৱন, যীচুৰ জীৱনী (মৰমৰ কাৰেং) সীমান্ত কেশৰী আবদুল গফুৰ খাঁ, সাধুকথাৰ কিতাপ—ৰাংপতা আৰু লাতুমণি আৰু আকাশবাণীত দিয়া দুই এটি কথিকা এইবিলাক সোমায়।

ইয়াৰ ভিতৰত ৰবিঞ্চন ক্ৰুচ' আৰু জৱাহৰলাল নেহেৰুৰ বন্দী জীৱন এই দুয়োখন ইংৰাজীৰপৰা অনুবাদ শৰ্মাৰ অনুবাদ। ৰীতিৰ কথা স্থানান্তৰত

কোৱা হৈছে। সাধুকথা বিলাক শুনা বা পঢ়া সাধুবোৰক সজাই-পৰাই লিখা। কেইটামানৰ বিষয়ে কাৰপৰা শুনা, ককাটো ক'ৰ পৰা লৈছিল তাৰ উল্লেখ আছে, এটাইবোৰৰ নাই। সাধুত থকা ঘটনাৰ উদ্ভাৱক বুদ্ধি নিজৰ কথাও ক'তো কোৱা নাই।

বাংপতা আৰু লাতুমণিৰ সাধুকথাবিলাকত কোৱাৰ ভঙ্গীত এটা নতুনত্ব আছে। এই ভঙ্গী কিতাপপত্র পঢ়ি কোনেও আয়ত্ত কৰিব নোৱাৰে। বেণুশৰ্মাৰ সাধুকথাৰ ভাষাভঙ্গী জন-জীৱনত জোবোৰা খাই থকা মানুহৰ পক্ষেহে লিখা সম্ভৱ। অসমীয়া ভাষাই নগৰত পুষ্টি লাভ কৰা নাই, গাৱঁত গাৱঁলীয়া মানুহৰ মুখনিঃসৃত দ্ৰব্যৰ পৰাহে ই অমৃত ৰস আহৰণ কৰিছে। সেই ৰসত মজি থাকিবলৈ জীৱনত যি সুযোগ পোৱা নাই তেওঁ সাধুজনৰ লিখা ভাষাকে পঢ়ি-শুনি বাংপতা বা লাতুমণিৰ নিচিনাকৈ সাধুকথা লিখিবলৈ গলে পদে পদে উজুটি খাব। অসমীয়া ভাষাত সাধুকথা বহুতে লিখিছে আৰু শিশু সাহিত্যৰ নামত সাধুকথাৰ কিতাপ ওলাই আছে। পাছে আমাৰ সাহিত্যত সাধুকথাৰ লিখক বুলিলে পোনতে দুজনৰ নাম খপহ কৰে মনত পৰে—লক্ষ্মীনাথ বেজবৰুৱা আৰু বেণুধৰ শৰ্মা। লক্ষ্মীনাথ বেজবৰুৱাই তেখেতৰ অনন্যসাধাৰণ নিপুণতাৰে নিজ ভাষাৰে সাধুকথা লিখে, বেণুধৰ শৰ্মাই নিজে লিখে হয় কথাবোৰ যেন বুঢ়ী আই বা ককা-দেউতাৰ মুখেহে সৰসৰকৈ ওলাই গৈছে এনে হেন লাগে। তলৰ নমুনা কেইটা পঢ়িলেই পাঠকে গম পাব।

"সাপটো কটা মাত্ৰেই ওপৰত থকা গছজোপাৰ পৰা চৰাই এটা উৰি আহি লৰাটোৰ ওচৰতে পৰি ক'লেহি, তুমি কোন, অকলৈ এই অৰণ্যৰ মাজলৈ কেনেকৈ আহিলা? তুমি মোক বৰ উপকাৰ কৰিলা দেও! মই কণী পাৰি থওঁ এই সাপটোৱে সদাই খাই পেলায়হি। তাৰ তাপত মই এবাৰো পোৱালি তুলিব পৰা নাই। যি বা এবাৰ কোনোমতে তুলিছিলোঁ তাকে খাবলৈ সি ওলাইছিলহি। তুমি কাটি পেলালত মোৰ পোৱালি কেইটি যেনিবা ৰক্ষা পৰিল। (বাং—পৃ ১৪)

"এদিন এনে হ'ল যে তেনেকুৱা চপনীয়া মানুহ এঘৰৰ টিওনাশালীত (বাৰীৰ শৌচ কৰা ঠাইত) গৰু পোৱালি এটা মৰি পৰি আছিল। আকাশত ৰনাই ফুৰা শগুণৰ শটোলৈ চকু পৰিল আৰু ধপধপাই ৰজা-শগুণটোও শটোৰ ওচৰতে পৰিলহি। শগুণৰ ৰজাটোৱে মৰাশৰ চকুকিটা ঘুঁকি

নিদিকে মানে লগৰ ইবোৰ শগুণে কেতিয়াও শ নোছোৱে। ৰজা-শগুণ পৰা দেখি ইবোৰ শগুণো টিঙনাশালীৰ দাঁতিয়ে কাষৰে সোঁ-সোঁৱাই, খেক-খেকাই আছেহি। ৰজা শগুণৰ চকু খোঁকালে আশা পালি সিহঁতে খিকিন্দালি কৰি আছে। পিচে, ৰজা-শগুণ এতিয়া একোপধ্যেই শটোৰ ওচৰলৈ নেযায়। যায় নো কেনেকৈ? শটো যে তিনি-চপনীয়াৰ মাটিত পৰি আছে। এনেতে হৰলা, সেই পিনেই হাতত ঘটীটো লৈ, বিক্ৰমাদিত্য ৰজা যাওক শৌচাচাৰ কৰিবলৈ।" (লাতু ৫৮)

"এনেতে পৰ্ব্বতীয়া জুইৰ জিভাই খাঁহনি-কাষৰ থেৰনি হাবিখন সামৰি পেলালেহি। জুই দেখিয়েই ইহকাল—পৰকালৰ লগৰীয়াজনে কালোপ-কালোপ জাপ দি চাপলি মেলিলে। খেণীয়েকজনীৰ বা কি হ'ল উলটিকে নাচালে। মই জপিয়াবও নোৱাৰো, বেগাই যাবও নোৱাৰো। চাওঁতে চাওঁতে জুয়ে আহি বেঢ়ি ধৰিলেহি—ইফালে চাওঁ জুই, সিফালে চাওঁ জুই—কেউপিনে কেবল জুই হে জুই। চকু পচাৰতে জুয়ে মোক সাবটি ধৰিলেহি। জুই একৰাব নোৱাৰি, কতনো চিঞৰিলোঁ-বাথৰিলোঁ কিমাননো খৰকদাই চেঙালুটি পৰিলো, তথাপি কাৰো মাত এষাৰ শুনিবলৈ নাপালোঁ। আচলতে পৰি মই মৰি থাকিলোঁ। মৰিবৰ সময়ত মনতে বিচাট লাগি শপত খালোঁ—আকৌ যদি কেনেবাকৈ তিৰীজনম ধৰোঁ, কোনো মতাৰ আৰু মুখ নাচাওঁ। এয়ে মোৰ বিয়া নকৰোৱাৰ কাৰণ।" (লাতু—ধন ডাঙৰ নে বুদ্ধি ডাঙৰ)

এই উদ্ধৃতি কেইছোৱাৰ অকল শব্দবোৰহে ধকৰা বা জতুৰা নে? বাক্যবোৰৰ মোটটোইঁতেই পোনে পোনে কথাকোবিদ গ্ৰামবৃদ্ধৰ মুখৰ পৰাই যেন ওলাই আহিছে তেনেহেন লাগে। বেণুশৰ্ম্মাৰ সাধুকথা কোৱাৰ এই কিটিপটো স্বকীয় আৰু সাধুৰ কিতাপ শিশুপাঠ্যবোৰ শিশু-প্ৰিয় হোৱাৰ কাৰণো মূলতে এই গুণটো। বাংপতাখন ষষ্ঠমান শ্ৰেণীৰ নিমিত্তে উপকৰা পাঠ্যৰূপে মঞ্জুৰ কৰা হৈছিল তাৰ ৩ঠৰ, উনৈছটা তাঙৰণ হৈছিল, কিন্তু পাঠ্যৰূপে মঞ্জুৰি পোৱাৰ আগতে দুটা সংস্কৰণ অলপ দিনতে নিঃশেষ হৈ গৈছিল। ৰবিক্ৰন ক্ৰুচ আৰু লাতুমণি পাঠ্য নোহোৱাকৈয়ে শিশুপ্ৰিয় হৈ পৰিছিল তাৰো কাৰণ হৈছে সাধুবোৰ লৰাই পঢ়োঁতে, পঢ়াতকৈও শুনা যেন পায়। জ্ঞানদাভিৰাম বৰুৱাই যুৰশিতানত চাকি খৈ শুৱলৈ বাংপতা কিতাপখন পঢ়িবলৈ লৈছিল, শেহ নোহোৱালৈকে পঢ়িলে। পঢ়ি উলাহত

মন উপচি পৰিল। ততালিকে গ্ৰন্থকাৰলৈ প্ৰাপ্তি স্বীকাৰ দি পঠিয়াছে লগতে এটি দীঘলীয়াকৈ অভিমতো লিখি পঠিয়ালে। সাহিত্য জগতৰ ভোলানাথ পুৰুষ বকৰা ডাঙৰীয়াই লিখিছিল—"সক সক ল'ৰাছোৱালীৰ মন আকৃষ্ট কৰিবৰ শ্ৰীযুত বেণুধৰ শৰ্মাৰ শক্তি দেখি মন উল্লাসেৰে ভৰি পৰিল।" পঢ়ি উঠিয়ে তপতে তপতে মনত উদ্ভৱ হোৱা উল্লাসত বকৰা ডাঙৰীয়াই উচিত উক্তিয়ে কৰিছে।

শিশু সাহিত্য বেণু শৰ্মাৰ সাহিত্যিক জীৱনৰ বাটত বোটলা ফুলহে, সাৰাংসাৰ বস্তু নহয়। নহলেও উদ্দেশ্যটি কিন্তু সম্পূৰ্ণৰূপে বেণু শৰ্মাৰ অন্তৰত চিৰকালেই পোহ দি থকা জুইকুৰাৰে কিৰিঙটি—মাতৃভূমিক ভাল পাবলৈ শিকোৱা। লাতুমণিৰ কাৰ্য্যৰ বুজিবা ভাও, ছাগবো পথালিবা পাও নামৰ সাধুত থকা জোঁৱাইঘৰীয়া আৰু শাহুঘৰীয়া পকৰাৰ মাজত লগা দুৰ্ব্বাদল কাজিয়াৰ বৰ্ণন আৰু বাৰ ঘুঁজখনত দুই দল পকৰাৰ উক্তিৰ মাজতো যেন ৮০।৮১ চনৰ ছাত্ৰসকলে কৰা বিদেশী বহিষ্কাৰ আন্দোলনৰ পূৰ্ব্বধ্বনি।

"জোঁৱাইঘৰীয়া পকৰা আৰু শাহুৰীয়া পকৰাৰ মাজত লাগিল দুৰ্বাদল কাজিয়া। বজাৰ পকৰাই (অৰ্থাৎ জোঁৱাইৰ) কৈছে "তহঁতক ইয়ালৈ কোনে মাতিছে? তহঁতৰ ইয়াত একো অধিকাৰ নাই, আমি বজাৰ পাৰিষদ—গাতে সদায় লাগিয়েই ফুৰোঁ। বজাই য'ত যেনেকৈ যি খায় আমি তাৰ ভাগ পাওঁৱেই। তহঁত আকৌ কিহৰ নপতাফুকনবোৰ ওলাইছহিঁক?

শহুৰঘৰীয়াবোৰে গেঙেৰি দিছে, "বজাৰ ঘৰত খাই তহঁতৰ থক নপলাল। আমাৰ আই-মাতৃয়ে দুখ-লখকৈ ভাত সাজৰ যতন কৰিছে জোৱায়েকক খুৱাই ধুৱাই পঠিয়াবলৈ; তেওঁৰ এবেহা দুটামান খাবলৈ পাম বুলি আমিও পিৰালিয়ে চোতালে চৰি ফুৰিছোঁ। আমাৰ মাটি, আমাৰ ঘৰ, আমাৰ মজিয়া, আমাৰ ঠাই। আমাক বৰ্খিবলৈ তহঁতৰ কি এক্তিয়াৰ আছে? আমি হৈছো থলগিৰী, তহঁত হৈছ আচহুৱা। তহঁতৰ বৰ কথা কোনে শুনিব?"

সাধুকথাৰ ছলেৰে পকৰাৰ মুখে কথা কোৱাই বেণু শৰ্মাই কালৈ টোৱাইছে, সক ল'ৰা এটাৰো ভৰ্কিলে বুজিবলৈ সৰহপৰ নালাগিব। সাধু কথাৰ মাজতো চাৰিউটীয়া মুৰব্বীবিদজন মায়া কৰি লুকাই থাকে আৰু পকৰা-পিপৰাৰ মুখে কথা কয়।

বেণুশৰ্মাই সাধুকথাৰ উপৰিও বুৰঞ্জী আৰু বৰলোকৰ জীৱন-কথাকো শিশু বা চেমনীয়াৰ উপযোগী কৰি লিখিছিল। এনেকৈ লিখিছিল যে পঢ়ি যাওঁতে সাধুকথা যেন লাগে। ফুলমতী কুঁৱৰী, লাচিত বৰফুকন, সাগৰ ডুই মণিৰাম, সীমান্ত কেশৰী আব্দুল গফুৰ খাঁৰ জীৱন বৃত্তান্তৰ উপস্থাপনত সাধুকথাৰ মহিমা এনেকৈ আধান কৰিছে যে বুৰঞ্জী আৰু জীৱন-কথাৰ গাত লাগি থকা সেৰেকা স্তুও'নটো বেণুশৰ্মাৰ কথন-কৌশলৰ গুণত কেনিবা পলাইছে—তেহেলৈ সি পূৰ্ণজীৱনীয়েই হওঁক বা খণ্ড জীৱনীয়েই হওঁক। ভূৱহ হলেও অনুবাদৰ ভাষাত জড়তা এটা এৰাব নোৱাৰা দোষ। ভাঙুৰ ভাঙৰ লেখকেও ইয়াৰপৰা বিদূৰত থাকিব নোৱাৰে। ভূৱহ বা মাতে মাতে কৰা ভাঙনি আৰু মুকলি ভাঙনিৰ মজামজি পন্থা এটা শৰ্মাই গ্ৰহণ কৰিছিল। এইদৰে কৰাৰ পৰা এফালে ভাষাৰ জড়তাৰপৰা হাত সাৰিছিল, আন ফালেদি মূলৰ পৰা আঁতৰি নোযোৱাকৈ স্বকীয় কথাকৌশল বজাই চলিব পাৰিছিল। ৰবিঞ্চন ক্ৰুচ আৰু মঙ্গলতিৰ কন্ঠীমালা এইবিধ অনুবাদ প্ৰণালীৰ প্ৰকৃষ্ট নিদৰ্শন।

জীৱনী—জীৱনী গ্ৰন্থ বা জীৱনমূলক প্ৰবন্ধবোৰতো এটা চিত্তাকৰ্ষক গুণ আছে। কথা যিমান আছে তাতকৈ উপস্থাপনৰ ৰীতিটো বেছিকৈ মনোমুগ্ধকৰ। এজন ইংৰাজ সমালোচকৰ মতে * "এখন কিতাপত পাঠকৰ মনে কি উপভোগ কৰে? উত্তৰত কব লাগিব—হয় ৰীতি বা শৈলী নাইবা একোটোৱেই নহয়। কোনোবাই কব পাৰে বোলে কেনৈ ভাব এক? অ' ভাব? শৈলীনো কি সিও ভাবেই।" বেণুশৰ্মাৰ জীৱনী গ্ৰন্থ বা খণ্ড-জীৱনীবোৰত এই কথা ৰজিতা থায়। বেণু-ভাষাৰ ৰীতিটোৱেই মানুহ জনক তুলি ধৰে। জীৱনী-নায়কৰ বিষয়ে কোৱা কথা অলপীয়া, বহুত কথা অকথিত হৈয়ে থাকে, তথাপি যেন মানুহজনক চিনি পালোঁ; অন্ততঃ শৰ্মাই চিনোৱাৰ দৰে। তেখেতে চিনোৱা মানেই তেখেতৰ লিখাৰ পটলটোৱেই মানুহজনৰ পট। এইটো এটা অনন্যসাধাৰণ গুণ। অৰ্ঘ্যাৱলীৰ যেই সেই এটি খণ্ড জীৱনী লৈ গমি-পিটিকি চালে এই গুণটো পাঠকে ভৰ্কিব পাৰিব।

* What does the mind enjoy is books? Either the style or nothing. But some one says, what about the thought? The thought, that is the style, too. (Charles Maurras—an Essay on criticism)

খণ্ডজীৱনীবোৰ জীৱন-বিষয়ীজনৰ জন্ম কৰ্ম প্ৰভৃতি ইতিবৃত্ত আৰু তালিকা কেতিয়াবা দিলেও দিয়ে, নিদিলেও নাই; কিন্তু চৰিত্ৰৰ একো একোটা দিশ লৈ তাকে বেগুৰ্শৰ্মাই ভাষাৰ সৌষ্ঠৱ আৰু খণ্ড খণ্ড ঘটনাৰ আলোক শলাকাৰে সমুজ্জল কৰে। অথবা সমকালীন সাহিত্য বা ৰাজনীতিৰ পট-পৰিবৰ্তনৰ লীলাত নায়কজনে বিশেষ কি ভাগ লৈছিল তাক বৰ্ণাবলৈ যাওঁতে প্ৰসঙ্গভূত জীৱনৰ বহুত বৈশিষ্ট্য ফুটাই তোলে। পদ্মনাথ গোহাঞি বৰুৱাৰ জীৱনালেখ্যত বাঁহী আৰু উষাৰ অভ্যুদয়-অন্তৰ কাহিনীৰ মাজেদি ভুয়োজনকে শৰ্মাই কটকটীয়াকৈ তুলি ধৰিবলৈ সমৰ্থ হৈছে।

সৰাতোকৈ সাহিত্যকাৰোচিত সৌমনস্য বা সহানুভূতিয়েই জীৱনী নায়কক সজীৱ আৰু অন্তৰঙ্গ কৰিছে। জীৱনীকাৰ আৰু জীৱন-বিষয়ীজনৰ সাহিত্যাচিত সৌমনস্যই কেতিয়াবা জীৱনী-গ্ৰন্থক প্ৰশস্তিৰ স্তৰলৈ নমাই আনিব পাৰে। তেনে দশা যে, দুই এজনৰ বেলিকা শৰ্মাৰ ক্ষেত্ৰতো হোৱা নাই, সেই কথা নহয়। তথাপি সাহিত্যিকজনে থাপি লোৱা মানসিক মূৰ্তিটোইঁতে গ্ৰন্থনক ৰসাল আৰু তেজাল কৰাত সহায়তা কৰে।

পূৰ্ণজীৱনী বোলোঁতে, মণিৰাম দেৱানকো লেখত ধৰিলে তিনিখন। ই দুখন হ'ল 'গঙ্গা গোবিন্দ ফুকন' আৰু 'হেমচন্দ্ৰ গোস্বামীৰ জীৱনী।' দক্ষিণপাট সত্ৰৰ অন্তৰ্গত কেইজনমান অধিকাৰৰ জীৱন-কথাকো জীৱনী-সাহিত্য শ্ৰেণীতে থাকিব পাৰি। এই জীৱনীবিলাকৰ বিন্যাস-পদ্ধতি আৰু উপস্থাপনৰ ৰীতিটো বিশেষভাৱে মন কৰিবলগীয়া। ইয়াত বিষয়ীভূত মানুহজনৰ সম্পৰ্কে জীৱনীকাৰৰ একোটা প্ৰাক্‌নিৰ্দ্ধাৰিত মনঃকল্প থাকে, সেই নিৰ্দ্ধাৰিত কল্পপুৰুষজনক ৰূপ দিবলৈ উপাদানৰ সংগ্ৰহ কৰে তাক যথাযোগ্য ভাষাৰে সুসজ্জিত কৰি মেলি ধৰে। সকলো বিধৰ লভ্য উপাদান সংগ্ৰহ কৰি, তাক ফঁহিয়াই জুকিয়াই, পঢ়ি-শুনি আৰু চিন্তা কৰি বিষয়গত উপস্থাপনৰ প্ৰতি : পুশৰ্মাৰ বাপ নাছিল। তেখেতে মনোগত চিত্ৰ এখনক জীৱনৰ ঘটনাৱলীৰ সংযোজনেৰে পূৰ্ণাবয়ৱ কৰে, আৰু তাতে স্বতঃস্ফূৰ্ত জীৱন দায়িনী ভাষাৰে বোল থুৱায়। সেইদেখি জীৱনীনায়কজনক পোৱাৰ লগে লগে জীৱনীকাৰ বেণুধৰ শৰ্মাকো অগাক্ষাতে হলেও পদে পদে পাওঁ। পাওঁ বাবেই চিত্ৰিত জীৱননায়ক জনৰ লগত আমাৰ দূৰত্ব চাপ খায় আছে। জীৱন-নায়কৰ লগত পাঠকক সহৃদয়তাৰ সমতলত মুখামুখি কৰাৰ পৰা শক্তি আছে দেখিয়ে মণিৰাম দেৱান ইমান জনপ্ৰিয়। কাঁচিয়লি ব'দ গ্ৰন্থৰ

সোণৰৰ, বগাধৰ, মকৰা পেস্কাৰ, মৃগীভলকিয়াৰ প্ৰভৃতিয়েও শৰ্মাৰ ভূমিকা বৃগনত প্ৰিয়জনৰ ৰূপ লৈ পাঠকৰ কামত থিয় দিছেহি। জীৱনীৰ বিষয়-পুৰুষলৈ জীৱনীকাৰৰ আত্মসঞ্চাৰো একপ্ৰকাৰ জীৱনীসাহিত্যৰ লক্ষণ।

ব্যক্তিগত প্ৰসঙ্গ নহলেও শৰ্মাই যেনেকৈ লিখে, সি যেন নিজে দেখি শুনিহে লিখিছে, তেনেকৈ লিখে। ব্যক্তিগত প্ৰসঙ্গ হলেও শৰ্মাই এনে ভূমিকা লৈ ওলোৱা-সোমোৱা কৰে যে গৌণত্বৰ ভেজনিৰে সি সিদ্ধ হৈ পৰে। জীৱনীকাৰৰ অহমিকাই পাঠকক অভিভূত বা বিতৃষ্ণ কৰিবলৈ চলেই নাপায়। শিক্ষাবিদ্‌ গোবিন্দ বেজবৰুৱাত শৰ্মাই নিজৰ জীৱনৰে এছোৱা কাহিনী বিবৰিছে। পাছে, তাত আত্মজীৱনৰ কথাখিনি এনে গৌণভাৱে ছাঁতে লুকাই আছে যে গোবিন্দ বেজবৰুৱাৰ শিক্ষা বিস্তাৰ আৰু স্কুল পৰিচালনা আৰু তেওঁৰ হুৰহুৰীয়া ভলভলীয়া চৰিত্ৰইহে পাঠকক প্ৰধানকৈ আকৰ্ষণ কৰে। অলপ মন কৰিলেহে শৰ্মাৰ চৰিত্ৰও যে তাত গোবিন্দ বেজবৰুৱাৰ পোহৰৰ ছাঁ হৈ গৈ আছে তাক ধৰিব পাৰি। জীৱন-সোঁৱৰণত প্ৰকাশিত প্ৰবন্ধ যেনে 'জয়ন্তী, সঙ্গম, ৰামধেনু প্ৰভৃতিত প্ৰকাশিত আত্মজীৱনমূলক প্ৰবন্ধবিলাকতো নিজৰ জীৱনৰ কথা বুলি আৰম্ভ কৰিলেও নিজে নেপথ্যত থাকি যায়, স্বেচ্ছাই বা এলাপাকতে।

বেণুশৰ্মাৰ লেখাত, বিশেষকৈ সাধুকথা আৰু জীৱনীমূলক প্ৰবন্ধত হাস্যৰসৰ ফল্গুধাৰা এটি মৃদুস্ৰোতা হৈ বৈ আছে। সেই প্ৰবাহৰ ছিটিকনিয়ে সক কথা একোটাকে সাজে-পাৰে আমোদজনক কৰি পেলায়। সাংবাদিক কৃষ্ণকান্ত ভট্টাচাৰ্যৰ জীৱনী প্ৰবন্ধৰ এঠাইত ইউৰোপীয় চাহাব এটাৰ বিষৈ হোৱা ঘটনা এটা বিলাসিনী কাকতত প্ৰকাশ হোৱা বিষয়ে শৰ্মাই লিখিছে—

"এনেকুৱাতে এটা ঘটনা হ'ল। যোৰহাটৰ ৰেলথন নিশা একমান বজাত মৰিয়নীৰ পৰা আহোঁতে বাটতে ইঞ্জিনে মানুহ এটা কাটিলে। ৰেলথন ৰখাই থৈ গাৰ্ডে হাতত ৰেলৰে লণ্ঠন এটি লৈ চাকি নোহোৱাকৈ বৈ থকা ট্ৰলি এখনৰ ট্ৰলীৱালাক (টালীৱালা) খবৰটো দিবলৈ গ'ল। ট্ৰলীতে ইউৰোপীয় চাহাব এটি বহি আছিল। গাৰ্ডক দেখা মাত্ৰকে ট্ৰলীৱালাই ডকাইত ডকাইত বুলি চিঞৰিবলৈ ধৰিলে। যেই চিঞৰিলে সেই চাহাবটি জাপ মাৰি আঠুৱনীয়া বোকাত সোমালগৈ।

এই বাতৰিটোকে বিলাসিনীত ছপাওঁতে সম্পাদকে লিখিলে "ডকাইতৰ নাম শুনিয়েই যি ইংৰাজ আঠুৱনীয়া বোকাত সোমায়গৈ, সেই ইংৰাজক

কাপুৰুষ বুলি আৰু কি বুলিব পাৰি ?" বিলাসিনীত বাতৰিটো ওলোৱাৰ দুদিনমানৰ পাছতে জিলাধিপতি বৰচাহাবে সম্পাদকক মতাই নি টান মাত দি ক'লে, "মই ঘটনাটো অনুসন্ধান কৰি চালোঁ। আপুনি লেখা কথা তেনেই মিছা। ইৰাজক কাপুৰুষ বোলা শুনিলে বিপক্ষ দলৰ সাহ বাঢ়ি-যাব। এনে আপদায়া কথা যুদ্ধৰ দিনত কেতিয়াও নেলেখিব। আজিৰ পৰা আপুনি সতৰ্ক হৈ থাকিব"। ( অৰ্ঘ্যাবলী পৃ ১০৪। )

পদ্মনাথ গোহাঞি বৰুৱাৰ বিষয়ে লিখিছে "সঁচাসঁচিকৈয়ে গোহাঞি বৰুৱা আছিল গধুৰ পাতলৰ সমাবেশ।" তাকে পদে প্ৰমাণে দেখুৱাবলৈ লিখিছে—

"কথাৰ চলতে তেতিয়াৰ অসমীয়াৰ সম্পাদক শ্ৰীযুত পদ্মধৰ চলিহাই সুধিলে, "গবৰ্ণমেণ্টক সমালোচনা কৰা বা সাহিত্য সম্পৰ্কে দিয়া মতামতক প্ৰবন্ধ দেখোন আপোনাৰ বস্তিত বৰ পলমকৈ ওলায় ? আমি দিয়া মন্তব্যলৈ বাট চাই থাকে নেকি ? গোহাঞি বৰুৱাই বাওঁহাতখন বহা দলিছাতে ভেজা দি টানি মাত লগালে, তোমালোক ডেকাইঁতে নো কি কোৱা টলকি চাইহে থাকোঁ, পলম হলেও পাছত মই টাহি দিও নহয়।" ( অৰ্ঘ্যাবলী-৪৮ ).

বেণুধৰ শৰ্মাৰ লেখাৰ এই ধেমেলীয়া সুৰটো জীৱন আলেখ্যবোৰত যিমান পাওঁ বুৰঞ্জীবিষয়ক লেখা বা আন বিষয়ৰ প্ৰবন্ধত নাপাওঁ। বুৰঞ্জীৰ লিখাবিলাক সদায়েই ওজঃ গুণ সম্পন্ন। অসমৰ বুৰঞ্জীৰ কাহিনীয়ে তেখেতক মনত যি উল্লাস আনে আন একোৱে তেনেকৈ আনিব নোৱাৰে। মনৰ উল্লাস আৰু প্ৰফুল্লতাই ভাষাৰ সোঁতেদি বাগৰি আহি বেণুধৰীয়া ওজস্বী গদ্যশৈলীৰ সৃষ্টি কৰে। এনেদৰেই 'ষ্টাইল' আৰু ভাব একাত্ম হৈ পৰে।

কবিতা, গল্প, থুহুতীয়া ৰচনা এইবিলাক বেণুধৰ শৰ্মাৰ চেমনীয়া আৰু ডেকাকালৰ আগছোৱাৰ ৰচনা। এই ছোৱা কালক আখৰা-কাল বুলি কব পাৰি। দেখিবলৈ পাওঁ তেখেতে যি বিষয়তে হাত দিছিল তাতে উজ্জল সম্ভাবনাৰ চিন পোৱা গৈছিল। কিন্তু কলিকতীয়া ছাত্ৰ জীৱনত শৰ্মাৰ সাহিত্য-গতি আন ফালে চাল খালে। তাৰ প্ৰবল আকৰ্ষণত পৰি তেখেতে সাহিত্যৰ আন বিভাগবোৰলৈ পিঠি দিলে। বুৰঞ্জীৰ তথ্য আহৰণত একাণপতীয়াকৈ লগাত, সেই পিনেই দিনে নিশাই ভাব-চিন্তাই গতি কৰাত, আন কেইবিধ সাহিত্যলৈ মন-কাণ দিবলৈ সময় আৰু উৎসাহ দুয়োটাই টুটি-

প'ল। ব'লগৈ বুৰঞ্জী বা বুৰঞ্জীৰ পাত পা খহাঁৰ পৰা আন বিষয়বোৰ। পাছৰ কালত লিখা জীৱনী গ্ৰন্থ আৰু জীৱন আলেখ্যবোৰো তেখেতৰ মানত বুৰঞ্জীৰে সহোদৰ। অধিক কি? সাধু কথাবোৰতো বুৰঞ্জীয়ে ভুমুকি মাৰিছে এৰে।

পাছে তাকে বেণুশৰ্মাৰ ধ্যান-জ্ঞান বুৰঞ্জীৰ কালে এদিন হঠাতে ঢাল খাই পৰা নাছিল, বহুতো কাৰ্য্যকাৰণ গোট খাই এই বিষয়টোৱে তেখেতৰ জীৱনক প্ৰভাৱান্বিত কৰিছিল। এপিনেদি ভাবি চালে বেণুশৰ্মাক বুৰঞ্জীবিদ, বোলাতকৈও বুৰঞ্জী প্ৰাণ বুলিবৰহে মন যায়। বুৰঞ্জী-প্ৰাণ হোৱাৰ কাৰ্য কাৰণবিলাক এই কেইটা—

চাবিঙৰ স্থান মাহাত্ম্যই হ'ল এই বিষয়ত 'পহিলা জগৰীয়া।' বুৰঞ্জী প্ৰসিদ্ধ ঐতিহ্যবাহী এই বহগাঁওধন মোমাই তামুলী বৰবৰুৱাৰ বিচক্ষণ কৃতিত্বৰ এটি জীৱন্ত জাগ্ৰত নমুনা। চকু কাণ মুদি থকা জনকো চৌপাশে পুৰণি কালৰ স্মৃতি সান খাই থকা চাবিঙে এহেচোক দিয়ই দিব। চকুকাণ সজাগ ৰাখি ফুৰা জনৰতো কথাই নাই, তেনেজনৰ কাণত বুৰঞ্জীয়ে বিড়িয়াই থাকিবই। চাক্ষুষ সমাজখনে পুৰণি কালৰ উৰ্বৰ্লি যোৱা দিনবোৰৰ মোচ খাওঁ খাওঁ হোৱা ছবি এখনো দাঙি ধৰিব। বেণুশৰ্মা আছিল উন্মীলিতচক্ষু আৰু উৎকৰ্ণ বিধৰ চাবিঙীয়া, সিও ল'ৰাকালৰ পৰাই। বুৰঞ্জীয়ে তেওঁক সকিয়াই নাথাকি থাকিব কাক?

শিৱসাগৰ চহৰৰ মহিমায়ো বেণুধৰক ব্ৰহ্মমোহন দিছিল। শিৱসাগৰ নগৰখনৰ চৌপাশে বুৰঞ্জীৰ, বিশেষকৈ আহোম যুগৰ বুৰঞ্জীৰ একোখিলা পাত সিঁচৰতি হৈ আছে। পৰিয়ালবোৰৰ বংশৰ কাহিনীবিলাকো ইতিহাসৰ মহিমাৰে উজ্জ্বল। স্বাধীন অসমৰ সুখ দুখ নিজকাণে শুনা, যুগৰ কালিকাত লেহেৰা পৰিলেও দুই এজন বংশধৰ তেতিয়াও জীৱিত। ভৰবাম কাকতীৰ ঘৰত বাসা লৈ থাকোঁতে সেইবিলাক দুই এজনৰ সান্নিধ্য শৰ্মাই পাইছিল। কাকো বা ধপাত এচিলিম লগাই দি পৰিচৰ্য্যা কৰাৰ বিৰল ছেগ একোটাও পাইছিল। অসম বুৰঞ্জীৰ শেষ বক্তিমাভাত ৰঙা হোৱা এই লোকসকলৰ সান্নিধ্যই বেণুশৰ্মাৰ মনতো বুৰঞ্জী-প্ৰীতিৰ পোহৰ এচেৰেঙা ছটিয়াই থৈ গৈছিল। ফুলমতী কুঁৱৰীৰ সাধুত বুদ্ধি পৰীক্ষা দিবলৈ যাওঁতে গৌৰীসাগৰ আৰু দ'ল দেখি মুগ্ধ হোৱা মোমল নামৰ ল'ৰাটি বেণুশৰ্মা নিজেই।

সেইবোৰ বাক সেই, যুগ মাহাত্ম্য বুলিও এটা ডাঙৰ উপদ্ৰব আছে। উনৈছ শতিকাৰ শেষ আৰু কুৰি শতিকাৰো এছোৱা কাল, বিশেষকৈ আগছোৱা কাল, শিক্ষিত অসমীয়াৰ নিজ ভাষাক স্বাধিকাৰত প্ৰতিষ্ঠা কৰাই একমাত্ৰ ধ্যান-জ্ঞান আছিল। এই আত্ম-প্ৰতিষ্ঠাৰ বাটত তেতিয়াৰ দিনত অসমত খুটি পুতি লবলৈ হেঁপাহ কৰা এচাম বঙালী মানুহ বগৰি জেং যেন হৈছিল। তাতে স্বাধীনতা হেৰুৱাৰ পঞ্চাছ বছৰমানহে হৈছিল। অসমীয়াৰ জাতীয় স্মৃতিৰ পৰা আহোম যুগৰ বঙাল খেদা বিক্ৰমৰ কথা সমূলে মোচ খোৱা নাছিল। সংস্কৃতিৰ ফালৰ পৰা অসম-ভাৰতৰ একসূত্ৰতা থাকিলেও, ৰাজনৈতিক পৰাধীনতা প্ৰাচীন কামৰূপ বা পাছৰ অসমে কস্মিন কালেও সহ্য কৰা নাছিল। এই বিষয়ত কেতিয়াবা পৰাভৱ ডাৱৰৰ কলীয়া ছাঁ পৰিলেও মেঘ-মুক্ত হবলৈ সৰহ কাল নালাগিছিল। ফল স্বৰূপে অসমীয়াৰ মনত স্বতন্ত্ৰতাৰ চেতনা ৰ-লাগি উজলি আছিল। পাহৰোঁতে নো সাহিত্য সভাৰ প্ৰাক্তন সভাপতি জ্ঞাননাথ বৰা ডাঙৰীয়াই সগৰ্বে লিখিছিল নে? "মই ভাৰতীয় নহও, হ'মেই বা কিয় ?"

বৰা ডাঙৰীয়াৰ এই উদ্গীৰণত ওলোৱা উত্তাপ এতিয়াও চেঁচা পৰা নাই, হেচা মাৰি থোৱা অৱস্থাতহে আছে যেন লাগে। তাতে অসমীয়া ভাষাক গ্ৰাস কৰাৰ ষড়যন্ত্ৰই অসমীয়া মানুহক বঙালবৈৰী কৰি পেলালে। বেণুশৰ্মাৰ জন্ম ১৮৯৪ চনত। "এনে এটা চূড়ান্ত বঙালবৈৰিতাৰ কাল ছোৱাই হ'ল তেওঁৰ শৈশৱ আৰু কৈশোৰ" (অধ্যক্ষ সদানন্দ চলিহা অ: গ্ৰ ৪৫)। *

চাৰিং, শিৱসাগৰ আৰু যুগ এই তিনি উগ্ৰবীৰ্য্য প্ৰভাৱৰ সমষ্টি-ফল হ'ল প্ৰগাঢ় অসমাত্মিকা। এই সৰ্বাত্মক অসমীয়াত্ব বোধে চাৰিঙীয়া বেণুধৰক পুৰণি বুৰঞ্জীলৈ, বিশেষকৈ আহোম যুগৰ কথালৈ উধাৱ কৰালে। এনে আবেগৰ জুইকুৰাত ঘিঁউ ঢালিসে কলিকতাত পঢ়া কালত দুই এজন বঙালী অধ্যাপক আৰু কিছুমান ৰবকথীয়া বঙালী সহপাঠীৰ অসমীয়াৰ প্ৰতি কৰা ইত্তিকিং বাক্যই। মণিৰাম দেৱানৰ জীৱনী আৰু কাৰ্য্যাৱলী বা Rebellion of 1957 Visa a-vis Assam সাতাৱন চালৰ আৱস্তণি উপলক্ষ্যহে, লক্ষ্য

---

* অধ্যক্ষ চলিহাই লিখা 'বুৰঞ্জীবিদ বেণুধৰ শৰ্মা' নামৰ প্ৰবন্ধত এই যুগৰ বিষয়ে বিশ্লেষণমূলক আলোচনা কৰিছে।

আছিল প্ৰমাণ কৰা যে স্বাধীনতাৰ প্ৰথম যুঁজত যে অসমীয়াও পিছপৰা নহয় তাক প্ৰমাণ কৰা। পাছত গৈ গোটেই দেশ হলগৈ—বেণুধৰৰ সাহিত্য-প্ৰতিভা সোণাময় বুৰঞ্জীলৈ সমূলক্ষে চলি আহিলে। গল্প, কবিতা, চিন্তামূলক আৰু সমালোচনা সকলোবোৰলৈ পিঠি দি এই বুৰঞ্জীতে বেণুশৰ্মাৰ আচাৰ্য্যত্বময়াকৈ লাগি গ'ল। আন কিবাকিবি যি লিখিছিল, সেই লেখা বাছনিতে খোৱাৰ পৰা ৰাজভগনলৈ, সেই সকলো "অন্তৰ্গত" বুৰঞ্জীৰ বুকুতে সোমাই পৰেগৈ। খেল খেমালি, সাজপাৰ, সাঁথৰ, পটন্তৰ, ৰণ-বিগ্ৰহ, সাহ-পিত, প্ৰতাপ-পৌৰুষ প্ৰভৃতি সকলো বিষয়তে শৰ্মাই এচাৰ নহয় এচাৰ মাৰিছিল। সেই সকলোবোৰ শেহস্তত গৈ থৈ তিনটা আখৰেৰে সামৰি থব পাৰি—'অসম'। বেণুশৰ্মাক বুৰঞ্জী-মোহৰ কঁঠাল-এঠাই লিপিত খাই ধৰিলে। অসমৰ গুণগ্ৰাহী ৰাইজেও উপযাচি বিভূষণ দিলে—বুৰঞ্জীবিদ্।

পাছে এটা কথা। অসম বুৰঞ্জীৰ পূৰ্বাচাৰ্য্যসকলক জানো অসমীয়াই পাহৰি গৈছিল। গুণাভিৰাম বৰুৱা, পদ্মনাথ গোঁহাঞি বৰুৱা, হেমচন্দ্ৰ গোস্বামী, হিতেশ্বৰ বৰবৰুৱা, সূৰ্যকুমাৰ ভূঞাক পাহৰি যাবলৈ অসমীয়া ৰাইজ ইমান অশলাগী নহয়। এই সকলতকৈ বেণুশৰ্মা কোন গুণে চৰা যে বুৰঞ্জীবিদ্ উপাধিটো জাতীয় স্বীকৃতি-ৰূপে তেখেতৰ নামৰ আগতহে লোকমুখে ৰাষ্ট্ৰ হৈ পৰিল। জাতীয়স্বীকৃতি স্বৰূপে নামৰ আগৰ এই আভূষণবোৰ এলাপাকতে আহি ওলমি নপৰে। তাৰ গুৰিত এটা নহয় এটা কিবা নিমিত্ত থাকিবই। ৰাইজৰ মুখত সৰস্বতী আছে।

নামলোৱাসকলৰ ভিতৰত গুণাভিৰামেই পোনপ্ৰথমে সম্পূৰ্ণাঙ্গ অসম বুৰঞ্জী লিখি গৈছে। স্কুলীয়া পাঠ্য হলেও পদ্মনাথ গোহাঞি বৰুৱায়ো অসম বুৰঞ্জী প্ৰণয়ন কৰি সেই সময়ৰ অভাব পূৰণ কৰিছিল। হেমচন্দ্ৰ গোস্বামীয়ে পুৰণি বুৰঞ্জীৰ উদ্ধাৰ আৰু সম্পাদন যি কৰিছিলেই শিলা-লিপি আৰু তাম্ৰ-ফলিৰ পাঠোদ্ধাৰ আৰু প্ৰকাশ কৰিছিল। বুৰঞ্জীমূলক প্ৰবন্ধৰো গোস্বামীয়েই দিগ্‌দৰ্শক। হিতেশ্বৰ বৰবৰুৱাৰ বিবিধ প্ৰবন্ধৰাজি আৰু তেতিয়া প্ৰকাশ নাপালেও বৃহৎ বুৰঞ্জীৰ বিষয়ে সকলোৱে জানিছিল। কণকলাল বৰুৱাৰ Early History of Kamrup আজিও অপৰিহাৰ্য প্ৰাচীন অসমৰ বুৰঞ্জী হৈয়ে আছে। সূৰ্য্যকুমাৰ ভূঞাক কোনে নাজানে? কেবাখনো মূল্যবান বুৰঞ্জীপুথি সম্পাদন কৰিলে, ইতিহাস আৰু পুৰাতত্ত্ব

বিভাগৰ সৃষ্টি কৰিলে। এইদৰে আৰু বহুতৰ নাম লব পাৰি। সোণাৰাম চৌধুৰী, ৰাজমোহন নাথ আদিৰ নামো মনলৈ আহে। বুৰঞ্জীবিদ, বুলি নাম বৈ বৈ গ'লি বেণুশৰ্মাৰহে, ইয়াৰ কাৰণটো কি বিচাৰ কৰি চাবৰ মন যায়। কিয়নো কিছুমান প্ৰবন্ধত বুৰঞ্জীৰ একো ছোৱা ঘটনাৰ ওপৰত আলোকপাত কৰাত বাদে এটা যুগৰ বা এখন ৰাজ্যৰ পূৰ্ণাঙ্গ বুৰঞ্জী এখনো তেখেতে লিখি থৈ যোৱা নাই। তথাপি ৰাইজৰ সোণৰ ৰূপৰ মুখেৰে ওলোৱা নাম, একেবাৰে অমূলক বুলি টিলিকিতে উৰাই দিব নোৱাৰি। আমাৰ বোধেৰে তিনিটা কাৰণত বেণুশৰ্মাই বুৰঞ্জীবিদ, বুলি খ্যাতি লাভ কৰিলে। আন প্ৰকাৰে কবলৈ গলে অসমৰ বুৰঞ্জী চৰ্চাৰ ক্ষেত্ৰত বেণুশৰ্মাৰ তিনটা বিশেষ দানৰ কথা উল্লেখ কৰিব পাৰি।

ৰবীন্দ্ৰনাথ ঠাকুৰে ঐতিহাসিক ৰস বুলি এক ৰসৰ কথা আলোচনা কৰিছে। ভাৰতীয় অলঙ্কাৰ শাস্ত্ৰত ঐতিহাসিক ৰস বুলি এটা বিশেষ ৰস উল্লেখ নাথাকিলেও ৰসিকজনৰ বোধেই ইয়াৰ প্ৰমাণ। সুলিখিত ঐতিহাসিক ইতিবৃত্তই পাঠকৰ মনত যে একপ্ৰকাৰ চিত্তদ্ৰৱণ সাধন কৰে তাক দুই কৰিব নোৱাৰি। সুনিষ্ঠ পাঠকৰ অনুভৱেই সেই কথা সাব্যস্ত কৰে। প্ৰাচীন আলঙ্কাৰিকসকলে হয়তো তাক নৱৰসৰ শাৰীত স্থান নিদি 'ভাৱৰ' ঘৰত গুজিব খুজিব। পাছে ভাব আৰু ৰসৰ বিৰোধ কোনো কোনো ক্ষেত্ৰত ইমান সূক্ষ্ম যে সেই বিৰোধ উপেক্ষা কৰিও সাহিত্য-সমীক্ষা কৰিব পাৰি। অসমীয়া সাহিত্যত বুৰঞ্জীত ৰস-সঞ্চাৰ কৰাৰ গৌৰৱৰ অধিকাৰী বেণুধৰ শৰ্মা। শৰ্মাৰ পূৰ্বে বুৰঞ্জীক ৰস-সিক্ত কোনোজন ঐতিহাসিকেই কৰিবপৰা নাছিল। চমৎকাৰী গদ্য আৰু তথ্য-বিন্যাসৰ সুকৌশলেৰে শৰ্মাই নিৰাভৰণ বুৰঞ্জীক মনোজ্ঞ আৰু ৰসাল সাহিত্যৰ শাৰীলৈ তুলিলে। ভাষাৰ তেজাল সৌন্দৰ্য্য, চিত্তাকৰ্ষক কথনভঙ্গী, উপস্থাপনৰ বিন্যাসচাতুৰ্য্য শৰ্মাৰ বুৰঞ্জী লেখনৰ বৈশিষ্ট্য। এই গুণবিলাক একেলগে পূৰ্ববৰ্ত্তী ইতিহাস লেখকৰ প্ৰবন্ধ বা গ্ৰন্থত পোৱা নাযায়। ঘটনাৰ সুবিন্যাস, সুঠাম গন্থশৈলীৰ বলতে বেণুধৰ শৰ্মাৰ বুৰঞ্জীমূলক প্ৰবন্ধ আৰু গ্ৰন্থ জনপ্ৰিয় হব পাৰিছিল। বাগ্মীবৰ নীলমণি ফুকনে এষাৰ বৈপৰীত্যযুক্ত গৰ্ভিত বাক্যত এই মতটি প্ৰকাশ কৰি লিখিছে —"মুঠতে, শৰ্মা ডাঙৰীয়া বুৰঞ্জীময়, বুৰঞ্জীও বেণুময়" (অ. গ্ৰ ৫)। বুৰঞ্জীক বেণুমধুৰ কৰিবপৰা কাৰণেই বেণুধৰ শৰ্মাই পালে অনভিষিক্ত উপাধি 'বুঁৰঞ্জীবিদ'।

দ্বিতীয় কাৰণ হ'ল বুৰঞ্জীক জনসাধাৰণৰ মনত আৰাধ্য বিষ্যাৰূপে স্থাপিত কৰা। অসংখ্য সুখপাঠ্য মনোগ্ৰাহী প্ৰবন্ধেৰে তিনিকুৰি বছৰকাল অসমীয়া দৈনিক, সাপ্তাহিক, মাহেকীয়া, তিনিমহীয়া আৰু বছেৰেকীয়া কাকতবিলাক শৰ্মাই ভৰাই থৈ গ'ল। হাজাৰ হাজাৰ পাঠকে সেইবোৰ আগ্ৰহেৰে পঢ়ি সন্তোষ লভিলে, লগতে অসম বুৰঞ্জীৰ বিভূতি গৈ জন-সাধাৰণৰ হাতৰ তলুৱাতে পৰিলেগৈ। বুৰঞ্জীক জনসাধাৰণীকৰণত বেণু শৰ্মাৰ কৃতিত্ব আৰু অৱদান অতুলনীয়। অকল লিখিয়েই নহয়, শদিয়াৰ পৰা ধুবুৰীলৈকে অগণন সভা-সমিতিত বক্তৃতা দিওঁতে অসম বুৰঞ্জীৰ কথা এবাৰ নহয় এবাৰ, কিবা প্ৰসঙ্গ উলিয়াই কৰই কৰ। য'লৈকে যাওক, যি কামতে নাযাওক, সেই ঠাইৰ নামৰ ইতিকথা, তাত থকা বুৰঞ্জীগত উই উলিয়াবলৈ দুদিন হলেও থাকিয়ে যাব। এইদৰেই বেণু শৰ্মাই বুৰঞ্জীক জনপ্ৰিয় কৰিলে।

. তেখেতৰ মৃত্যুৰ সংবাদ প্ৰকাশ হোৱাৰ লগে লগে প্ৰশস্তি লিখোঁতে "অগ্ৰদূত' কাকতে শৰ্মাৰ জীৱন-কৰ্মৰ যথাৰ্থমূল্য নিৰ্দ্ধাৰণ কৰিছিল। অগ্ৰদূতে লিখিছিল—"প্ৰকৃতাৰ্থত বেণুধৰ শৰ্মাই পোন প্ৰথমবাৰৰ কাৰণে বুৰঞ্জীক গণমুখী কৰি তুলিবলৈ চেষ্টা কৰিছিল। তেওঁৰ আগলৈকে কবলৈ গলে আঞ্চলিক বুৰঞ্জী ৰচনাৰ ক্ষেত্ৰত গেইটৰ সময়ৰ পৰাই চলি অহা ঔপনি-বেশিক ধাৰাই চলি আছিল। ভাৰতীয় ইতিহাস ৰচনাৰ ক্ষেত্ৰত দেখা দিয়া শেহতীয়া সমাজমুখী আলোড়নক আঞ্চলিক বুৰঞ্জীৰ ক্ষেত্ৰলৈ অনাত, কবলৈ গলে দেশৰ ভিতৰতে শ্ৰীশৰ্মা আগৰণুৱা আছিল।"—হয়, ধনাই মনাই একোজনৰ অন্তৰত আগন্তুক পৰিবৰ্তনে কেনেকৈ খুন্দিয়া খুন্দি কৰিছিল তাৰ চিত্ৰ একোটিও বুৰঞ্জীত ঠাই পাবলগীয়া বুলি অনুভৱ কৰিছিল আৰু সেইমতে যাৰ যি প্ৰাপ্য স্থান তাকো। 'কাঁচিয়লি ৰ'দ'ত দি গৈছে।' বেণু শৰ্মাৰ হাতত বুৰঞ্জী গণমুখী হ'ল সঁচা।

বেণুশৰ্মাৰ আগলৈকে পুৰণি সাঁচিপতীয়া বুৰঞ্জীত যি লিখা আছে তাক ধ্ৰুৱবাণী বুলি ঐতিহাসিকসকলে গ্ৰহণ কৰিছিল, বহুত ক্ষেত্ৰত তেখেতে নিজেও কৰিছিল। বুৰঞ্জী ভেশধাৰী কিছুমান কিংবদন্তিকো প্ৰকৃত বুৰঞ্জীমূলক ঘটনা বুলি জনসমাজে বিশ্বাস কৰি আহিছিল। সেইবোৰৰ মূল্যায়ন কৰিবলৈ কোনো এজন ঐতিহাসিক সাহ কৰি আগবাঢ়ি অহা নাছিল। দেশদ্ৰোহী কোন, বুঢ়াগোঁহাই নে বৰফুকন, বুৰঞ্জীৰ মৰণোত্তৰ পৰীক্ষা—

জয়মতী কুঁৱৰী, স্বৰ্গদেউসকলৰ সুপৰিকল্পিত শাসন ব্যৱস্থা আদি প্ৰবন্ধত বেণুৰ্শৰ্মাৱে পোনপ্ৰথমে জনবিশ্বাসৰ 'বৰ ভেটিত তুঁইকঁপৰ জোকাবণি' তুলিলে। বুৰঞ্জীৰ শাহবস্তু সূক্ষ্ম-সমীক্ষণ, তাৰ পৰিচয় পাওঁ শৰ্মাৰ এই প্ৰবন্ধবিলাকত। এই কেইটামান প্ৰবন্ধই অসমৰ বুৰঞ্জীৰ কিছুমান ঘটনা খুঁচিয়াই চাই প্ৰকৃত সত্যৰ উদ্‌ঘাটন কৰাৰ প্ৰচেষ্টা যে হব লাগে তালৈ ঐতিহাসিক আৰু জনসাধাৰণৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হৈছিল। অসমৰ সাঁচিপতীয়া বুৰঞ্জী-পুথি, চৰিত-পুথি আৰু প্ৰচলিত কিংবদন্তি এইবিলাকৰ প্ৰত্যেকটি কথাই আখৰে আখৰে নিৰ্বিচাৰে মানি লোৱাৰ দিন যেন উকলিল সেই কথাৰ অনুভৱ কৰালে বেণুশৰ্মাৰ এই প্ৰবন্ধবিলাকে।

এইকেইটা কাৰণত বুৰঞ্জীবিদ্‌ৰূপে বেণুশৰ্মাৰ যশস্যা বৈ বৈ গ'ল। গ'ল হে গ'ল সেই যশস্যা যাউতিযুগীয়া হৈ অসমীয়া সাহিত্যৰ বা অসমৰ ইতিহাস বিদ্যাৰ বুৰঞ্জীত থিতাপি লব নে নাই সেইবিষয়ে থাটাং উক্তি এযাৰ টপৰাই-কৈ পেলাব নোৱাৰি। বেণুশৰ্মাই অসমৰ এখন পূৰ্ণাঙ্গ বৃহৎ বুৰঞ্জী লিখি থৈ যোৱা নাই যে আগন্তুক কালৰ ইতিহাস-বিনোদীৰ পক্ষে অপৰিহাৰ্য আধাৰ গ্ৰন্থৰূপে বহুকাল পৰ্যন্ত স্বগৌৰৱে উজলি থাকিব। পূৰ্ণাঙ্গ বুৰঞ্জীৰ কথা এৰিও কোনো এটা যুগ বা সন্ধিক্ষণৰ কথাও তেখেতে গ্ৰন্থাকাৰে খৰচি মাৰি লিখি থৈ যোৱা নাই। মোৱামৰীয়া-বিপ্লৱৰ বুৰঞ্জী এখন লিখোঁ লিখোঁ বুলি থাকোঁতেই গ'ল, লিখা হৈ নুঠিল। তাৰ কাৰণে যুগুতাই লোৱা সমলবোৰৰ কিছুমান কোনো প্ৰবন্ধৰ মাজত ভুমুকি মাৰি ওলাইছিল কিন্তু সুগঠিতৰূপে মোৱামৰীয়া-বিপ্লৱৰ বুৰঞ্জী হৈ নোলাল। ইতিহাসৰ উপাদানৰ সন্দেহহীনতাৰ বিচাৰত বা সেইবোৰৰ ব্যাখ্যানৰ অভ্ৰান্ততা শৰ্মাৰ বুৰঞ্জী চৰ্চাৰ বিশেষ গুণ বুলি ঐতিহাসিকসকলে একবাক্যে স্বীকাৰ নকৰে। এইবোৰ বিষয়ত তেখেত যে সতৰ্ক বুৰঞ্জীলেখক আছিল তেনে এটা সুনাম ঐতিহাসিক সমাজত নাই। এজন ইতিহাসৰ অধ্যাপকে লিখিছে—"সৰ্বসাধাৰণে তেওঁক বুৰঞ্জীবিদ্ বুলিয়েই জানে। কেনে ধৰণৰ বুৰঞ্জীবিদ সেইটো ব্যাখ্যা কৰা টান। তেওঁৰ বুৰঞ্জীমূলক কোনোখন কিতাপকে যথাৰ্থ বুৰঞ্জী বুলিব নোৱাৰি।" অধ্যাপকজনে সতৰ্কতা অৱলম্বন কৰি বেণুধৰ শৰ্মাক বুৰঞ্জীকাৰ নুবুলি 'বুৰঞ্জীমূলক' গ্ৰন্থৰ লেখকৰ শাৰীতহে থৈছে।" আন এজন সূক্ষ্মদৰ্শী সমালোচকে বিশ্লেষণ কৰিছে—"বেণুধৰ শৰ্মা বুৰঞ্জীবিদ, বুৰঞ্জীৰ বহুতো তথ্য তেওঁ জানে, অসম বুৰঞ্জীৰ চুক কোণ, খলা-

ৰম্য আৰু তিক্তৰা ৰহস্য তেওঁৰ নথদৰ্পণত। আৰু তেওঁৰ সাহিত্যকৰ্ম প্ৰধানকৈ ঐতিহাসিক বিষয়-বস্তু বিশেষকৈ জাতীয় গৌৰৱসূচক আৰু দেশাত্ম-বোধক অতীতৰ বুৰঞ্জীভিত্তিক তথ্য আৰু কাহিনীৰ ওপৰত প্ৰতিষ্ঠিত। তথাপি তেওঁ প্ৰকৃততে সাহিত্যিকহে, বুৰঞ্জী-প্ৰণেতা ঐতিহাসিক, ইংৰাজীৰ 'হিষ্টৰিয়ান নহয়।"

এনে ধৰণৰ বুৰঞ্জীকোবিদ আৰু গহনচাৰী সমালোচকৰ মতেই যদি আমিও গ্ৰহণ কৰোঁ তেনেহলে এনে এটা সিদ্ধান্ত কৰিবলৈ বাধ্য হম যে বেণুশৰ্মাৰ ঐতিহাসিকৰূপে সুখ্যাতি কাল-সাপেক্ষ, চিৰস্থায়ী নহয়। সাধুকথা, জীৱনী, বিবিধ প্ৰবন্ধ, আগছোৱা জীৱনৰ কবিতা, গল্প আৰু ৰম্য ৰচনা, এইবোৰ সাহিত্যকৃতিৰ কাৰণে সাহিত্যৰ বুৰঞ্জীত বেণুশৰ্মাই স্থান পাব, কিন্তু তাৰ ঔজ্জ্বল্য কালৰ মামৰে এদিন মোলান পেলাব। তেনেহলে বিংশ শতিকাৰ অসমীয়া সাহিত্যিকৰ যিসকল কালপৰিভূগী হব পাৰিছে বা পাৰিব তাৰ ভিতৰত বেণুধৰ শৰ্মাও এজন বুলি আমি ধৰিব পাৰোঁ নে নোৱাৰোঁ ? যদি পাৰোঁ, তেনেহলে কিহৰ গুণত ? নিঃসন্দেহে ক'ব পাৰোঁ—অসমীয়া সাহিত্যৰ গদ্য-শৈলীলৈ যি অনন্যসাধাৰণ বৈভৱ দান কৰিলে তাৰ বাবেই বেণুধৰ শৰ্মাৰ কীৰ্তি কালপৰিভূগী হব। অসমীয়া গদ্যৰ এক বিশিষ্ট ৰীতিৰ স্ৰষ্টাৰূপে সাহিত্য বুৰঞ্জীৰ চ'ৰাত এখন ৰৰপীৰা অনাগত কাললৈ পাই থাকিব। এই কথাও ক'ব পাৰি যে লক্ষ্মীনাথ বেজ-বৰুৱাৰ পাছতে অসমীয়া গদ্যক যদি কোনোবাই 'স্বে মহিম্নি' সমৃদ্ধ কৰিছে, তেনেহলে সেইজন বেণুধৰ শৰ্মা, এই কথা ধ্ৰুৱ। এয়ে বেণু সাহিত্যৰ 'জ্যোতিষাং জ্যোতিঃ।

# ওপৰঞ্চি-ক

(আশীবছৰ পূৰ হবৰ দিনা বেণুধৰ শৰ্মাৰ সম্বৰ্ধনা সভাত পঠিত)

সৌমাৰপীঠস্য ললামভূতা।
বিদ্বন্-মহামাত্যকুলৈঃ কৃতাৰ্থা॥
চাবিঙ্গনাম্নী নিজনামধন্যা।
ভূমিঃ পুনঃ পুণ্যৱতী চ যেন॥ ১॥

কুঞ্জে পুৰাবৃত্তকলিন্দজায়াঃ।
কূজন্ কথাকাব্যময়ং বিতানম্।
স্পৃশন্নশীতিং ন নিশান্তবেণুঃ।
যথাৰ্থনামা স ধৰান্তবেণুঃ॥ ২॥

স্বাৰাজ্যযুদ্ধাকণকালবৃত্তম।
বিৰচ্য কংগ্ৰেছকথাপুৰাণম্॥
আকাদমীৰঞ্জনলব্ধৱৰ্ণঃ।
শতং সমা জীৱতু বেণুশৰ্মা॥ ৩॥

বিস্ফুৰ্জ্জিতৌজোগুণগদ্যৰীতিঃ
তেনে হি তেনাত্মবিশেষভঙ্গ্যা
জুষ্টা চিৰং সা কবিমাৰ্গগানাম্
শৈলীপ্ৰদীপশ্চ যশঃপ্ৰিযানাম্॥ ৪॥

ধীমান্ প্ৰসন্নোজ্জ্বলমুক্তহাস্যঃ।
বৃদ্ধঃ বিনাজাড্যমতন্দ্ৰদেহঃ॥
যাসত্যসৌ বিংশচতুষ্কপাৰম্॥
বেণোৰ্ধৰন্তং কুশলং দধাতু॥ ৫॥

ৰচক—শ্ৰীতীৰ্থনাথ শৰ্মা

# ওপৰঞ্চি-খ

## বেণুধৰ শৰ্মাৰ জন্মপত্ৰিকা

চ ৫

লং

বু ৬

ৰাঃ ২৬

ম ২১

ৰ ১৬

শ ১৪

শু ১৪

বৃ ১৬

কে ১২

জন্ম— ১৮১৬ শক, কাতিমাহৰ ৩০ দিন যোৱাত (ইং ১৮৯৪ চন, নবেম্বৰ ১৫ দিন যোৱাত) কৃষ্ণপক্ষ, তৃতীয়া তিথি, বৃহস্পতিবাৰ, নিশা চাৰিদণ্ড যোল পল, বাৰ বিপল গতে (ৰাত্রিদণ্ড ৪।১৬।১২গতে)।

গুপ্ত ৰাশি নাম—বোধেশ্বৰ দেৱশৰ্মা।

প্ৰখ্যাত নাম—বেণুধৰ শৰ্মা।

# ওপৰঞ্চি-গ

## জীৱন পঞ্জীৰ চমু কালানুপাতিক সূচী

| | | |
|---|---|---|
| ১৮৯৪ | ১৬ নৱেম্বৰ | জন্ম ( চাবিংগজপুৰীয়া গাওঁ ) |
| ১৯০০ | | বিদ্যাৰম্ভ |
| ১৯০১ | | চমাৰ গাওঁ পাঠশালাত ভৰ্ত্তি। |
| ১৯০৫ | | বৃত্তি পৰীক্ষাত উত্তীৰ্ণ, বৃত্তিলাভ। |
| ১৯০৫ | | শিৱসাগৰ গবৰ্ণমেণ্ট হাইস্কুলত ভৰ্ত্তি অষ্টম শ্ৰেণী। |
| ১৯১৫ | মাৰ্চ | মেট্ৰিকুলেছন পৰীক্ষা। দ্বিতীয় বিভাগত উত্তীৰ্ণ। |
| ১৯১৫ | জুনৰ পৰা চেপ্তেম্বৰট | ফুলেশ্বৰী স্কুলত শিক্ষকতা। |
| ১৯১৫ | ডিচেম্বৰ ( আঘোণ ) | বিয়া |
| ১৯১৬ | ১৫।৯।১৫—১৬।৪।১৬ | যোৰহাট বেজবৰুৱা স্কুলত নাটৰ |
| ১৯১৬ | ২৩ জুন | কলিকতা যাত্ৰা |
| | ২৯ জুন | বঙ্গবাসী কলেজত ভৰ্ত্তি ( ৪৩ নং আমহাৰ্ষ্ট ষ্ট্ৰীটত ) |
| ১৯১৮ | মে | আই, এ পৰীক্ষাত বিফল। |
| ১৯১৮ | | ৰবিঙ্কন ক্ৰুচ প্ৰকাশ। |
| ১৯১৮ | জুলাই | আই এ স্পেচিয়েলত সফল, থাৰ্ড-ইয়েৰ বি.এ.ত ভৰ্ত্তি। |
| ১৯১৯-২০ | | ১। বি.এ. পৰীক্ষা দিবলৈ প্ৰস্তুতি।<br>২। অসহযোগৰ আন্দোলনত গান্ধীৰ বক্তৃতা শুনি পঢ়া এৰি পৰীক্ষা বৰ্জন।<br>৩। বৰুৱা ব্ৰেণ্ডচ্ এজেন্সি স্থাপন ( ১৪ নং হেৰিচন ৰ'ড )। |

| বছৰ | তাৰিখ | ঘটনা |
| --- | --- | --- |
| ১৯২১ | | কলিকতা ত্যাগ। চাবিওলৈ আহি কংগ্ৰেছত যোগদান। অলপ দিনৰ কাৰণে জাতী স্কুলত মাষ্টৰ। উধামুধাকৈ গাঁৱে গাঁৱে ভ্ৰমণ। কংগ্ৰেছ কমিটিৰ সম্পাদক। অসহযোগৰ কামত ইংৰাজৰ ৰোষত। |
| ১৯২২ | ২৬ জানুৱাৰী | আমগুৰি থানাৰ পুলিছৰ গ্ৰেপ্তাৰ পৰোৱানা |
| | ৩০ জানুৱাৰী | শিৱসাগৰলৈকে ৰাইজে শোভাযাত্ৰা কৰি আগবঢ়াই দিয়ে; জেলত সোমায়। |
| | ৯ ফেব্ৰুৱাৰী | বিচাৰ, তিনিমাহ সশ্ৰম কাৰাদণ্ড ৩০০ টকা জৰিমনা। |
| | ২২ এপ্ৰিল | ফাটেকত থাকোঁতেই জ্যেষ্ঠপুত্ৰ অজিত শৰ্ম্মাৰ জন্ম। |
| | ২ মে | জেলত থাকোঁতেই পিতৃবিয়োগ। |
| | ৪ মে | ফাটেকৰ পৰা আগতীয়া মুক্তি। |
| | ৯ জুলাই | ঘৰৰ বস্তুবাব, ভঁড়ালৰ ধান জব্দ কৰি জৰিমনাৰ টকা আদায়। |
| ১৯২২<br>১৯২৩<br>১৯২৪ | | ১। তিলকান্ত ফুকনৰ লগত গৰমপানী মহলৰ হাতীখেদৰ কাৰবাৰত। |
| ১৯২৩ | | ২। চিলঙত অলপ দিন থাকি বেড্ চাহাবৰ 'একাউণ্টচ্ অব আসাম' আৰু 'অৰুণোদয়' পত্ৰিকাৰ প্ৰতিলিপি প্ৰস্তুত। |
| ১৯২৪ | | ১। অসম সাহিত্য সভাৰ সপ্তম অধিবেশনত (গুৱাহাটী) যোগদান। |



শিৱসাগৰ জিলাৰ চাৰিঙৰ সমৰগাঁও প্ৰাথমিক বিদ্যালয়, য'ত বেণুধৰ শৰ্মাই প্ৰাথমিক শিক্ষা গ্ৰহণ কৰিছিল।

| | |
|---|---|
| | সাহিত্য সভাৰ প্ৰচাৰক ৰূপে নিয়োগ। |
| | (২) হাতীমহলৰ উপাৰ্জনেৰে ধকৰা ঋণ পৰিশোধ। |
| ১৯২৫ | (১) কংগ্ৰেছৰ ৰচনাত্মক কামত লাগে। |
| | (২) লাইফ ইন্সিওৰেন্সৰ এজেন্সি ব্যৱসায়। |
| ১৯২৬ | (১) গুৱাহাটীত বহা ভাৰতীয় জাতীয় মহাসভাৰ অধিবেশনত কৰ্মীৰূপে যোগদান। |
| | (২) কংগ্ৰেছ গাইড্ নামৰ ইংৰাজী পুস্তিকা প্ৰণয়ন। |
| ১৯২৭ | কলিকতা প্ৰবাস। |
| | ডা: ৱেডৰ Accounts of Assam সম্পাদন আৰু প্ৰকাশ। |
| ১৯২৮ | ইন্সিওৰেন্সৰ কামত। |
| ১৯২৯-৩০ মাৰ্চলৈ | (১) তিলক ফুকনৰ লগত গাৰোপাহাৰৰ থৈৰেম মহলত পুনঃ হাতী চিকাৰ। |
| | (২) বিবিধ প্ৰবন্ধ প্ৰকাশ। |
| ১৯৩০ এপ্ৰিলৰ পৰা | আকৌ কংগ্ৰেছৰ আৰু বাইজৰ কামত। |
| ১৯৩১ ফেব্ৰুৱাৰী | মণিৰাম দেৱানৰ প্ৰথম তিথি উৎসৱ। |
| ১৯৩১-৩২ | আমাৰ দোকান' নাম দি দোকান পাতে। |
| ১৯৩২ | লাচিত উৎসৱৰ সভাপতি-বঙাল বৈৰী লাচিত প্ৰবন্ধৰ প্ৰাথমিক ৰূপ। |
| ১৯৩৩ | ইন্সিৱিওৰেন্স কামত ঘূৰে। |
| ১৯৩৪ | পেট্ৰল কম পোৰা বড়ী বিক্ৰীৰ কামত ঘূৰে। লগতে বায়ত সভা, আন সভাত সভাপতিৰূপে যোগ দিয়ে। |
| ১৯৩৫ | (১) দৈনিক বাতৰি কাকতৰ সহকাৰী সম্পাদক হয়। |
| | (২) জৱাহৰলাল নেহেৰুৰ আত্মজীৱনীৰ অনুবাদ প্ৰকাশ। সীমান্ত কেশৰী খাঁ আব্দুল গফুৰ-খাঁৰ চমু জীৱনী প্ৰকাশ। |
| ১৯৩৬ ১ জুলাই | দৈনিক বাতৰিৰ পৰা বিদায়। |

| | | |
|---|---|---|
| ১৯৩৭ | | (১) লোকেল বৰ্ডৰ সদস্যপদৰ কাৰণে কংগ্ৰেছ প্ৰতিদ্বন্দ্বীৰ বিপক্ষে নিৰ্বাচন যুদ্ধ। নিৰ্বাচনত হাৰে। |
| | | (২) কংগ্ৰেছৰ বিৰুদ্ধাচাৰ কৰাত তুৰছৰলৈ কংগ্ৰেছৰ পৰা বহিষ্কাৰ। |
| | | (৩) কংগ্ৰেছত পুণৰায় যোগ নিদিওঁ বুলি কংগ্ৰেছ ত্যাগ। |
| ১৯৩৮ | | (১) চাবিঙত বাইজীয়া কামত আত্মনিয়োগ। |
| | | (২) জীৱন বীমাৰ কামত আশানুৰূপ সাফল্য। |
| ১৯৩৯ | আগষ্ট | ডিব্ৰুগড়ত তৰুণ অসম বাতৰি কাকতৰ সম্পাদক হয়। |
| ১৯৪০ | | দক্ষিণপাট সত্ৰাধিকাৰৰ লগত সবিশেষ আলাপ আৰু ঘনিষ্ঠতাৰ সূত্ৰপাত। |
| ১৯৪১ | জুন | তৰুণ অসম কাকত বন্ধ হয়। চাবিঙলৈ প্ৰত্যাবৰ্তন। |
| ১৯৪২-৪৩ | | (১) ডঃ সূৰ্য্যকুমাৰ ভূঞাৰ লগত নেছনেল ৱাৰ ফুণ্টৰ কাম কৰে। |
| | | (২) ফ্ৰণ্টৰ কামত গাৱেঁ গাৱেঁ ঘূৰি ফুৰোঁতে বুৰঞ্জীমূলক পুথি-পত্ৰৰ সন্ধান। |
| ১৯৪৩-৪৬ | | (১) চাবিঙত খেতি। |
| | | (২) কো-অপাৰেটিভ ষ্ট'ৰ খোলে। |
| | | (৩) 'ৰাংপতা' পুথিৰ প্ৰথম প্ৰকাশ (১৯৪৩) |
| | | (৪) মঙ্গলতিৰ কণ্ঠীমালা প্ৰকাশ (১৯৪৬) |
| ১৯৪৭ | | (১) 'সাতাৱান ছাল' গ্ৰন্থৰ প্ৰকাশ। |
| | | (২) নাহৰকটীয়াত ভায়েক ধৰ্মেশ্বৰৰ মৃত্যু। |
| ১৯৪৮ | | (১) 'গঙ্গাগোবিন্দ ফুকন' প্ৰকাশ। |
| | ডিচেম্বৰ | (২) দিল্লীৰ বুৰঞ্জী কংগ্ৰেছত যোগদান। |
| ১৯৪৯ | চেপ্তেম্বৰ | (১) মাতৃ-বিয়োগ। |

| | | | |
|---|---|---|---|
| | ডিচেম্বৰ | (১) | কলিকতা যাত্ৰা, মণিৰাম দেৱান গ্ৰন্থৰ ছপাৰ কাম তদাৰক। |
| ১৯৫০ | | | 'মণিৰাম দেৱান' গ্ৰন্থৰ প্ৰকাশ। |
| ১৯৫১ | | (১) | চাৰিং এৰি গুৱাহাটিত নিগাজীকৈ বাস। |
| | | (২) | 'ভুৰবীণ' গ্ৰন্থ প্ৰকাশ। |
| | | (৩) | 'নাগপুৰ বুৰঞ্জী কংগ্ৰেছ। |
| | | (৪) | বিভিন্ন সভাৰ সভাপতি। |
| ১৯৫২-৫৩ | ২৬ ফেব্ৰুৱাৰী | (১) | মণিৰাম পিয়লি-দিৱস চাৰিঙত-ৰাজ্যপাল জয়ৰাম দাস দৌলতৰামৰ সভাপতিত্বত। |
| | | (২) | কেন্দ্ৰীয় চৰকাৰৰ পৰা ১২০ৎ টকাৰ সাহিত্যিক পেঞ্চন প্ৰাপ্তি। অসম চৰকাৰে ৩০ৎ টকা যোগ দি ১৫০ৎ কৰে। |
| | | (৩) | কামৰূপৰ বিভিন্ন গাৱভুঞে সভাসমিতিৰ উপলক্ষ্যে ভ্ৰমণ। |
| ১৯৫৩ | ডিচেম্বৰ | (১) | ছিলঙত বহা অসম সাহিত্য সভাৰ বুৰঞ্জী শাখাৰ সভাপতি। |
| ১৯৫৪ | | | আহমদাবাদত বুৰঞ্জী কংগ্ৰেছত যোগদান। |
| ১৯৫৫ | | (১) | কলিকতাত বুৰঞ্জী কংগ্ৰেছ। |
| | | (২) | ছিলঙত ভাষা আয়োগৰ আগত সাক্ষ্যদান। |
| | | (৩) | বিভিন্ন ঠাইত স্থানীয় সাহিত্য সভাৰ সভাপতিৰূপে যোগদান। |
| ১৯৫৬ | | (১) | কামৰূপ, গুৱালপাৰা, শিৱসাগৰ জিলাৰ বিভিন্ন ঠাইত সভাৰ সভাপতি। বড়ো সাহিত্য সম্মিলন, প্ৰাইমেৰি শিক্ষক সম্মিলনৰ বিশিষ্ট অতিথি। |
| | ডিচেম্বৰ | (২) | অসম সাহিত্য সভাৰ ধুবুৰীত বহা ৰূপালী জয়ন্তী অধিবেশনৰ সভাপতি। |
| ১৯৫৭-৫৮ | | (১) | সাহিত্য সভাৰ সভাপতিৰূপে অসমৰ বিভিন্ন ঠাইত ভ্ৰমণ আৰু প্ৰচাৰ। |

| | | | |
|---|---|---|---|
| | | (২) | 'Rebellion of 1857 Vis-a-vis Assam' নামৰ গ্ৰন্থ প্ৰকাশ (১৯৫৭)। |
| ১৯৫৯ | আগষ্ট | (১) | 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' গ্ৰন্থৰ প্ৰকাশ। |
| | ডিচেম্বৰ | (২) | লাতুমণি প্ৰকাশ। |
| ১৯৬১ | মাৰ্চ | (১) | সাহিত্য আকাদেমীৰ পুৰস্কাৰ লাভ। |
| | | (২) | বিহাবাৰীত নিজঘৰত প্ৰবেশ। |
| ১৯৬৩ | | (১) | 'তুণৰি' কিতাপখন প্ৰকাশিত হয়। |
| | | (২) | চিকিৎসাধীন। |
| ১৯৬৪ | | (১) | অৰ্ঘ্যাৱলী প্ৰকাশ। |
| ১৯৬৫ | ফেব্ৰুৱাৰী | (১) | তুধনৈত বহা পূৰ্ব্বাঞ্চল ৰাভা সম্মিলনৰ কৃষ্টি সভাৰ সভাপতি। |
| | | (২) | নানা ঠাইত সম্বৰ্দ্ধনা। |
| ১৯৬৬ | জানুৱাৰী | (১) | কলিকতাত বঙ্গালী সাহিত্য গোষ্ঠীয়ে সম্বৰ্দ্ধনা জনায়। |
| | | (২) | বিভিন্ন ঠাইত সম্বৰ্দ্ধনা। |
| ১৯৬৭ | | | 'দক্ষিণপাট সত্ৰ' গ্ৰন্থ প্ৰকাশ। |
| ১৯৬৮ | | (১) | অসম ৰাভা সংঘৰ ১৭ শ অধিবেশনৰ সভাপতি। |
| ১৯৬৮ | | | 'ফুলচন্দন,' 'মৰমৰ কাবেং,' প্ৰকাশ। |
| ১৯৬৯ | | (১) | ৭৫ বছৰ পূৰ্ত্তি উপলক্ষ্যে অভিনন্দন গ্ৰন্থ প্ৰকাশ। |
| | | (২) | চটাই চৰাৰ কথা প্ৰকাশ। |
| ১৯৭০ | | | কলিয়াবৰ সাহিত্য সভাৰ দ্বাৰা আনুষ্ঠানিক ভাবে অভিনন্দন গ্ৰন্থ সমৰ্পণ। |
| ১৯৭১ | | (১) | হেমচন্দ্ৰ গোস্বামীৰ ৰচনাৱলী প্ৰকাশ। |
| | | (২) | হেমচন্দ্ৰ গোস্বামীৰ জীৱনী প্ৰকাশ। |
| | | (৩) | চকুৰ অসুখ, হাস্পতালত চিকিৎসাধীন। |
| ১৯৭৩ | | | অসম চৰকাৰৰ পৰা মাহে ৪০০ টকীয়া সাহিত্যিক পেঞ্চন লাভ। |

| | | | |
|---|---|---|---|
| ১৯৭৪ | ১৬ নবেম্বৰ | (১) | আশী বছৰ পূৰ্ণ হোৱাৰ সম্বৰ্দ্ধনা। |
| ১৯৭৬ | | | 'মণিৰাম দেৱানৰ গীত' পুস্তিকা প্ৰকাশ। |
| ১৯৭৮ | | (১) | দিল্লীত চিকিৎসা-হাস্পতালত এমাহ। |
| | | (২) | গুৱাহাটী সবিতা সভাই ৮৩ বছৰীয়া সম্বৰ্দ্ধনা জনায়। |
| | | (৩) | গুৱাহাটীৰ জোনাকী সাহিত্য সমাজৰ দ্বাৰা সম্বৰ্দ্ধনা, 'ইতিহাস ৰত্ন' উপাধি প্ৰদান। |
| | ১৬ নবেম্বৰ | (৪) | জন্মদিন উপলক্ষ্যে দিল্লীত অসমীয়া সমাজৰ দ্বাৰা সম্বৰ্দ্ধনা। |
| ১৯৭৯ | | (১) | তিনচুকীয়াত নিখিল ভাৰত বঙ্গ সাহিত্য সন্মেলনৰ দ্বাৰা সংবৰ্দ্ধনা আৰু ১০০০, টকাৰ টোপোলা সমৰ্পণ। |
| | | (২) | বিভিন্ন ঠাইত সম্বৰ্দ্ধনা। |
| ১৯৮০ | | (১) | জালিয়নালাবাগ স্বহীদ দিৱসত সভাপতি। |
| | | (২) | শাৰীৰিক অসুস্থতা। |
| ১৯৮১ | জানুৱাৰী | | অসুস্থ। |
| | ২৬ ফেব্ৰুৱাৰী | | শেষ নিশ্বাস। |

—×—

# ওপৰঞ্চি-ঘ

## গ্ৰন্থ-তালিকা

(মুদ্ৰিত আৰু প্ৰকাশিত)

| গ্ৰন্থৰ নাম | প্ৰথম প্ৰকাশৰ বছৰ | বিষয় |
|---|---|---|
| ১। ৰবিঞ্চন ক্ৰুচ' | (১৯১৮) | সংক্ষেপ অনুবাদ<br>২য় তাঙৰণ ১৯৫২<br>৩য় তাঙৰণ ১৯৭৫ |
| ২। কংগ্ৰেছ গাইড্ | (১৯২৬) | অসম পৰিচয়ৰ ইংৰাজী পুস্তিকা |
| ৩। Wade's Account of Assam | (১৯২৭) | ৱেড চাহাবে যুগুত কৰা অসম বুৰঞ্জীৰ সম্পাদন। |
| ৪। জৱাহৰলাল নেহেৰুৰ আত্মজীৱনী | | চমু জীৱনী। |
| ৫। ৰাংপতা | (১৯৪৩) | লৰা-ছোৱালীৰ উপযোগী সাধু আৰু বুৰঞ্জীৰ কথা। |
| ৬। মঙ্গলতিৰ কণ্ঠীমালা | (১৯৪৬) | কনাল ডয়েলৰ চোৰাংচোৱা কাহিনী কেইটামানৰ ভাঙনি। |
| ৭। সাতাৱন ছাল | (১৯৪৭) | চিপাহী বিদ্ৰোহৰ কাহিনীত অসম। |
| ৮। গঙ্গাগোবিন্দ ফুকন | (১৯৪৮) | জীৱনী। |
| ৯। মণিৰাম দেৱান | (১৯৫০) | চৰিত বুৰঞ্জী |
| ১০। দূৰবীণ | (১৯৫১) | বুৰঞ্জীমূলক প্ৰবন্ধৰ সংকলন. |
| ১১। অসম সাহিত্য সভাৰ বুৰঞ্জী শাখাৰ অভিভাষণ | (১৯৫৩) | অভিভাষণ। |
| ১২। অসম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণ | (১৯৫৬) | অভিভাষণ। |
| ১৩। Rebellion of 1857, vis a vis Assam | (১৯৫৭) | বুৰঞ্জী |

| | | |
|---|---|---|
| ১৪। কংগ্ৰেছৰ কাচিয়লি ৰদত | (১৯৫৯) আগষ্ট | অসহযোগ আন্দোলনৰ সোঁৱৰণ |
| ১৫। লাতুমণি | (১৯৫৯) ডিচেম্বৰ | সাধুকথা |
| ১৬। তুনবি | (১৯৬৩) | সাহিত্য বিষয়ৰ প্ৰবন্ধৰ সংকলন |
| ১৭। অৰ্ঘ্যাৱলী | (১৯৬৪) | চমু জীৱনীৰ সংগ্ৰহ |
| ১৮। দক্ষিণপাট সত্ৰ | (১৯৬৬) | সত্ৰৰ বুৰঞ্জী |
| ১৯। ফুল চন্দন | (১৯৬৮) | প্ৰবন্ধ সংগ্ৰহ |
| ২০। মৰমৰ কাবেং | (১৯৬৮) | চুটি গল্প |
| ২১। চটাই-চ'ৰাৰ কথা | (১৯৬৯) | খুহুতীয়া ৰচনা |
| ২২। হেমচন্দ্ৰ গোস্বামীৰ ৰচনাৱলী | (১৯৭১) | সম্পাদন |
| ২৩। হেমচন্দ্ৰ গোস্বামীৰ জীৱনী | (১৯৭১) | জীৱনী |
| ২৪। মণিৰাম দেৱানৰ গীত | (১৯৭৬) | গীত সংকলন |

(অপ্ৰকাশিত সম্পূৰ্ণ)

| | |
|---|---|
| অসম বুৰঞ্জীৰ বাটচৰা | স্কুল পাঠ্য বুৰঞ্জী |
| বঙ্গমুৰা নৌযাত্ৰাৰ আপদীয়া কাহিনী | অনুবাদ-বাঁহীত ছোৱা-ছোৱাকৈ প্ৰথমে ওলায়। |
| ফাৰ্চী সাহিত্যত অসম-বুৰঞ্জী | বাঁহীত ছোৱা ছোৱাকৈ ওলাই-ছিল। |
| 'চন্দ্ৰ কমল বেজবৰুৱাৰ জীৱনী | শ্ৰুতলিপি দি এজনৰ হতুৱাই লেখোৱাইছিল। |

(অপ্ৰকাশিত অসম্পূৰ্ণ)

| | |
|---|---|
| মজিয়াৰ পৰা মেজলৈ | (আত্মজীৱনী) |
| প্ৰবাদ প্ৰবচন সংগ্ৰহ | (প্ৰবচনৰ মাতৃকানুক্ৰম সংগ্ৰহ) |

মৃত্যুৰ এবছৰ আগতে ১৯৮০ চনত প্ৰকাশিত মৰমৰ কাবেং নামৰ গল্প-সংগ্ৰহ খনৰ পাছফালে "এই লেখকৰ গ্ৰন্থাৱলী" শিতানেৰে দিয়া গ্ৰন্থ

তালিকাত কিছুমান গ্ৰন্থৰ নাম পোৱা যায়। সেইবোৰ গ্ৰন্থ যন্ত্ৰস্থ বুলি কোৱা হৈছিল যদিও যন্ত্ৰস্থ হবলৈ নাপালে। ৮৬ বছৰ বয়সতো আগতে লিখা প্ৰবন্ধকে পৰিবৰ্দ্ধিত ৰূপে গ্ৰন্থকাৰে প্ৰকাশ কৰাৰ আগ্ৰহে সাহিত্য সেৱাৰ প্ৰবল ইচ্ছাকেহে সূচাইছে।

এই গ্ৰন্থবোৰ ছপাখানালৈ যোৱা নাছিল যদিও পৰিকল্পিত আছিল। সেইবোৰৰ নাম কি হব তাকো নিশ্চয় কৰি থৈছিল। মৃত্যুৰ কেইদিনমান আগতে এই জীৱনী লেখকক কৈছিল বোলে আৰু পাঁচবছৰ আয়ুস পালে পঞ্চাশ বছৰৰ কাম কৰি যাম। কথাষাৰৰ মোল এই তালিকাখন চালেই বুজিব পৰা যাব।

সেই তালিকাত এই কেইখন গ্ৰন্থৰ নাম পোৱা যায়—গোবিন্দ বেজবৰুৱা, লামলাকটু, বাগিছা চাহাবৰ প্ৰকৃতি, চন্দন চ'ৰা, ঠাই নামৰ বুৰঞ্জী, পটন্তৰৰ পৰ্ব্বতীত বুৰঞ্জীৰ আঁক, জিলমিল।

এইবোৰ পৰিকল্পিত গ্ৰন্থৰ টুকুৰা টোকা কিছুমান আছে, কিন্তু গ্ৰন্থবোৰ কেনে ভাবে সজালেহেঁতেন তাক নিৰ্ণয় কৰা টান।

—×—

# উপৰিশিষ্ট—৬

## চমু পুৰুষনামা

এছাবিশিষ্টীয়া অধ্যাপকৰ ঘৰ। আদিতে শৰিয়াৰপৰা পলাই আহে—নাৰায়ণপুৰৰ জামুগুৰিত থাকে—পাছত এজন টিয়কৰ এবালতলীত বাস কৰিছিল, নাম হিমধৰ, উপলুঙা নাম চৰাই বাপু। গোত্ৰ কাশ্যপ।

(১) হিমধৰ (এবালতলী, টিয়ক)

ভৱদেৱ (চাৰিঙলৈ আহে)

গেবেলা — (২) হেমকণ্ঠ — মাণিকী (পতি—মাধৱৰাম, ভঁ‍াজী)

গেবেলা → কদৰাম

(২) হেমকণ্ঠ (পত্নী বসুন্ধৰ কন্যা চিত্ৰা)

মহোদৰ (পত্নী ভৱানী) — কুমলী — তিলকা — (৪) ডিম্বেশ্বৰ (পত্নী তুলসী)

মহোদৰ → দামোদৰ — সৰ্বেশ্বৰ — কেতেকী — উৰ্বীধৰ

(৪) ডিম্বেশ্বৰ → (৫) বেণুধৰ — ধৰ্মেশ্বৰ — গঙ্গাধৰ (প্ৰচাদ)

(৫) বেণুধৰ (পত্নী তিলিকিআমৰ, সোমেশ্বৰ মেনেজাৰৰ কন্যা শ্ৰীবৰদা)

(৬) শ্ৰীঅজিত (পত্নী কৰুণাময়ী) — শ্ৰীকণমাই (স্বাঃ হৰেন শৰ্মা) — শ্ৰীপুলিন (পত্নী অমিয়া দেৱী) — ৺নিকমাই (স্বাঃ নীৰদ নন্দ শৰ্মা) — শ্ৰীকিৰণমাই (স্বাঃ গোবিন্দ চন্দ্ৰ বৰুৱা) — শ্ৰীহিৰণমাই

(৬) শ্ৰীঅজিত শৰ্মা-পত্নী কৰুণাময়ী (গিনি)
(M. P.) (যোৰহাটৰ বিনন্দী শৰ্মাৰ কন্যা)

শ্ৰীদীপালী (জিন্তী) — শ্ৰীজুৰি (জুমন) — শ্ৰীশ্যামলী (তুমন) — শ্ৰীঅশোক (জানজান) — শ্ৰীঅজয় কুমাৰ (মন্টুমণি)

(৬) শ্ৰীপুলিন-শৰ্মা পত্নী শ্ৰীঅমিয়া দেৱী
(Labour officer)

শ্ৰীবাণু দেৱী — শ্ৰীৰাণা শৰ্মা

৺ধৰ্মেশ্বৰ শৰ্মা (বেণুশৰ্মাৰ দ্বিতীয় ভাতৃ)
পত্নী কমলাদেৱী

শ্ৰীবিনোদ কুমাৰ — শ্ৰীবীণা — শ্ৰীৰাণী কুমাৰ — অৰ্পণা দেৱী — অনুজা দেৱী — অৱনী শৰ্মা — অচ্যুত শৰ্মা — অন্নপূৰ্ণা — অপৰাজিতা

গঙ্গাধৰ শৰ্মা ( বেণুধৰ শৰ্মাৰ তৃতীয় ভ্ৰাতৃ )
পত্নী হেমদা দেৱী




## বেণুশৰ্মাৰ মাতৃপক্ষ—গোত্ৰ গাৰ্গ ( মেলেং )

কদ্ৰেশ্বৰ শৰ্মা শ্ৰুতিকৰ ( মেলেং বামুণ গাঁও )

তে'মেশ্বৰ শৰ্মা শ্ৰুতিকৰ-পত্নী মালতী ( যোৰহাটৰ মাটি গাক ঠাকুৰৰ ঘৰৰ )




## বেণুশৰ্মাৰ শহুৰ পক্ষ—গোত্ৰ সঙ্কৰ্ষণ ( তিলিকি আম, যোৰহাট )

কালীৰাম শৰ্মা ( টেকেলা বৰা )

সুনন্দ শৰ্মা

সোমেশ্বৰ শৰ্মা ( মেনেজাৰ )

প্ৰথমা পত্নী বেজবৰুৱাৰ ঘৰৰ ( যোৰহাট )

দ্বিতীয়া পত্নী খেতেক মৌজাদাৰৰ কন্যা ( যোৰহাট )

তৃতীয়া পত্নী তামুলীফুকনৰ ঘৰৰ ( যোৰহাট )

সোমেশ্বৰ—১মা পত্নী

পদ্ম শৰ্মা ( মৌজাদাৰ )

সোমেশ্বৰ—২য়া পত্নী ভোগদা




সোমেশ্বৰ মেনেজাৰ ৩য়া পত্নী চুচন্দ্ৰী

ৰামেশ্বৰ শৰ্মা — বিশ্বেশ্বৰ শৰ্মা

# চাৰিং অঞ্চলৰ মেপ

